**MANIRAM DEWAN: The biography of Maniram Dutta Barua Dewan, the pioneer Assamese martyr and statesman of "1857 War of Independence" by Benudhar Sharma.**

প্ৰকাশক :

শ্ৰীঅজিত কুমাৰ শৰ্মা

গুৱাহাটী

পৰিবেশক :

মানুহ প্ৰকাশন

সুৰাগপুৰ, বিহাবাৰী,

গুৱাহাটী-৭৮১০০৮

তৃতীয় সংস্কৰণ : ১৯১৫ শক

অবিহণা :

মুদ্ৰক :

পূৰ্বদেশ মুদ্ৰণ

বিহাবাৰী, গুৱাহাটী-৭৮১০০৮

পূজনীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ
পবিত্ৰ স্মৃতিৰ অৰ্থে
উৎসৰ্গিত।

শ্ৰীবেণুধৰ শৰ্ম্মা

*"A nation that does not know how to honour its heroes does not deserve to have them and will not have them."*

—*"Nation in Making"*—*Sir Surendra Nath Banerjee*

"মৰা অসমীয়াক জীয়াবলৈ বুলি
জীৱনটি এৰি থৈ গ'ল
অন্তিমৰ নিশাহটি অসমৰ বতাহত
আজিও বিয়পি ৰ'ল।
সেয়ে বিঙিয়াই যায়
ৰঙা টুনী আজি "কেইটা" নহয়,
ক'লা টুনী জাক-জাক
জাগ অসমীয়া জাগ
মণিৰামৰ মৰণে গায়
জাগ অসমীয়া জাগ।"

—পাৰ্বতিপ্ৰসাদ বৰুৱা, ২৬ ফেব্ৰুৱাৰী, ১৯৫২

*"The name that dwells on every tongue no minstrel needs."* —Sadi

# পাতনি

## প্ৰথম সংস্কৰণ :

ইংৰাজী ১৯২০ চনতে, মণিৰাম দেৱানৰ জীৱনী-সমল সংগ্ৰহ কৰিবলৈ হাতত লওঁ। তেতিয়াৰপৰা আজিলৈকে ডেৰ কুৰি বছৰ পাৰ হ'ল। ইয়াৰ ভিতৰতে দেশৰ ৰাজনৈতিক অৱস্থা, মানুহৰ মনোভাব আৰু সমাজৰ ৰেহৰূপ ইমান পৰিবৰ্তন হৈ গ'ল যে এটা যুগৰেই অন্ত হৈ পৰিল। স্বৰূপাৰ্থতে, তাক যুগান্তৰ নুবুলি কল্পান্তৰ বোলা হে উচিত। "কল্পান্তৰ"ৰ মুৰতো যে মণিৰামৰ জীৱন-সম্পৰ্কে সংগৃহীত বৃত্তান্তখিনি পুথিৰ আকাৰেৰে উলিয়াব পাৰিলোঁ, তাতেই সৌভাগ্যবান বুলি নিজে-নিজেই বিবেচনা কৰিছোঁ।

দেৱানৰ স্মৃতিটো এতিয়াও সেউজীয়া হৈয়ে আছে। কিন্তু, তেওঁৰ চলন-ফুৰণ, স্বভাৱ-চৰিত্ৰ, কাৰ্য্যকলাপ আৰু গতিগোত্ৰৰ কথাবোৰ ইমান পুৰণি হৈ গ'ল যে তাৰে কিছুমান বুঢ়িছ-চৰকাৰৰ নিগ্ৰহত পৰি মানুহে একেবাৰেই পাহৰি পেলালে আৰু কিছুমান তেনেই কৰ্কৰীয়া মাৰিলে। এনে স্থলত, সেইবোৰ উদ্ধাৰ কৰিবলৈ যোৱাটো যে কিমান টান কাম, তাক ভুক্তভোগী বঠাৰ কোৰ জনা-দৰে জনাজন হে জানে।

লোকপ্ৰমুখত শুনা কথাৰ বাহিৰেও, পুথিখন লেখোঁতে ভালেমান লিখিত সঁজুলিৰো সহায় লোৱা হৈছে। সেইবোৰৰ ভিতৰত দেৱানৰ বৰ জোঁৱায়েক ৺নীলকুমুদ বৰুৱাৰ (ইন্দীবৰ বৰুৱা) 'জীৱনাদৰ্শ'খনেই যাই। মণিৰামৰ মৃত্যুৰ পাচত, সেইখন পুথিতেই হে কেৱল মণিৰামৰ চমু জীৱনী এডুখৰি ওলাইছিল। "বৃদ্ধাৱস্থা"ত লেখা হেতুকেই নে কি, তাত এনে গোটাচেৰেক ভ্ৰান্তিপূৰ্ণ, মনোবিজ্ঞান-বিৰোধী কথা আছে যে সেইবোৰ আজিৰ দিনত হুবহু গ্ৰহণ কৰিব লাগিলে, প্ৰকৃত সত্যৰপৰা এপদ-নহয়-এপদ আঁতৰি যাব লাগিব। তাতে আছে,—কাঁচীৰ আগজিনা পধূলি দেৱানে পুতেকহঁতলৈ এখন চিঠি লেখি এই বুলি উপদেশ দিছে, "বোপাইঁত, মোক যিবোৰে ষড়যন্ত্ৰ কৰি মৰাইছে,

সেইবোৰক কেতিয়াও ছলে পালেও প্ৰতিশোধ দিবলৈ কাৰবাৰ নকৰিবা * * * সিহঁতক তাৰ ফল পৰমেশ্বৰে দিব।" হিংসা-প্ৰতিশোধ লোৱাৰ-আঁতৰত থাকিবলৈ এইদৰে উপদেশ দিয়া মানুহজনেই আকৌ বাতি পুৱালতে ফাঁচি-চাঙৰপৰা স্বয়ং কৈছে বুলি লিখা হৈছে, "আৰু সকলোকে শুনাই কৈছো, যিজনে মোক অনাদোষত মিছাপবাদ দি এনে দশা কৰাইছে তাৰ ঘৰ পুৰিব, সি বৰপুতেকৰ মূৰ খাব * * *" ইত্যাদি।

এতিয়া পতিয়াম কোনখাৰ? দেৱানে পুতেকহঁতক "ষড়যন্ত্ৰকাৰীৰ প্ৰতিশোধ" ল'বলৈ হাক দিয়াটো পতিয়াম নে বাতিটো পুৱালতে দেৱানে নিজেই সেই ষড়যন্ত্ৰকাৰীক শাও দি প্ৰতিহিংসাৰ আদৰ্শ দেখুৱাটো পতিয়াম? "জীৱনাদৰ্শ"-মতে দেৱানৰ সেই চিঠিখনৰ কথা আৰু অন্তিম-বাক্য বিশ্বাস কৰিব লাগিলে, হয় দেৱানক প্ৰতিহিংসাপৰায়ণ বুলিব লাগিব, নহয় পুতেকহঁতলৈ দিয়া চিঠিখন ভেৰাকুটীয়া বা লোকে লিখি দিয়া বুলিব লাগিব। চিঠিখন সঁচা বুলিলে, অন্তিম কালৰ কথাখিনি মিছা বুলিব লাগিব। আন একো বিশেষ অথন্তৰ, নোহোৱাকৈ মণিৰামৰ মনত এনে বিকৃতি ঘটাটো সম্ভৱ যেন নেলাগে। "জীৱনাদৰ্শৰ" এই পৰস্পৰবিৰোধী কথা কেইফাঁকি সঁচা সঁচিকৈয়ে মনোবিজ্ঞানৰ এটি জটিল সাঁথৰ।

শিৱসাগৰৰ বয়োবৃদ্ধ গঙ্গাগোবিন্দ ফুকন ( যি হলৰইডৰ ভিতৰুৱাল কাকতী আছিল) আৰু যোৰহাটৰ ৺লোকেশ্বৰ শৰ্মা বৰদলৈ (আৰু ৰুদ্ৰাম শৰ্মা বৰদলৈ) দেৱৰপৰা শুনা-কথাৰ ওপৰত ভিৰ দি হে পতিয়াব পৰাকৈ এই সাঁথৰটোৰ আউল ভাঙিব পৰা হৈছে; আৰু তেওঁলোকসকলে নিজমুখে ব্যক্ত কৰা কথাকেহে এই পুথিতো সন্নিৱিষ্ট কৰা হৈছে।

"জীৱনাদৰ্শ"ত আছে—"১৮৫৮ সনৰ মাৰ্চ মাহত (?) ফাঁচীৰ আগদিনা তেওঁবিলাক দুইকো (মণিৰাম দেৱান আৰু গাভৰুমেলীয়া বৰুৱাৰ পুতেক মহেশচন্দ্ৰ) হুকুম সমজাই দিয়াত দেৱানে (হলৰইডক) ক'লে, যে "মই ৰাজ-বিদ্ৰোহ কৰা নাই আৰু হ'বলৈকো কোনো মানুহক সুচোৱা নাই। আসামত নো কি শিক্ষিত ফৌজ বা বন্দুক বাৰুদাদি অস্ত্ৰশস্ত্ৰ আছে? যাহৰ চুঙাৰে যুদ্ধ কৰি তোমালোকক খেদাবৰ উপায় কৰিছিলোঁ নে? অতএব, ৰাজবিদ্ৰোহৰ কথা মুলিয়াই এনে বুলিলেই ভয় যে মই এক্ৰিয়াৰ পাইছো আগৰ সোঁত সোঁৱৰাওঁ। তুমি ধৰাই অনাওঁতেই এই কথা মোৰ মনত লাগিল।"

১৮৫৩ চনতে, মিলচ্ছক বিদ্রোহীভাবৰ উমঘাম দিয়া মৰ্থাস্তবোৰৰ লগত উপৰোক্ত কথাখিনি বিজাই চালে "জীৱনাদৰ্শ"ই দেৱানক ত্ৰিশঙ্কু পতা যেন হে লাগে। তদুপৰি, কপাটবন্ধ বন্দীশালত বন্দি আৰু বন্দিকটীয়াৰ ভিতৰত হোৱা কথোপকথন শুনি বাহিৰত প্ৰচাৰ কৰিবলৈ কোনোবা তৃতীয় পুৰুষ এজন জানো তেতিয়া আছিল? দেৱানক "বিদ্ৰোহী অপবাদ"ৰপৰা স্খলন কৰিবলৈ হে, 'জীৱনাদৰ্শ'ত লিপিবদ্ধ কৰা কাৰাগাৰৰ কথাখিনি উত্থাপন কৰা হৈছে। গতিকে, সেইখিনি কথা কৃত্ৰিম আৰু তাত কেতিয়াও প্ৰত্যয় যাব নোৱাৰি।

'৫৭ চালৰ "চিপাহী-বিদ্ৰোহ"ত, নাইবা, প্ৰকাৰান্তৰে, স্বাধীনতা-যুদ্ধত উৎসৰ্গিত হোৱা বন্দি কেইজনৰ মনোভাবৰ ওজন আৰু আয়তনলৈ চালে সেই যুদ্ধত যে অসমৰ অবিহণা লাপিলুপা নহয় তাক অকুণ্ঠিতভাৱে স্বীকাৰ কৰিব লাগিব। লোকে হেজাৰ মুখে অসমত চিপাহী বিদ্ৰোহ নাই হোৱা বুলি ক'লেও, স্বাধীনতা প্ৰতিষ্ঠাৰ নিমিত্তে চিপাহীৰে সৈতে লগ লাগি মুক্তিযুদ্ধৰ ওৰা পতা যে নহৈছিল, তাক এথন মুখৰো ক'বৰ সাধ্য নাই।

বদন বৰফুকনৰ পুতেক পিয়লী ফুকনইতে বৃটিছৰ অধীনতা স্বীকাৰ নকৰি, জাৰ্মানৰ বিৰুদ্ধে ফ্ৰান্সৰ দ্য গলে ( De. Gaulle) যুদ্ধ কৰাৰ দৰে বাহিৰত থাকি আমাৰ শত্ৰু মানইতেৰে লগ লাগি স্বাধীনতা ৰক্ষা কৰিবলৈ গৈছিল। মণিৰাম দেৱানে লগৰ-কাৰৈ-লগেৰে-উজুৰাদি সমূহ অসমীয়াৰ লগতে উজাই মানৰ অত্যাচাৰ ওৰ পেলাবলৈ বৃটিছৰ সাৰথি হৈ আহিছিল আৰু পোনতে বৃটিছৰ অধীনতা স্বীকাৰ কৰিছিল। বৃটিছ জাতি যেতিয়া প্ৰতিশ্ৰুতি ভঙ্গৰ পাপেৰে পঙ্কিল হ'ল তেতিয়াই তেওঁ তাৰ বিদ্ৰোহ কৰি স্বৰাজ্য স্থাপন কৰিবলৈ ওলাল। তাৰে পৰিণতি হ'লগৈ ফাঁচী-চাঙত মৃত্যু। সেইকাৰণে, বৃটিছৰ আমোলত মণিৰাম দেৱানেই হে পোন-প্ৰথম বিদ্ৰোহী।

বৰ-দাৰোগাৰ পোছাক পিন্ধি হৰনাথ পৰ্বতীয়া বৰুৱাই প্ৰতিপক্ষক সহায় নকৰা হ'লে, অসমতো কানপুৰৰ দৰে বৃটিছ-তেজৰ নৈ ব'লেহেঁতেন। এই দুৰ্ঘটনাৰ হাত-সকউৰা-বাবেই তেতিয়াৰ গৱৰ্ণমেণ্টে হৰনাথক যথোচিতৰূপে পুৰস্কৃত কৰে। মণিৰাম-পিয়লীৰ সংস্পৰ্শত হৰনাথ বৰুৱাক আমি দাৰোগা-স্বৰূপে হে দৃষ্টি কৰিব লাগিব। ১৮ বছৰ বয়সত কামত সোমাই ২৯ বছৰলৈকে যি ৰাজতন্ত্ৰৰ নিৰ্দেশ পালন কৰি আহিছিল, সেই তন্ত্ৰক হৰনাথে ইষ্টগুৰু মনা-দি মানি আহিছিল। চাকৰি-জীৱনৰ বিষয়ববীয়া, কাঁইটীয়া, নিন্দনীয় হাড়মাল-

খিনি সোলোকাই থৈ হৰনাথক যেতিয়া উকাকৈ চোৱা যায় তেতিয়া তেওঁৰ চৰিত্ৰত ধৰ্মবিশ্বাস, বিচাৰশক্তি আৰু পাণ্ডিত্য জিলিকি থকা দেখিবলৈ পোৱা যায়।* সকলোৰে অপ্ৰিয় পুলিচৰ পোছাকটো গাত আছিল যদিও, এনেজন মানুহে নিজহাতে পিয়ালী গাভৰুমেলীয়া বৰুৱাৰ গাত তপত শলা লগাই কেতিয়াও মানবীয়তাৰ বহিভূৰ্ত কাম কৰা নাছিল। কোনো-কোনো লেখকে এনে অসত্য, অসম্ভৱ আৰু বীভৎস দৃশ্য আঁকি হৰনাথৰ চৰিত্ৰত অযথা কলঙ্ক সানিবলৈ যোৱা দোষ হে ইয়াত এইকথা কেইষাৰ উল্লেখ কৰিব লগীয়া হ'ল।

৺হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰাই সম্পাদিত "আসাম-নিউচ"ত ৺বিষ্ণুপ্ৰসাদ আগৰ-ৱালাই লেখিছিল বোলে ফাঁচীৰ পিচত মণিৰাম দেৱানইতক ফাঁচী-দিয়া হুকুমটো ৰদ কৰা হৈছিল। এই হুকুম দিছিল (একটিং) কমিচনাৰ মেজৰ হক্‌টন্ (Houghton) চাহাবে। ২৩ ফেব্ৰুৱাৰীত বিচাৰ কৰি ২৬ ফেব্ৰুৱাৰীত দেৱানইতক ফাঁচী-দিবলৈ হুকুম কৰা হৈছিল। তিনি দিনৰ ভিতৰত গুৱাহাটীলৈ গৈ 'আপীল' কৰি ফাঁচী ৰদ কৰা হৈছিল বোলাৰ একো মূল্য নাই।

এই লেখকে পাহৰণিৰ মৈদাম খানি মণিৰামৰ কাৰ্য্যকলাপখিনি ন-কৈ অসমীয়া মানুহৰ মাজত প্ৰচাৰ কৰাত "অসমীয়া"ৰ ভূতপূৰ্ব সম্পাদক শ্ৰীযুত অমিয়কুমাৰ দাস বি. এ. আৰু "আৱাহন"ৰ সম্পাদক শ্ৰীযুত দীননাথ শৰ্ম্মাই (ডাক্তৰ) যথেষ্ট সহায় কৰিছিল; তাত ওলোৱা প্ৰবন্ধবিলাক সমস্তত চালি জাৰি গোটাই পুথিৰ আকাৰেৰে উলিয়াম বুলি ভাবি থাকোঁতেই তেলীয়া-সাবেং সজাওঁতে-পৰাওঁতেই গ'ল, যৈচু বজাই হ'ল।

পৰিশিষ্টত দিয়া মণিৰাম দেৱানৰ এতলা (ৰিপট) কেইখন, যথা— স্বনিৰ্ভৰশীল অসম দেশ, মহঙ্গৰ লোণ, অসমৰ লো, নগা, পাট-পলু—৺হেমচন্দ্ৰ গোস্বামী দেৱৰপৰা পোৱা হৈছিল। 'সোণকমোৱা-ব্যৱসায়" বোলাটো "এচিয়াটিক চচাইটিৰ জৰ্ণেলৰপৰা" অনা। ১৪ আইনৰ লিপিখন যোৰহাট টী-কোম্পানীৰ শ্ৰীমান আনন্দচন্দ্ৰ বৰদলৈৰ জৰিয়তে পাওঁ। যিসকল লোকৰ মুখে দেৱানৰ কথা শুনিছিলোঁ আৰু যাৰ কথা এই পুথিত মুকলি

---

* হৰনাথ পৰতীয়াৰ মৃত্যু হয় ১৮৭০ চনত।

ভাৱে ব্যৱহাৰ কৰিছোঁ সেইসকললৈ ভক্তিভৰা কৃতজ্ঞতাৰ শৰাই এখন আগবঢ়ালোঁ।

শিৱসাগৰ বজাবাৰী বাগিচাৰ স্বত্বাধিকাৰী শ্ৰীযুত শৈলেন্দ্ৰ প্ৰসাদ বৰুৱাই অলপ-অচৰপ সাহায্যৰ অৰিহণা নেপেলোৱা হ'লে ইমান সোনকালে পুথিখন বাইজৰ আগলৈ উলিয়াব নোৱাৰিলোঁহেঁতেন। সেইবাবে, তেওঁৰো শলাগ ল'লোঁ।

১৩৫এ, মুক্তাৰাম বাবুৰ ষ্ট্ৰীট,
কলিকতা

শ্ৰীবেণুধৰ শৰ্মা

১৫ আহাৰ, ১৮৭২ শক
৩০ জুন, ১৯৫০ চন

# দ্বিতীয় সংস্কৰণৰ পাতনি ঃ

ষোল বছৰৰ মূৰত "মণিৰাম দেৱান"ৰ দ্বিতীয় সংস্কৰণ ওলাল। প্ৰথম তাঙৰণত পাতে-পাতে প্ৰমাণ-পঞ্জীৰ উল্লেখ নকৰা বাবে জনচাৰেক তত্ত্ব-পিপাসুৱে আমাক আসোঁৱাচ ধৰিছিল। কৈছিল বোলে, লিখিত গ্ৰন্থ হে প্ৰমাণযোগ্য, মৌখিক কথাৰ মূল্য নাই। সকলো লিপিবদ্ধ কথাই যেতিয়া মুখৰপৰাই লোৱা, তাত আৰু মৌখিক কথাৰ মূল্য নাই বুলি কোৱাৰ যুক্তি ক'ত—অৱশ্যে বিচাৰ-সাপেক্ষে। লিখিত তথ্যয়ো যে কেতিয়াবা-কেতিয়াবা বিমোৰত পেলায় সেইটো হে ভালকৈ ভাবিবলগীয়া। ঐতিহাসিক সত্য বুলি প্ৰমাণ হোৱা ঘটনা একোটায়ো দেখোন কোনো-কোনো সময়ত স্থিৰ সিদ্ধান্ত একোটা কৰাত আঙুল লগাই দিয়ে। গতিকে, লিখিতেই হওক, বা অলিখিতেই হওক, সকলো তথ্য আনুষঙ্গিক ঘটনাৰ লগত ৰজিতা খোৱা হ'ব লাগিব। মণিৰাম দেৱানক নিজ চকুৰে দেখা মানুহৰ মুখৰপৰাই বহুত কথা সংগ্ৰহ কৰি প্ৰথম তাঙৰণত দিয়া হৈছিল আৰু এতিয়াও বিশেষ সালসলনি নকৰাকৈ তাকেই দিয়া হৈছে।

দেৱানৰ আদিপুৰুষ গোৰধ্বজ সিংহ জয়ধ্বজ সিংহৰ দিনত ১৫৭৭ শকত কনৌজপুৰৰপৰা আহিছিল বুলি ১৮৪০ চনৰ এখন তৰণিয়ে লেখা আৰ্জীত আছে আৰু সেই আৰ্জীত চতীণকা দেৱানেই ১৮৫৩ চনত মিলচ্ চাহাবক দিয়া আৰ্জীত তেওঁৰ পূৰ্বপুৰুষসকলে ৩০০ বছৰৰপৰা অসম-ৰজাৰ অধীনত চাংকাকতী বিষয় খাই আহিছে বুলি লেখিছে। ইফালে, শ্যামসুন্দৰ দুৱৰাৰ ঘৰত পোৱা দুৱৰা-কাকতীৰ পুৰুষনামাত লেখা আছে—গোৰধ্বজ সিংহ তুৰুকৰ আক্ৰমণৰ সময়ত অহা বুলি। দৰখাস্ত দুখনত থকা আদি পুৰুষৰ অমিল কথাটো মিলোৱা হৈছে—দেৱানৰ পাচৰখন দৰখাস্তৰ লগত দুৱৰাৰ ঘৰত পোৱা পুৰুষনামা খন ৰিজাই।

যিবিলাক নিবন্ধকাৰীয়ে মণিৰামক বৰদৈ-গীতলৈ ৰূপান্তৰ কৰিলে আৰু যিবিলাকে এশ বছৰৰো উপৰকাল তেওঁৰ নিমিত্তে হামৰাও কাঢ়ি আছে, সেই-বিলাকৰ মন যোগাবৰ অৰ্থেই বাতৰি-কাকতীয়া ৰাজনীতিবিশাৰদসকলৰ মনঃপূত নোহোৱা কিছুমান অলাগতিয়াল, অথচ একেবাৰে নোৱৰা কথাও পুথি-খনত সুমুৱা হৈছে। ইয়াৰদ্বাৰাই পুথিখন অস্পৃশ্য হ'ল বুলি ভবা নাই—বৰং কোনোবা এটা চুকত সমাদৃত হোৱাৰেই আশা।

আজিকালি চাহিনীখোৰা সাহিত্যিকৰ অভাব নাই। আমি দেৱানৰ জীৱনী-সমল বিচাৰি গোটাই ফুৰোঁতেই এনে বিধৰ সাহিত্যিক এজনে আমাৰ টোপোলাৰপৰা সৰহ ভাগ কুথাকে মেকুৰীৰ দৰে পাচ-দুৱাৰেদি সোমাই থাপ মাৰি আনি* "মণিৰাম দেৱান"ৰ জীৱনী এখন লিখি সদৌ অসম সাহিত্য সভাই আগবঢ়োৱা প্ৰতিযোগিতা-পুৰস্কাৰৰ নিমিত্তে দাখিল কৰিলেগৈ। চাহিনীখোৰা পিঠাৰে পুথিখন যুগুত কৰা বাবে লিখকজনে পুৰস্কাৰেৰে কিছু থাব নোৱাৰিলে; অৰ্থাৎ মণিৰাম-সংক্ৰান্তত দিবলগীয়া চাহাববিলাকৰ নামবোৰ শুদ্ধকৈ দিব নোৱৰাত পুৰস্কাৰ পোৱাৰপৰা বঞ্চিত হ'ল। তথাপি, তেওঁ জীৱনীখন প্ৰকাশ কৰালে। কিতাপৰ পাতনিত সাহিত্য সভা সম্পৰ্কে লেখা কথা কেই ফাঁকিয়ে সাহিত্য সভাক যে অপদস্থ কৰিলেই নে, তথাকথিত পৰীক্ষক-সকলকো কলঙ্কিত কৰিলে।

সেই "মণিৰাম দেৱান"—জীৱনী-লেখকৰ কৃপাত, তেওঁৰ কিতাপৰ বেটুপাততে দেৱানৰ পুত্ৰেক যাদুৰাম বৰুৱায়েই স্বয়ং মণিৰাম দেৱান বুলি পাঠকৰ প্ৰথম দৃষ্টিত ভুৱাদিব পৰাকৈ পৰিচয় দিব পৰা হল। পিতৃদেৱেকৰ জীৱনীখনৰ বেটুপাতত পুত্ৰেকৰ ছবিটো দি পাঠকক আভুৱা ভৰাৰ বাহিৰে আৰু কি উদ্দেশ্য থাকিব পাৰে? এওঁৰ লিখনিত পৰি বি-এ, বি-এল কুলধৰ চলিহা ডাঙৰীয়া এম-এ, বি-এল হ'ল। বেইল্ডন ( Baildon ) নামে এজন চাহাবে "The ASSAM" বোলা কাকত এখনত হেনো মণিৰাম দেৱানৰ বিষয়ে কিবা লেখিছিল! এই দুটি "খবৰ"ৰ বাহিৰেও সেই কিতাপৰপৰা আৰু এটি কথাৰ "সম্ভেদ" পোৱা গ'ল। সেইটি হৈছে, মণিৰাম দেৱানৰ নামবিলাক হেনো "ল'ৰা নিচুকোৱা গীত"! আটাইতকৈ আচৰিত কথা এইটো হে যে এনে এখন বাৰপাচি ভুল থকা, অসংলগ্ন আৰু ভুৱাদিয়া কিতাপো সে আমাৰ পুথিবছা সমিতিবিলাকৰ লাইব্ৰেৰী পুথিৰ তালিকাত ভুক্ত হ'ল!

এই বিধ পাৰতগজা "দিগ্‌গজ" সাহিত্যিকবিলাকৰ লুণ্ঠিত হোৱাৰ ভয়তেই প্ৰথম সংস্কৰণত বহুত ঠাইত বহুত কথাৰ ইঙ্গিত দিয়াতে ক্ষান্ত থাকিবলগীয়া হৈছিল।

---

* ১৮৫২ শকৰ "আৱাহনত" প্ৰকাশিত আমাৰ "মণিৰাম দেৱান" প্ৰবন্ধ, সেই শকৰে ফাগুনত পৰা মণিৰাম দেৱানৰ তিথি-উৎসৱত পঢ়ি বিলাই দিয়া আমাৰ দ্বাৰাই লিখিত পুস্তিকা এখনি আৰু ১৮৫২ শকৰ ফাগুনৰ "বাতৰি"ত প্ৰকাশিত আমাৰ দ্বাৰাই অনূদিত মিলচ্‌ চাহাবৰ হাতত ধনকান্ত সিংহ-মণিৰাম দেৱানে দিয়া আৰ্জীৰ নকল চাওক।

# ইং ১৮২৮-৩০ চনৰ স্বাধীনতা-যুদ্ধত পিয়ালী-মণিৰামৰ ভূমিকা

দুৰ্দান্ত মানইঁতক ব্ৰহ্মকুণ্ডৰ ফালে খেদি আনোতে ভগা-ৰজা চন্দ্ৰকান্ত সিংহ আৰু যোগেশ্বৰ সিংহৰ জনচাৰেক ৰবমুৰীয়া ভগা বৰুৱা-ফুকন-ডাঙৰীয়া-বিষয়াৰ বাহিৰে অসমীয়া প্ৰজা মাত্ৰেই কোম্পানী-ফৌজক বাট দেখুৱাই, ৰচদ-পাতি যোগাই আগবঢ়াই আনিছিল। সেই সময়ত, বৃটিছ-আহ্বানকাৰীসকলৰ লগ নেলাগি চন্দ্ৰকান্ত সিংহ মানইঁতৰ লগতে পলুকা-মাৰি থাকিল। লোকদৰ্শক ৰূপে ১৭৪৩ শকত মানেপতা ৰজা যোগেশ্বৰ সিংহ আগৰেপৰা মান সেনাৰ লগত আছিলেই। ১৮২৫ চনত কৰ্ণেল ৰিচাৰ্ডছে মানৰ শেষ-খোপনি ৰংপুৰ কোঁঠ অধিকাৰ কৰিলত, বৃটিছ-ফৌজক সহায় নকৰি তাতে ফালৰি কাটি থকা মানুহখিনিৰেসৈতে চন্দ্ৰকান্ত যোগেশ্বৰ দুয়োগৰাকী ভগা-ৰজা ওলাই পৰিল। কোম্পানী-ফৌজে দুয়োগৰাকীকে 'কয়েদ' কৰি গুৱাহাটী আৰু যুগীঘোপাৰ ফালে যোগানেসৈতে আঁতৰাই পঠিয়ালে।

চাম ফুকনৰ অধীনত যিখিনি মান-সেনা আছিল, সেইখিনিয়েই আগেয়ে অহা আৰু পুৰণি কৈদৰ; আৰু বাকীবোৰ পাচত অহা আৰু ন-কৈদৰ। পুৰণিখিনিয়ে বৃটিছত আত্মসমৰ্পণ কৰিলে আৰু বহুত দ্বন্দ্ব-কন্দলৰ মূৰত যুদ্ধ এৰি ন-খিনি মান মান-দেশলৈ উলটি গ'ল। সিইঁতৰ লগতে বৃটিছক নৰৰা চন্দ্ৰকান্ত-যোগেশ্বৰৰ সঁজাতী জনদিয়েকো মানদেশলৈ গ'লগৈ; জনদিয়েক আধখিনি বাট গৈ চিংফৌ-খাম্‌তিত সোমাল আৰু জনচেৰেক ৰংপুৰ-যোৰহাটৰ ওচৰে-পাঁজৰে থাকি চোৰাংচোৱাৰূপে বৃটিছ-ফৌজৰ গতিবিধি চাবলৈ ধৰিলে। সেইবিলাকৰে দুজনমান আকৌ ছলনা কৰি বৃটিছৰ বন্ধু হৈও থাকিল। এই গোটেইখিনি বৃটিছ-বিৰোধী লোকৰেই সঙ্কল্প হ'ল— বৃটিছক কেতিয়াও অসমত খোপনি ল'বলৈ দিয়া নহ'ব আৰু যেনেতেনেমতে সিইঁতক অসম-প্ৰৱেশত বাধা দিবই লাগিব।

তেতিয়া ব্ৰহ্মা-ৰজা বাগীদ্যাৰ তাত মুখ্য পটেশ্বৰী আছিল যোগেশ্বৰ সিংহৰ বায়েক পদ্মৰেখা আইদেও। এওঁকে ১৮১৮ চনত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ব্ৰহ্মাৰজালৈ সালঙ্কৃতাকৈ উচৰ্গি দি মান-দেশৰেসৈতে মিত্ৰতা স্থাপন কৰিছিল। মানৰজাৰ মহিষী হ'লত, এৱেঁই মানৰ মতে নাম লৈছিল "আতন মীং ৰবকুঁৱৰী"

বা "আতন নীং টিমেনেছা"।* এওঁৰ আলমতেই মানৰ দিনত যোগেশ্বৰ সিংহই অসমৰ ৰাজপাট খাইছিল। উলটি যোৱা মানৰ লগত যে বুটিছ-নমনা দলটো গৈছিল, সেইটোৱেই "ৰবৰ্কুঁৱৰী"ক খাটিলেগে—তেওঁ যেন গিৰীয়েকক খাটিলুটি অসমৰপৰা কোম্পানী-ফৌজক খেদি পঠিয়াবলৈ তেওঁবিলাকক অস্ত্র-শস্ত্র-সৈন্যসামন্ত দি সহায় কৰে। বুটিছেসৈতে সন্ধিসূত্রত আৱদ্ধ থকা-বাবে মান-ৰজাই পোনেই দেখাদেখিকৈ সহায় কৰিবলৈ ইচ্ছা নকৰিছিল। কিন্তু, "ৰবৰ্কুঁৱৰী"ৰ মুখ সহিব নোৱাৰি পাচত, তলে-তলে বুধি-সন্ধি দিবলৈ মান্তি হ'ল। ধতুৰা গোহাঁই যৌতুকীয়া হৈ পদ্মৰেখাৰ লগত আছিল। তেওঁকে মানৰজাই ৰৰমুৰীয়া পাতি চিংফৌ-খাম্‌তি আৰু অসমীয়া ডাঙৰীয়া বিষয়াসকলৰ মন জুখিবলৈ অসমৰ ফালে পঠিয়াই দিলে।

মান-ৰজাৰপৰা আশ্বাস পাই কাম সিদ্ধি হ'ব যেন ভাবি, সকলোৰে মন-গা দাং খাই আহিল আৰু সকলোটি যুদ্ধ দিবলৈ কঁকালত টঙালি বান্ধি ওলালেই। চিংফৌ-খাম্‌তিবো বহুত সিবিলাকৰ লগ লাগিল। কিছুমান মানসেনাও ওলাল সিহঁতক খেদোৱাৰ পোটক তুলিবলৈ। এই যুদ্ধোদ্যমৰ প্ৰধান আগৰণুৱা আছিল চন্দ্ৰকান্ত সিংহ স্বয়ং, যি নজৰবন্দীত থাকোঁতেও গাৰো-খাচীয়াহঁতক বুটিছৰ বিৰুদ্ধে থিয় হ'বলৈ বিপুৰা পঠিয়াই উদগাই আছিল। পাখি বা পালি-নায়ক আছিল তেওঁৰে পাৰিষদ ভগা-ৰৰগোহাঞিৰ ধঞ্জয় বা ধনঞ্জয়, ধঞ্জয়ৰ পুতেক হৰনাথ, জোঞায়েক জীলৰাম দুলীয়া বৰুৱা ; নাওবৈচা ফুকনৰ পুতেক পিয়লীয়া, যোগেশ্বৰ সিংহৰ আমোলত ৰবৰুৱা-ৰৰফুকন হোৱা বদন বৰফুকনৰ পুতেক পিয়লি ;** পূৰ্বে বদনৰ লগত অহা "মানৰ বাঘ" বম চিংফৌ ; মানৰ ফুঙি বা বাপু ধৰ্মধৰ ৰাজগুৰু আৰু জনচেৰেক। এই সকলোৰে ভিতৰত হৰনাথ ৰৰ-গোহাঁয়েই আছিল সবাতোকৈ উদ্যোগী আৰু যাকে-তাকে বলাব পৰা চতুৰ বুদ্ধি-শক্তিসম্পন্ন। তেওঁ কেউফালে চিঠি-পত্ৰ লেখি দাঁতিয়লীয়া মানুহবোৰকো বুটিছৰ বিৰুদ্ধে অঙ্গী কৰি তুলিছিল। ৰংপুৰ কোঁঠ এৰি মানদেশ পোৱাৰ

* ডাঃ ৰৰপূজাৰী আৰু ডাঃ আৰ এম লাহিড়ী।

** বদন ৰৰফুকনৰ পুতেকৰ আচল নাম পিয়ালীহে। মণিৰাম দেৱানেসৈতে ফাঁচীগোৱা পিয়ালী বৰুৱাৰপৰা পৃথক বুজাবলৈ পিয়ালী দুবুলি পিয়লি বা পিয়লী বোলা হয়। একন ফুকন, একন বৰুৱা হোৱাত নামৰ খেলিমেলি লাগে দেখি ৰৰফুকন পিয়ালীক পিয়লি বোলা হৈছে। ৰ শ।

পাচৰপৰা এওঁবিলাকেই লগত মানুহ-দুনুহ লৈ, অস্ত্র-শস্ত্র, সেনা-পদাতি, ধন-পঁচা আৰু আন-আন আহিলা-পাতি গোটাই যুদ্ধৰ নিমিত্তে সক্ষম হৈয়ে আছিল। ইতিমধ্যে, কোম্পানী ফৌজে সাদ্দিৰ ঠাইবোৰ ক্রমাৎ অধিকাৰ কৰি-কৰি সদিয়াত পানা পাতিলেগৈ।

তুঙ্গখুঙ্গীয়া গোবৰ ৰজাৰ ভায়েক লেহেতীয়াৰ বংশধৰ এজন আছিল, নাম গমধৰ। তেওঁ আগেয়ে বহুত দিন পেহীয়েক পদ্মৰেখাৰ লগত মানৰ কাৰেঙতো আছিল। তেওঁকেই এই যুদ্ধাকসকলৰ কিছুমানে লোকদেখ নয়াৰকৈ ৰজা পাতি "চাহাবইতে দেশ এৰি গ'ল", "গমধৰ কোঁৱৰক আনি ৰজা পাতি লৈছোঁ" বুলি অ-ঘোষিত যুদ্ধ বা 'গৰিলা ৰণ' এখন আৰম্ভ কৰি দিলে। বিদেশী কোম্পানীৰ কামত থকা চিপাহী-কৰ্মচাৰী কুচুলাই আনি ইংৰাজৰ বিৰোধীকৰা, খাৰঘৰ-চিপাহী-ছাউনীত জুইদিয়া আদি শাসন-অচল-কৰা সকলো আওপকীয়া-সোঁপকীয়া উপায় অবলম্বন কৰিবলৈ ধৰিলে। অৱশেষত, তেওঁবিলাকৰ ষড়যন্ত্র ধৰা পৰিল। শাসনাধিকাৰী চাহাব আৰু দেশীয় বৰ-পঞ্চায়তৰ বিচাৰত তেওঁবিলাকৰ কাৰো ফাঁচী হ'ল, কাৰো বা নিৰ্বাসন হ'ল, কোনোজনক বা সামান্য দণ্ড কৰি এৰি দিয়া হ'ল, কোনোবাজন আকৌ ফাটেকৰপৰাই পলাল আৰু কোনোজনে বা আত্মসমৰ্পণ কৰিলে। এইৰূপে দণ্ডিত হোৱা সকলৰদ্বাৰায়েই সংঘটিত হোৱা যি ষড়যন্ত্র ১৮২৮ চনত ধৰা পৰে আৰু তাৰে আগলিকা ১৮৩০ চনত ওৰ পৰে তাকে অনেকে বোলে অসমত বৃটিছ-আমোলৰ প্ৰথম স্বাধীনতাৰ যুদ্ধ।

সেইখন স্বাধীনতাৰেই যুদ্ধ আছিল সঁচা। কিন্তু প্ৰশ্ন হৈছে, যুঁজাৰুসকলে কাৰ আলম লৈ যুদ্ধত প্ৰবৃত্ত হৈছিল? আৰু সেইখন যুদ্ধ স্বাধীনতা আনিবৰ নিমিত্তে হৈছিল নে, যে আগৰ স্বাধীনতাকে ৰক্ষা কৰিবলৈ হৈছিল। এই দুটা উদ্দেশ্য-ভূমিকাৰ কোনটোত তেওঁবিলাক থিয় হৈছিল?

দ্বিতীয় মহা সমৰত ফ্রান্সৰ অধিনায়ক ডা গলএ (De Gulle) জাৰ্মেনীৰ আধিপত্য স্বীকাৰ নকৰি ইংলণ্ডলৈ গৈ যেনেকৈ জাৰ্মেনীৰ বিৰুদ্ধে ফ্রান্সৰ স্বাধীনতা-ৰক্ষাৰ হকে যুদ্ধ কৰিছিল, এই বীৰসকলেও ইংৰাজক নবৰি বাহিৰে-বাহিৰে ব্ৰহ্ম দেশৰপৰা যুদ্ধ কৰি তেনেকৈ যোগেশ্বৰ সিংহদিনীয়া স্বাধীনতাকে ৰক্ষা কৰিব খুজিছিল। প্ৰকাৰান্তৰে, সিসকলে কৰা যুদ্ধখন অপহৃত স্বাধীনতা ঘূৰাই অনাৰ যুদ্ধ নহয়—স্বাধীনতা অপহৰণৰ বাটত আগভেটাদিয়া প্ৰতিৰোধৰহে যুদ্ধ। যুঁজাৰুসকলৰ ভূমিকা আছিল তাহানিখনৰ বীৰসকলৰ দৰে—যি অসম

ল'বলৈ অহা শত্ৰুৰ বিৰুদ্ধে সততেই ওআময়া যুদ্ধ কৰিছিল। প্ৰতিৰোধীসকল স্বাধীনেই আছিল—বৃটিছত শৰণ নপশি যিসকল বাহিৰলৈ ওলাই গৈছিল, সেইসকলেই এইসকল। গতিকে, সেই যুদ্ধ স্বতন্ত্ৰ লোকৰ হে—বৃটিছৰ বশ্যতা স্বীকাৰ কৰি, বৃটিছৰ তলত থাকি, বৃটিছ-শাসন মানিচলা বৃটিছ-অধীনস্থ লোকৰ নহয়। স্বাধীনতাৰপৰা বৃটিছৰ অধীনলৈ নিব খোজা হুৱাৰ্-দলিত ভেটাদিয়া সংগ্ৰাম সেইখন—স্বীকৃত প্ৰভুত্ব ধ্বংস কৰা সংগ্ৰাম নহয়। সেইসকল স্বাধীনেই যেতিয়া আছিল, স্বাধীনতা আনিবলৈ আৰু যাব নালাগে। স্বাধীনতাৰ ওপৰত মাৰ্ধাত পৰাত সিসকলে স্বাধীনতা ৰক্ষাৰ নিমিত্তে স্বাধীনভাৱেই যুদ্ধ কৰিছিল, —লুপ্ত স্বাধীনতা ঘূৰাই আনিবলৈ পৰাধীন হৈ কৰা নাছিল। সেই কাৰণে, সেইখনক প্ৰতিৰোধৰ যুদ্ধ বুলিব লাগিব। তেহে, সমসাময়িক ৰাজনৈতিক পৰিস্থিতিৰ লগত বীৰসকলে গ্ৰহণ কৰা ভূমিকা ৰজিতা থাব।

স্বাধীন প্ৰজাস্বৰূপে স্বাধীনতা ৰক্ষা কৰিবলৈ ওলাইছিল যদিও, পৰোক্ষভাৱে খুঁজাকসকল আছিল যন্ত্ৰীহে, প্ৰত্যক্ষ যন্ত্ৰ আছিল ব্ৰহ্মাৰজা। ১৮২৬ চনত, সন্ধি কৰি মানৰজাই বৃটিছক দেশ খনদিয়েক এৰি দিছিল যদিও, খেপ এৰা নাছিল। ("অচিনাকি বগা মানুহবিলাক"ক আতুৰত পৰা দেখি মানৰজাই দয়া-পৰবশ হৈ হে ধনখিত দিছিল। সেইবাবে হে সিহঁত ইয়াণ্ডাবু লোমাবহি পাৰিলে—এনেভাৱে ইয়াণ্ডাবুৰ সন্ধিৰ কথা মানৰ বুৰঞ্জীত লেখি থোৱাত অনুমান কৰিব পাৰি যে স্বেচ্ছায় মানে সেই সন্ধি কৰা নাছিল।)* এই কাৰণৰ নিমিত্তেই, অসমক বৃটিছ-গৰাহৰপৰা ৰক্ষা কৰিবলৈ স্বাধীনতাপ্ৰৱণ অসমীয়া বীৰকিজনক পৰিচালনা কৰাত ব্ৰহ্মাৰজা যন্ত্ৰ হোৱাটো বা ব্ৰহ্মাৰজাৰ হাত থকাটো একো অসম্ভৱ নহয়। মানৰজাৰ সহায়-সাৰথি লোৱাটোৱেই আছিল তিওঁবিলাকৰ নিমিত্তে মাৰাত্মক গৰল। যি মান-সেনাৰ অত্যাচাৰৰপৰা উদ্ধাৰ পাবলৈ বৃটিছক আহ্বান কৰি অনা হৈছিল, সেই মানসেনাৰ বা মানৰজাৰ কৱলত পেলাই অসমক আকৌ অশান্তিৰ জুইত পেলোৱাৰ আশঙ্কা দেখি শান্তিপ্ৰিয় প্ৰজাৰ প্ৰায় সকলোৱেই সেই যুদ্ধত তৃণ এডালিও দিয়া নাছিল। ইহাতে, তেওঁবিলাকৰ নাছিল অস্ত্ৰ, নাছিল সংহতি, নাছিল বৃটিছৰ বিপক্ষে থিয় হ'ব পৰা শক্তি। অৱশ্যে বীৰত্ব আৰু অপৰিসীম সাহস থাকিলেই বা, সি কি হ'ব, হাতীৰ তপিনাত ভৰাৰ ফুঁটি! বীৰসকলৰ এনে উচ্ছৃঙ্খলতা দেখিয়েই জাগীয়াল গোঁহাঞে

* They reigned in Mandalay.—by F. C. V. Foucan.

পাবোঁতে নো পিয়লী ফুকনহঁতক কৈছিল নে, সেইখন "কেৰ্কেটুৱা" ভাৱনা বুলি ?

> "দেশ ভাগি পানী উঠিল। মানে থালে ৪ বছৰ ১৭৪৩ শকৰপৰা ; ১৭৪৭ শকত চাহাব উঠিছিলহি ; ১৭৫০ শকত চাহাবে খায় ৪ বছৰ ; তেতিয়া নোলাল ? এতিয়া কেৰ্কেটুৱা ভাৱনা পাতিব খুজিছা ?"

তথাপি, "খৰিকা বাৰিৰেই পৰ্বত হেঁচুকিবলৈ" যোৱা জীউৰাম ডুলীয়া বৰুৱা আৰু পিয়লি বৰফুকনক কোম্পানীৰ চিপাহীহঁতে যেতিয়া নবীন চাহাবৰ আগত হাজিৰ কৰায়হি, তেতিয়া পিয়লীয়ে যি কেইষাৰি উত্তপ্ত বাক্য উচ্চাৰি গ'ল সেই কিষাৰিয়েই আগলৈকো অনুপ্ৰেৰণাৰ উৎস হৈয়ে থাকিব।

"চাকোলা" বৰফুকনক চাহাবে সুধিলে, "তুমি বিদ্ৰোহাচৰণ কিয় কৰিছিলা ?"

বৰফুকনে নিৰ্ভীকভাৱে উত্তৰ দিলে, "মই দেশ উদ্ধাৰ কৰিবলৈ অহা সঁচা। পাৰিতপক্ষে কোনেও পৰাধীন হৈ থাকিবলৈ ভাল নেপায়। মই মৰণলৈ ভয় কৰি তোমালোকৰ বিপক্ষে অস্ত্ৰ ধৰা নাই বুলি নকওঁ আৰু ক'বও নোৱাৰোঁ।"

চাহাবে কলে, "তুমি এই অৱস্থাৰে আমাক কি কৰিব পাৰিলাহেঁতেন ?"

বৰফুকনে গহীনভাৱে কলে, "মোৰ বুদ্ধি-পৰামৰ্শ আৰু সাহস আছিল"। নিউবিল চাহাবে তেওঁৰ তেজস্বিতাক নশলাগি নোৱাৰিলে।"*

## ১৮৫৭ চালৰ প্ৰথম স্বাধীনতা যুদ্ধৰ বীৰসকলৰ ভূমিকা

১৮৫৭ চালৰ যি যুদ্ধ, সেই যুদ্ধ হ'ল পৰাধীনতাৰপৰা স্বাধীনতালৈ পাৰ হ'ব খোজা দুৱাৰ গৰিলাৰ যুদ্ধ ; স্বাধীনতাৰপৰা পৰাধীনতালৈ যোৱা সময়ত জয়ে-জয়ে আগভেটাদিয়া দুৱাৰমুখৰ যুদ্ধ নহয়। পিয়লী বৰফুকনহঁতৰ যুদ্ধ আছিল দখলি-স্বত্ব, মণিৰাম দেৱানৰখন আছিল দখল-উচ্ছেদৰ। ৫৭ চালৰ যুদ্ধ আছিল সমৌ ভাৰতৰে লগ-লাগি কৰা বৃটিছ-বহিষ্কাৰৰ যুদ্ধ—১৮২৮-৩০ চনৰ দৰে "খৰিকা বাৰীৰে পৰ্বত হেঁচুকিবলৈ যোৱা" যুদ্ধ নহয়। দৃঢ়ভাৱে প্ৰতিষ্ঠিত বৃটিছ-শাসনৰ বিৰুদ্ধে বৃটিছ-ভক্ত শাসিতে উভতি কৈট-তুলি কৰা ভাৰতীয় যুদ্ধ ১৮৫৭ চালৰখন ; প্ৰভুত্ব প্ৰতিষ্ঠা কৰিবলৈ আহোঁতে বৃটিছ-বৈৰীসকলে বাধা দিয়া প্ৰতিৰোধৰ যুদ্ধ নহয়। গতিকে ১৮৫৭ চালৰখনেই বৃটিছ আমোলত

* বৰুৱাৰ বুৰঞ্জী।

প্ৰথম স্বাধীনতাৰ যুদ্ধ বা বৃটিছ-কবলৰপৰা উদ্ধাৰ পাবলৈ কৰা পৰাধীন প্ৰজাৰ প্ৰথম মুক্তি আন্দোলন।

মণিৰাম দেৱানে কিয় বৃটিছক মাতি আনিছিল তাৰ কাৰণ, দেখোঁতেই-চিতল পিঠিতেই কাঁইট। বৃটিছক মতা সময়ত অসমৰ যি পানীত হাঁহ নচৰা অৱস্থা হৈছিল, তাক অলপ পিটিকি চালেই দুগ্ধকণ্ঠ বালকেও নকৈ নোৱাৰে যে সেই সময়ত বৃটিছক মতাটো কেতিয়াও দেশদ্ৰোহিতা হ'ব নোৱাৰে।

"যি মানে মাকৰ কোলাৰপৰা কেঁচুবাটো কাঢ়ি নি, গছত তাৰ মূৰটো ঠালোৰ কৰে ফুটোৱাই ৰং চাইছিল, যি মানে অসমীয়া মানুহক চাঙত তুলি থৈ তলত জুঁাকি দি জীয়াই-জীয়াই পুৰি মাৰিছিল, "অনাহকত পুৰি মাৰিলে ঔ" বোলা মৃত্যুকালীন্ আৰ্তনাদে (নগাঁৱৰ) হাটবৰৰ কাখৰি গাঁৱৰ ওচৰত আঢ়ৈ কুৰি বছৰলৈকে সকলোকে চক খুৱাই আছিল; যি মানৰ খচকাত অসমৰ মাটি-পানী, নৰ-নাৰী, ল'ৰা-ছোৱালীৰ পেটু উঠিল"; যি মানৰ দিনৰ কথা সুঁৱৰিলে "ধনী দীন" কঁপি উঠে আৰু যাৰ অত্যাচাৰ ব্যভিচাৰ "গণেশ দেৱতায়ো" লেখি অন্ত কৰিব নোৱাৰে, সেই পাষণ্ড মানহঁতৰ অকথনীয়, অলিখনীয়, অমানুষিক অত্যাচাৰৰপৰা উদ্ধাৰ পাবলৈকে সুখ-শান্তি সংস্থাপনৰ হকে, দেশৰ ভৱিষ্যত মঙ্গলৰ হকে, মানৰীয়তাৰ হকে মান-সমৰ্থনকাৰীসকলৰ বাহিৰে স-মণিৰাম দেশৰ নেতৃস্থানীয় লোক সকলোৱেই সমূহ প্ৰজাৰ হৈ বৃটিছক আমন্ত্ৰণ কৰি আনিছিল।

মণিৰাম দেৱানেই "বৃটিছক অসমৰ বৰঘৰ দেখুৱাওঁতা" প্ৰথম নহয়। তেওঁৰ আগেয়েও বৃটিছক দুবাৰ আহ্বান কৰা হৈছিল;—এবাৰ হৈছিল গৌৰীনাথ সিংহক ৰাজপাট উদ্ধাৰ কৰিবলৈ; আৰু-এবাৰ হৈছিল পুৰন্দৰ সিংহক বৃটিছৰ কৰতলীয়া ৰজা পাতিবলৈ। পুৰন্দৰে সেইবাৰ তিনি লাখ টকা দিও বৃটিছৰ আনুকূল্য প্ৰাৰ্থনা কৰিছিল। মণিৰামে বৃটিছক মাতি আনিছিল কেতিয়া? মানে যেতিয়া দেশৰ "পেটু" উলিয়ালে, তেতিয়া। বৃটিছ-আমন্ত্ৰণত ৰজাসকলৰ স্বাৰ্থ আছিল নিজা নিজা ৰাজসিংহাসন সংৰক্ষণ কৰাত; আৰু মণিৰামহঁতৰ আছিল উচ্ছন্ন হোৱা দেশখন নকৈ সংস্থাপন কৰাত। সমসাময়িক পৰিস্থিতি আৰু ঘটনা-চক্ৰৰ লগত বৃটিছ-আহ্বানৰ স্বাৰ্থ দুটা বিজাই চালে মণিৰামহঁতৰ আহ্বানটো নিশ্চয় সুবিবেচিত আৰু সুপৰিণামদৰ্শিতাৰ পৰিচায়ক বুলি ক'ব লাগিব।

১৮৫৩ চনৰ অগলৈকে জগদীশপুৰৰ জমিদাৰ কোঁৱৰ সিং আছিল বৃটিছ গৱৰ্ণমেণ্টৰ বা "কোম্পানী বাহাদুৰৰ প্ৰধান অনুৰক্ত।" ৫৭ চালৰ স্বাধীনতা সংগ্ৰামত তেৱেঁই আকৌ এজন শ্বহীদ হৈ পৰিল। সেই দৰে, দিল্লী-মিৰাটত চিপাহীহঁতে যুদ্ধ কৰি থাকোঁতেও বৃটিছৰ বিশ্বস্ত বন্ধু হৈ থাকি, যি-জন নানা চাহিবে কোম্পানীৰ খাজনা-গেৰাজৰ ছাবিটো পৰ্য্যন্ত লৈ আছিল, সেইজনেই পিতৃ-বৃত্তিৰ পেঞ্চনটো নোপোৱা হ'লত বৃটিছ-বিদ্বেষী হৈ উঠিল আৰু তেতিয়া হে তেওঁ স্বাধীনতা-সংগ্ৰামত যোগ দিছে। তাতেই তেৱোঁ অদ্বিতীয় স্বাধীনতা সংগ্ৰামী নায়ক বুলি পৰিগণিত হ'ল।

"মেৰী ঝান্সী নহি দুংগি" বুলি স্বাধীনতা-সংকল্পৰ অমৰ বাণী এবাৰ কৈ যি গৰাকী ৰমণীয়ে বৃটিছ-শাসনৰ বিৰুদ্ধে যুদ্ধ কৰি বীৰাঙ্গনা নাম পালে সেই গৰাকী ঝান্সীৰ ৰাণীও পোনতে কোম্পানী চৰ্কাৰৰেই অনুৰক্তা আছিল। ৰাণী কোম্পানীৰ ইমান বিশ্বাসৰ পাত্ৰী আছিল, যে যিবোৰ চিপাহীয়ে চাহাবহঁতক হত্যা কৰিছিল, সেইবোৰৰ নাম পৰ্য্যন্ত তেওঁ চৰ্কাৰক তলে-তলে দি আছিল। সেইদৰে দি-দি চৰ্কাৰৰ পেটত সোমাই পাচত হে সেই চৰ্কাৰৰে বিৰুদ্ধে যুদ্ধ কৰি "অদ্বিতীয়া বীৰাঙ্গনা" নাম পায়।* এই ৰূপেই, ১৮৫৭ চালৰ স্বাধীনতা সংগ্ৰামত প্ৰাণবিসৰ্জন দিওঁতা সকলোৱেই আগছোৱাত বৃটিছ-শাসনৰ পক্ষপাতী আছিল। আনকি, নানা চাহিবৰ নিচিন বীৰেও কৈছিল, যে বৃটিছে যদি তেওঁৰ ওজৰ-অসন্তোষৰ সুবিচাৰ কৰিলেহেঁতেন আৰু যদি তেওঁক যথোপযুক্ত মান-মৰ্য্যাদা দেখুৱালেহেঁতেন, তেন্তে তেওঁ কেতিয়াও কোম্পানীৰ বিৰুদ্ধে শেষলৈকে যুদ্ধ নকৰিলেহেঁতেন। বৃটিছৰ এনেকুৱা ভক্তসকলেই যদি ৫৭ চালৰ স্বাধীনতা সংগ্ৰামত প্ৰথম অৱিহণা যোগোৱা বুলি মুক্তি আন্দোলনৰ অমৰ শ্বহীদ হ'ব পাৰে, "মানৰ দিনত পেটু উঠা" অসম দেশখন সুস্থিৰ কৰিবলৈ মাতি আনি বৃটিছক পোনতে "ৰৰপীৰা পাৰি দি" পাচত প্ৰতিশ্ৰুতি ভঙ্গৰ প্ৰতিবাদকল্পে, সেই নিমন্ত্ৰিতৰ বিৰুদ্ধে বিদ্ৰোহ কৰি প্ৰাণ বিসৰ্জন দিওঁতা বৃটিছ-ভক্ত মণিৰাম দেৱানক নো মুক্তিযুদ্ধৰ প্ৰথম "শ্বহীদ" বুলিলে কি জগৰ লাগিব ?

মণিৰাম অকল কাটো-মৰা বিপ্লৱী বীৰেই নে ? নহয়। যুদ্ধজীবিদ্ ৰাজনীতিবিদ্‌ও তেওঁ। কোনো এটা শাসনপদ্ধতি বা কোনো এজন ক্ষমতাত অধিষ্ঠিত শাসক বা শাসক-গোষ্ঠীৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিলে, ষড়যন্ত্ৰকাৰীজনৰ চূড়ান্ত

* Sepoy Mutiny & Revolt of 1857—Dr. R. C. Majumdar.

শাস্তি হয় ; সেই আইন বা বিধি এদিনীয়া বা এখন দেশৰেই নহয় ; সপ্তমপুৰুষীয়া আৰু সকলো দেশৰেই। ক্ষণিক উত্তেজনাত পৰি এনেকুৱা শান্তিভঙ্গী লোক বিস্তৰ ; কিন্তু, শৃঙ্খলিত শাসন ব্যৱস্থাৰ পূৰ্বোত্তৰ পৰিকল্পনা ৰচনা কৰি মৃত্যু-মঞ্চত উঠা ৰাজনীতিবিদ্ পুৰুষ বিৰল। ইংৰাজী শিক্ষা নাছিল যদিও, ইংৰাজৰ মুখত উঠা মণিৰামে পুৰণি আৰু সমকালিক অসম আৰু অসমীয়া মানুহৰ ধাতু বুজি বুটিচু-সম্পৰ্ক ৰক্ষা কৰিও, সেই সময়ত স্বতন্ত্ৰতাৰ যি দাবী আগবঢ়াইছিল আৰু সেই দাবী প্ৰস্তুত কৰাত তেওঁৰ যি ঐতিহাসিক জ্ঞান-বিবেক পৰিস্ফুট হৈছিল, তাৰ এটাও তেতিয়া গৃহীত নহ'ল ; দাবীৰ যুক্তিযৌক্তিকতাও অপ্ৰমাণিত হৈয়ে থাকিল। অকালতে প্ৰাণদণ্ড হোৱাত সকলো আশা-ভৰসা ফুলতে মৰহি গ'ল। সেই হে, "অসমত মানৰ দিন"ৰ বুৰঞ্জী লেখোঁতা ৺বস্তুৰৰ মহন্তই "জীৱনাদৰ্শ"ৰ সমালোচনা প্ৰসঙ্গত দুখকৈ লেখিছে :—

"এওঁ ( মণিৰাম দেৱান ) জাৰ্মেনী, ফ্ৰান্স্ বা বিলাতত ওপজা হ'লে কি হ'ল-হেঁতেন ক'ব নোৱাৰি। উচিত শিক্ষা পোৱা হ'লে, এওঁৰ যশ পৃথিৱীব্যাপ্ত হ'লহেঁতেন।"

তথাপি, অসমীয়া মানুহৰ মুখে-মুখে যেতিয়া শতাব্দীৰো অধিক কাল, তেওঁৰ নাম চলি আছে, সুকীয়া যশস্যা আৰু কেলেই লাগিচে ? সেয়ে মণিৰাম দেৱানক চিৰজীৱীকৈ থৈছে।

গুৱাহাটী
মাঘৰ বিহু
১৮৮৮ শক

শ্ৰীবেণুধৰ শৰ্মা

# তৃতীয় সংস্কৰণত প্ৰকাশকৰ নিবেদন

গ্ৰন্থকাৰে নিজে যেনেভাৱে শুধৰাই-মেলি থৈ গৈছিল তেনেভাৱেই বৰ্তমানে "মণিৰাম দেৱান"ৰ এই সংস্কৰণ প্ৰকাশ কৰা হ'ল।

প্ৰখ্যাত বুৰঞ্জীবিদ, বিশ্বনাথ কলেজৰ প্ৰাক্তন অধ্যক্ষ সদানন্দ চলিহাদেৱৰ ভূমিকাটি এই সংস্কৰণত সন্নিবিষ্ট কৰি দিয়া হৈছে। এইখিনিতে নিবেদন কৰিব খোজোঁ যে আমাৰ অনুৰোধ ৰক্ষা কৰি চলিহাদেৱে ১৯৮৮ চনতেই ভূমিকাটি লিখি দিছিল। কিন্তু তেতিয়াই প্ৰকাশ হ'বলগীয়া গ্ৰন্থখন ছপাই উলিয়াওঁতে বহুত পলম হৈ গ'ল। অতিশয় পৰিতাপৰ কথা যে তেখেতৰ ভূমিকা সহ গ্ৰন্থখন প্ৰকাশ হোৱাৰ আগতেই চলিহাদেৱৰ অকাল বিয়োগ ঘটিল। এতিয়া চলিহা-দেৱৰ পবিত্ৰ স্মৃতিত আমাৰ শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি তেখেতৰ ভূমিকা সহ "মণিৰাম দেৱান"ৰ এই সঙ্কৰণ পাঠকসকলৰ হাতত দিলোঁ।

গুৱাহাটী
আঘোণ, ১৯১৫ শক

প্ৰকাশক

# ভূমিকা

## ( ১ )

বহু দিনৰ আগৰ কথা। মই তেতিয়া দৰং কলেজৰ প্ৰবক্তা। এবাৰ লক্ষীমপুৰৰ ফালৰ কেইজনমান ভদ্ৰলোকে আহি মোক দেখা কৰিলে। কথা হ'ল, তেওঁলোকে জয়মতী উৎসৱ পাতিছে; সম্পাদকীয় প্ৰতিবেদনত জয়মতী কুঁৱৰীৰ চমু জীৱনালেখ্য এটা দাঙি ধৰিব খোজে। তাৰ বাবে তেওঁলোকক লাগে জয়মতীৰ নিৰ্ভৰযোগ্য প্ৰামাণ্য। পুৰণি বা নতুন কোন কেইখন বুৰঞ্জীত , জয়মতীৰ কাহিনীটো আছে, তেওঁলোকে মোক সুধিলে।

মই বিনীতভাৱে সমিধান দিলোঁ, "এইটো বিষয়ত মোৰ অধ্যয়ন নাই। মই জনাত পুৰণি পুথিৰ ভিতৰত শ্ৰীনাথ বৰবৰুৱাৰ তুংখুঙীয়া বুৰঞ্জীখনত জয়মতীৰ উল্লেখ আছে। এইখন পুথি ১৮০৩-০৬ চনৰ ভিতৰত ৰচিত। সূৰ্য্যকুমাৰ ভূঞাৰ সম্পাদনাত পুথিখন প্ৰথম ছপা হৈ ওলাল ১৯৩২ চনত। কিন্তু ইয়াত "গৰ্ভে সহিতে আইকুঁৱৰীদেৱ শাস্তিতে মৰিলে" বুলি মাত্ৰ এষাৰহে বাক্য আছে। হৰকান্ত বৰুৱা সদৰামিনৰ 'আসাম বুৰঞ্জী'তো জয়াৰ উল্লেখ আছে। কিন্তু ইয়াতো "পাপিষ্ঠইতে গাভৰুক বধ কৰিলে" বুলি মাত্ৰ এটাহে লাইন আছে। এইখন বুৰঞ্জী উনৈশ শতকৰ শেষভাগত লেখা হ'ব লাগিব। দুতিৰাম হাজৰিকাৰ পদ্য বুৰঞ্জীত জয়াৰ কাহিনীটোৰ নাতিবিস্তৰ বৰ্ণনা আছে। এইখন পুথি উনৈশ শতকৰ আগভাগৰ। পুৰণি পুথিৰ ৰচয়িতাসকলৰ ভিতৰত কেৱল দুতিৰাম হাজৰিকাইহে জয়মতীৰ বৃত্তান্ত কিছু বহলাই বৰ্ণনা কৰিছে। আধুনিক যুগত বজ্ৰেশ্বৰ শৰ্মা মহন্তই 'জোনাকী'ত জয়মতীৰ বিষয়ে যিটো প্ৰবন্ধ লেখিলে, সেইটোৱেই আমাৰ ঘাই সম্বল। আমি যিখিনি জানো, সেইখিনি মহন্তৰ লেখাৰপৰাই আহৰণ কৰা। ইয়াৰ পিচত সৰ্বেশ্বৰ বৰুৱাই গদাপাণিৰ বিষয়ে লিখা প্ৰবন্ধ এটা ওলাল। এইটো ১৯১১ চনৰ কথা। মহন্ত বা বৰুৱাই তেওঁলোকৰ প্ৰবন্ধ কেইটাত কোনো পাদটিকা দিয়া নাই; তেওঁলোকে কোনো

ঐতিহাসিকৰ প্ৰামাণ্য উদ্ধৃত কৰা নাই ; কোনো নিৰ্দেশন-গ্ৰন্থৰ নাম দিয়া নাই।" তেওঁলোকে লৌকিক পৰম্পৰাৰপৰাই বিষয়বস্তু সংগ্ৰহ কৰিলে নে কোনোবা পুৰণি কিতাপত পালে, সেইটো জনাৰ উপায় নাই।"

মোৰ আলহী কেইজন আছিল বেছ কৃতবিদ্য লোক। তেওঁলোকৰ যে যথেষ্ট অধ্যয়ন আছে, সেইটো পিচত্তহে বুজিলোঁ। তেওঁলোকে মোক একপ্ৰকাৰ চমক খুৱাই ক'লে, মই যি কেইখন কিতাপৰ নাম ল'লোঁ, সেইখন তেওঁলোকে পঢ়িছে। মাথোন ছুভিৰাম হাজৰিকাৰ পদ্ম বুৰঞ্জীখনহে পঢ়িবলৈ বাকী আছে। সেইখনো তেওঁলোকে অচিৰে সংগ্ৰহ কৰিব। পিচে তেওঁলোকে আন এটা তথ্যৰহে সম্ভেদ বিচাৰিছে। সেইটো হ'ল : ফষ্টাৰ নামে চাহাব এজনে জয়মতীৰ কাহিনীটো হেনো প্ৰথম উদ্‌ঘাটন কৰিলে আৰু সেইটো বৰ্ণাই জে-আৰ্-এ-এছ্‌ত ( Journal of the Royal Asiatic Society of Bengal ) এটা প্ৰবন্ধ লেখিলে। সেই প্ৰবন্ধটোত ভেজা দিহে বজেশ্বৰ মহন্তই তেওঁৰ
৫. 'জোনাকী'ত ওলোৱা প্ৰবন্ধটো লেখিলে, পিচত গোহাঞিবৰুৱা আৰু বেজবৰুৱাই মহন্তৰ প্ৰবন্ধটোৰ আধাৰত তেওঁলোকৰ নাটক দুখন ৰচিলে ; হয় নেকি ?

তেওঁলোকৰ কথা শুনি মই বিস্মিত হ'লোঁ। এই ফষ্টাৰ বোলা চাহাবজনৰ প্ৰবন্ধটো পঢ়া দূৰৰ কথা, তেওঁৰ নামকে মই তেতিয়ালৈকে শুনা নাছিলোঁ। মই বিনম্ৰভাৱে তেওঁলোকৰ ওচৰত মোৰ অজ্ঞতা প্ৰকাশ কৰিলোঁ। মই মাথোন ক'লো, "জে-আৰ্-এ-এছৰ পুৰণি সংখ্যাবোৰ পোৱা টান। কলিকতাৰ ইম্পিৰিয়েল লাইব্ৰেৰীত হয়তো আছে। তলৈ গৈ চালেহে হ'ব। ঠিক কোনটো সংখ্যাত ফষ্টাৰৰ প্ৰবন্ধটো আছে, সেইটো জানিব পাৰিলেও তেওঁলোকলৈ লেখালেখি কৰিও সেই সংখ্যাটো মগাই আনিব পাৰিলোঁহেঁতেন। কিন্তু আপোনালোকে বছৰ বা সংখ্যাটোৰ সঠিক সম্ভেদ দিব নোৱাৰিলে। এইবোৰ বিষয়ত ৰাপ থকা অসমীয়া মানুহ কোনোবা যদি কলিকতাত আছে, তেন্তে আপোনালোকে নিজেই যোগাযোগ কৰি চাব পাৰে।"

গ'ল কথা শুচিল। কেইমাহমানৰ পিচত মোৰ গুৱাহাটীলৈ যাব লগা হ'ল। তালৈ গ'লে ভাইৰেক ( বেণুধৰ শৰ্মা ) লগ ধৰাটো মোৰ ৰীতিমত অভ্যাসত পৰিণত হৈছিল। এইবাৰো তেওঁক দেখা কৰিলোঁ। কথাত কথা উলিয়াই মই উক্ত ঘটনাটোৰ আদ্যোপান্ত তেওঁক বিবৰি ক'লো। তেওঁ মোক কথা শেষ

কৰিবলৈকে নিদিলে, "ৰ'বা ৰ'বা। ফষ্টাৰ চাহাবৰ প্ৰবন্ধটো বিচাৰি তুমি নেশ্যনেল লাইব্ৰেৰীলৈ যাব নালাগে। মোৰ ইয়াতে পাবা। সেই টুলখন লোৱাচোন। তাত উঠি একেবাৰে ওপৰৰ থাকটোত থকা পকা-বন্ধা ভলিউম-কেইটা নমাই আনা। সেই কেইটাই জে-আৰ্-এ-এছ। ফষ্টাৰৰ প্ৰবন্ধটো কোনটো সংখ্যাত আছে, মোৰ ঠিক মনত নাই। ১৮৭৪ চনৰ ভলিউমটো চাবাচোন। তাতে ওলাব পাৰে।"

মই ভলিউম কেইটা নমাই আনি লুটিয়াই-বগৰাই অৱশেষত ১৮৭৪ চনৰ চতুৰ্থ সংখ্যাত ( Vol. IV, 1874 ) জে-এম্ ফষ্টাৰৰ ( J. M. Foster ) প্ৰবন্ধটো উলিয়ালোঁগৈ। উলাহতে মই আৰ্কিমিডিছৰ দৰে চিঞৰিলোঁ, "পালোঁ, পালোঁ" বুলি। তেওঁ ঘাত লগালে, "বেছ, এতিয়া পঢ়া।" পঢ়ি শেষ কৰাৰ লগে লগে বিষাদৰ কালিমা এটাই মোৰ মুখখন আৱৰি পেলালে। দেখিলোঁ, ফষ্টাৰে জয়মতীৰ বিষয়ে বিশেষ একো লেখা নাই। তেওঁ মাথোন কৈছে, "জয়মতীক শাস্তি দি মৰা হ'ল।" য'ত এই বাক্যটো আছে, তাতে তাৰকা চিহ্ন এটা দি তেওঁ পাদটীকা দিছে এই বুলি "ৰাধানাথ বৰবৰুৱাৰ দ্বাৰা বিৰচিত আৰু কাশীনাথ তামুলীফুকন কৰ্তৃক সংশোধিত 'আসামৰ বুৰঞ্জী পুথি' ( শিৱসাগৰ, ১৮৪৪ ) দ্ৰষ্টব্য ; পৃষ্ঠা ৩৪।"

তেওঁৱে সুধিলে, "কি পালা ?" "একো নাপালোঁ", মই ক'লোঁ। "ৰাধানাথ বৰবৰুৱাৰ বুৰঞ্জীখন পঢ়ি চালেহে সঠিক সম্ভেদ পাম। সেইখন কিতাপ এতিয়া ক'ত পোৱা যাব ?" "সেইখন বিচাৰি ক'লৈকো যাব নালাগে। মোৰ ইয়াতে পাবা। সেই তলৰ থাকটোত পকা-বন্ধা কিতাপ কেইখন যে আছে, তাৰে কোনোবা এখন ৰাধানাথ বৰবৰুৱাৰ বুৰঞ্জী। তুমি নিজেই আনি পঢ়ি চোৱা।"

এইবাৰ ৰাধানাথ বৰবৰুৱাৰ বুৰঞ্জীখন কিতাপৰ দ'মটোৰ মাজৰপৰা উলিয়াই আনি পঢ়াত লাগিলোঁ। দেখিলোঁ, ৩৪ পৃষ্ঠাততো নায়েই, আনকি গোটেই কিতাপখনৰ ক'তো ভ্ৰুণাক্ষৰেও জয়মতীৰ নাম উল্লিখিত হোৱা নাই। কি কাণ্ড ? ফষ্টাৰে কৈছে, জয়মতীৰ কাহিনীৰ বাবে ৰাধানাথ বৰবৰুৱাৰ বুৰঞ্জী দ্ৰষ্টব্য ; অথচ ৰাধানাথ বৰবৰুৱা এই বিষয়ত একেবাৰে নিমাত ! তেনেই বিমোৰত পৰি মই তেওঁৰ ফালে চাই ক'লোঁ, ফষ্টাৰ চাহাবে বোধহয় শ্ৰীনাথ বৰবৰুৱাৰ বুৰঞ্জী পুথিখনহে বুজাব খুজিছিল ; লেখোঁতে কলমৰ আগত কেনেবাকৈ ৰাধানাথ বৰবৰুৱা বুলি ওলাল।" তেওঁৱে ক'লে, "ওহোঁ, সেইটো কেনেকৈ হ'ব ?

শ্ৰীনাথ বৰবকৰাৰ বুৰঞ্জীথন সূৰ্য্যকুমাৰ ভূঞাই ১৯৩২ চনতহে ছপা কৰি উলিয়ায়। কটাবে তেওঁৰ প্ৰবন্ধটো লিখিলে ১৮৭৪ চনত। তাৰ আগতে ৰাধানাথ বৰবকৰাৰ বুৰঞ্জীথনৰ বাহিৰে আন কোনো বুৰঞ্জী পুথি ছপা হৈ ওলোৱা নাছিল।"

ঘটনাৰ একো উৰাদিহ উলিয়াব নোৱাৰিলোঁ। জয়মতীৰ সমস্যা যেনে আছিল, তেনেকৈয়ে থাকিল।

## ( ২ )

এই কিতাপবোৰত মূৰটো গুজি থাকোঁতে আন এটা ভাবে মোৰ মনত হেন্দোলনি তুলিছিল। সেইটো হ'ল: পুৰাতত্ত্বৰ এই সম্বলবোৰ শৰ্মাই ক'ত কেতিয়া কেনেকৈ সংগ্ৰহ কৰিছিল? তেওঁৰ জন্ম ১৮৯৪ চনত; সাহিত্য চৰ্চাৰ প্ৰতি তেওঁৰ প্ৰথম ধাউতি উপজিল ১৯১১ চনত; সাহিত্য সেৱা আৰু পুৰাতত্ত্বৰ গৱেষণাত ধৰিলে ১৯২১ চনৰ পিচত। অথচ তেওঁৰ পুথিভঁৰালত ১৮৪৪ আৰু ১৮৭০-৮০ চনৰ কিতাপ-কাগজ সঞ্চিত হৈ আছে। সেইবোৰ তেওঁ ক'ৰবাত কিনি-কুটি লৈছিল নাইবা খুজি-মাগি আনিছিল। আকৌ সেইবোৰ নিজৰ গাঁঠিৰ ধন খৰচ কৰি বেঙ্কিনেৰে বন্ধাই আটোম-টোকাৰিকৈ ৰাখি দিছে। সাহিত্য বা পুৰাতত্ত্ব চৰ্চা কৰিবৰ বাবে তেওঁ চৰকাৰৰপৰা জলপানী পোৱা নাছিল। পেটৰ দায়ত পৰি তেওঁ হৰেক ৰকমৰ বৃত্তি বা 'পেচা' ল'ব লগাত পৰিছিল। এই কেইটাৰ লৈতে সাহিত্য চৰ্চাৰ কোনোপধ্যে বাধি-যোৰা নাহে। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দি উঠি তেওঁ দোকান দিলে, লাভৰ মুখ নেদেখিলে। চাইকেলত উঠি ঘৰে ঘৰে মাল-বস্তু বিক্ৰী কৰি ফুৰিবলৈ ধৰিলে। সিমানতো অৱস্থা টনকিয়াল কৰিব নোৱাৰি তেওঁ বড়ি (tablet) বেচা ফেৰীৱালা বা 'হকাৰ' ( Hawker ) হ'ল। সেইটো বৃত্তিৰেও বেচি দিন নচলিল। তাৰ পিচত জীৱন বীমা কোম্পানীৰ এজেণ্ট হ'ল। তাৰেও চুকুবিলত মিকিৰ পাহাৰলৈ গৈ হাতীমহলৰ মহৰীৰ চাকৰিত সোমাল। অৱশেষত 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক হ'ল। ('দৈনিক বাতৰি'ৰ ছপাখানা থাকিল ঢেঙালৰাৰীত, যোৰহাট টাউনৰ পৰা ১৩ কিলোমিটাৰ নিলগত। শৰ্মাই থাকিবলৈ ল'লে ঢেঙালমাৰীত। সপ্তাহে এবাৰকৈ চাইকেল মাৰি ২৪ মাইল দূৰৈত থকা চাৰিঙৰ ঘৰলৈ যায়। এনে হেন অৰ্থসংকটত পৰিও

তেওঁ পুৰাতত্ত্বৰ চৰ্চা কৰিছিল, পুৰণি বুৰঞ্জীৰ সমল য'ত যেনেকৈ পায়, বুটলি আনি তেওঁ নিজাকৈ পুথি-পাজিৰ ভঁৰাল এটা বান্ধিছিল। এইটো ঠিক পুথিভঁৰাল নহয়; ই হ'ল টোকোৰা চৰাইৰ বাহ। ইয়ালৈ কুটা তেওঁ গোটেই অসমখনৰপৰা গোটাই আনিছিল। সেইবোৰ চিজিল কৰি ৰখা নাছিল। ক'ত কেনেকৈ আছে, সেইটো তেওঁহে জানে; আনে উলিয়াব নোৱাৰে। তেওঁ আছিল ভ্ৰমণশীল ঐতিহাসিক ( peripatetic historian )। কোনোবা এজন ঐতিহাসিকে ক'ৰবাত কিবা এটা কথা লিখি থৈ গৈছে, তাকে উদ্ধৃত কৰি "অমুক গ্ৰন্থ দ্ৰষ্টব্য" বুলি পাদটীকা এটা দি কৰ্তব্য শেষ কৰা বিধৰ পণ্ডিত তেওঁ নাছিল। তেওঁ ঘটনাস্থললৈ যাব, বস্তুটো নিজ চকুৰে চাব, ওচৰে-পাজৰে থকা গাঁৱৰ বুঢ়া-মেথাসকলক লগ ধৰিব, তেওঁলোকে কি জানে, কি শুনিছে, সুধিব। সেইখিনি টুকি আনি পিচত তেওঁ নিজাকৈহে লিখিব। সেইদেখি তেওঁৰ কিতাপবোৰত পাদটীকা প্ৰায় নাই; অমুক গ্ৰন্থ দ্ৰষ্টব্য, তমুক গ্ৰন্থ দ্ৰষ্টব্য ইত্যাদি টীকাই তেওঁৰ কিতাপ কেইখন ভাৰাক্ৰান্ত কৰি পেলোৱা নাই। য'ত পাদটীকা দিছে, ত'ত ব্যাখ্যা বা স্পষ্টীকৰণ হিচাপেহে দিছে, কোনো নিৰ্দেশন-গ্ৰন্থৰ উল্লেখ নাই।

বেণুধৰ শৰ্মাৰ এই অনুসন্ধিৎসা, পুৰাতত্ত্বৰ প্ৰতি এই ধাউতি, বুৰঞ্জীৰ সমল গোটোৱাত এই আগ্ৰহ দেখি তেওঁৰ ওচৰত মোৰ শিৰ আপোনাআপুনি অৱনত হৈ গৈছিল। মই ভাবিছিলোঁ, এই বেণুধৰ শৰ্মা মানুহজন! দেৱ নে মনুষ্য? চিৰকাল অৰ্থাভাৱগ্ৰস্ত লোক! টলৌ টলৌকৈ গোটেই অসমখন ভ্ৰমি ফুৰে। কিহৰ মাদকতাই তেওঁক এইদৰে টানি লৈ ফুৰিছে? তেওঁ য়ুনিভাৰ্ছিটিৰ প্ৰফেছৰ হ'ব, ৰীডাৰ হ'ব? ওহোঁ নহয়, হ'ব নোৱাৰে। তেওঁ আণ্ডাৰ-গ্ৰেজুৱেট। তেওঁ কিতাপ লিখি ব্যৱসায় কৰি ধনী হ'ব? ওহোঁ, নোৱাৰে। প্ৰতিখন কিতাপৰ ছপা খৰচৰ বাবে তেওঁ আনৰ ওচৰত অৰ্থ ভিক্ষা বিচাৰি হাত পাতিব লগা হৈছিল। তেওঁ ৰজা ঘৰৰপৰা কিবা অনুগ্ৰহ লাভ কৰিব? ওহোঁ, নহয়। ৰজাঘৰীয়া অনুগ্ৰহ লাভ কৰিবৰ বাবে যিখিনি গুণ লাগে, সেইখিনি তেওঁৰ নাই। তেওঁৰ যিখন ফটা মুখ, সেইখনেৰে ৰজাক ভাললৈ লগাবও নোৱাৰে। শেষ বয়সত তেওঁ চৰকাৰৰপৰা যি স্বীকৃতি পাইছিল, সেইটো তেওঁক নিজিলে নহয় দেখিহে দিয়া হৈছিল। তেনেহ'লে কিহৰ লালসাত তেওঁ এনেদৰে সাহিত্য বা পুৰাতত্ত্বৰ চৰ্চা কৰিছিল? ই তেওঁৰ নিষ্কাম কৰ্ম। কিবা

প্ৰতিদান পোৱাৰ আশাত তেনে কৰা নাছিল। নিজৰ মনটোক পৰিতৃপ্ত কৰি ৰখাৰ বাবেই এনে কৰিছিল। মাধৱদেৱে কৈছে, "ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ মাধৱৰ প্ৰসাদে মিলয়, কৃষ্ণৰ কৃপাত জানা গুচয় সংসাৰ ভয় এহিমানে গীতাৰ নিৰ্ণয়।" যেনুধৰে অসমীয়াৰ আত্মবোধ এটা জগাই তুলিবৰ বাবে বুৰঞ্জী চৰ্চা কৰিছিল। তেওঁৰ বিৰচিত বুৰঞ্জী হ'ল উপৰিপুৰুষৰ স্তৱগাথা, অতীত গৌৰৱৰ গুণশীল মহিমা কীৰ্তন। তেওঁ স্বদেশ আৰু স্ব-জাতিক ভাল পায়। ভাল পোৱাৰ ঐতিহাসিক কাৰণবোৰ বিশ্লেষণ কৰিব খোজে। তেনে কৰি নিজেই আনন্দত আপ্লুত হয়। স্বজাতিৰ এই গৌৰৱ-গাথা একত্ৰে গ্ৰথিত কৰি থৈ যোৱাৰ তেওঁৰ ইচ্ছা আছিল; কিন্তু নোৱাৰিলে। ভিন্ন প্ৰসংগত তেওঁ লিখি থৈ গৈছে:

"অসমৰ বিষয়ে য'ত যিমানখিলাক প্ৰবন্ধপাতি ওলাইছে, সেই এটাইবোৰ অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিবৰ মন কৰিছিলোঁ। বহুত দুষ্প্ৰাপ্য প্ৰবন্ধ নকল কৰিও আনিছিলোঁ। কিন্তু সময় আৰু সুবিধাই সেই কাম কৰিবলৈ মোৰ ফালে মুখ মেলি নেচালে। ইপিনে, তেলীয়া সাবেঙে সাজোঁতে-পাবোঁতেই গ'ল, কৈচু বজাই হ'ল। মোৰপৰাই উহ লৈ এজন চৰ্কাৰী সুবিধা ভোগ কৰোঁতা পণ্ডিতে বুৰঞ্জীবিদ বুলি বজাঘৰে-প্ৰজাঘৰে সুখ্যাতি অৰ্জন কৰিলে। কৰক, তাত ভালহে পাইছোঁ; কিন্তু মোৰ নামটো ল'বলৈ যে বেয়া পায়, সেইটোতহে বেজাৰ পাওঁ।" (মজিয়াৰ পৰা মেজলৈ)

( ৩ )

টকা-পইচাৰ অভাৱে শৰ্মাক কেনেকৈ নাকনি-কাণনি কৰিছিল, তাৰ নজিৰ এটা তেওঁৰ লেখাৰপৰাই দিব পাৰি। ১৯১৩ চনত কলিকতাৰ ইম্পিৰীয়েল (বৰ্তমান 'নেশ্বনেল') লাইব্ৰেৰীত পুৰণি কিতাপ-কাগজ ঘুকুটি থাকোঁতে তেওঁ কছু ভদ্ৰলোক এজনক লগ পায়। এই কছু লোকজনে তেওঁক ক'লে যে লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত 'এন্ একাউণ্ট অব্ আসাম' নামে হাতেলিখা পুথি এখন আছে। এই পুথিখন তেওঁ (শৰ্মাই) ইচ্ছা কৰিলে পঢ়ি চাব পাৰে।

স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত কাপ্তান বেলছ্ অসমলৈ আহোঁতে তেওঁ দলটোত এজন ডাক্তৰো লৈ আহিছিল। এই ডাক্তৰজন হ'ল জন্ পেটাৰ বেড্ (John Peter Wade)। বেডে দুখন বুৰঞ্জী পুথি—এখন অসমীয়াত আৰু

আনখন তায় ( Tai ) ভাষাত লিখা—সংগ্ৰহ কৰি তাৰে গইনা লৈ অসমৰ বুৰঞ্জী এটা যুগুত কৰে। এই বৃত্তান্তটোৱেই হ'ল "এন একাউণ্ট অব্ আসাম"। ৰেড ১৮০২ চনত কলিকতাত থকা কালতে চুকাল। তেওঁৰ কিতাপখন হাতেলিখা অৱস্থাতে ইণ্ডিয়া অফিচ লাইব্ৰেৰীত পৰি থাকিল। বেণুধৰ শৰ্মাই ৰেডৰ জীৱনৰ বহুতো তথ্য কলিকতাতে পঢ়ি থকা কালতে সংগ্ৰহ কৰি ৰাখিছিল। এতিয়া কিতাপখনৰ সন্ধান পাই তেওঁ আনন্দতে অধীৰ হৈ পৰিল।

১৯২৩ চনত শৰ্মাই ইম্পিৰীয়েল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান মিঃ চাপমেনৰ হতুৱাই লিখালিখি কৰাই ৰেডৰ কিতাপখনৰ প্ৰতিলিপি এটা মগাই অনালে। পাৰ্চেলটো ইন্সিয়ৰ হৈ আহিল। টকা তিনিশ দি খালাচ কৰিব লাগে। ইফালে তেওঁৰ টকা নাই। নাগিনীজান বাগানৰ বৰ কেৰাণী মোক্ষেশ্বৰ সন্দিকৈৰপৰা টকা তিনিশ ধাৰ কৰিলে। তাৰে পাৰ্চেলটো খালাচ কৰিলে। পিচত অৱশ্যে ধাৰ উচল কৰা হ'ল।

আকৌ এক সমস্যা! কিতাপখন প্ৰকাশ কৰা যায় কেনেকৈ? অৱশেষত জানিবা তেওঁৰ জেঠেৰীয়েক মধুপুৰ বাগানৰ স্বত্বাধিকাৰী ৰামেশ্বৰ শৰ্মাই কিতাপ-খন ছপা কৰাৰ খৰচ বহন কৰিলে। কিতাপখন পোহৰলৈ আনি শৰ্মাই ইতিহাস গৱেষণাৰ ক্ষেত্ৰত সৰব আৰু বলিষ্ঠ পদক্ষেপ এটা ল'লে। এই ক্ষেত্ৰত নিজকে কৃতবিদ্য বুলি ভবা এচাম পণ্ডিত তেওঁৰ প্ৰতি ঈৰ্ষান্বিত হ'ল। তেওঁলোকে ৰেডৰ বুৰঞ্জীৰ বিৰুদ্ধে অপপ্ৰচাৰ কৰিবলৈ ধৰিলে। সম্পাদক শৰ্মা তেওঁলোক শলাগৰ পাত্ৰ নহৈ উপহাসৰ পাত্ৰহে হ'ল। ৰেডৰ বুৰঞ্জীখন নিষিদ্ধ কৰিবলৈ তেওঁলোকে চৰকাৰক টানি ধৰিলে। অৱশ্যে সেইটো নহ'লগে। ৰেডৰ 'এন একাউণ্ট অব্ আসাম' থাকি গ'ল আৰু ইয়াৰ সম্পাদক বেণুধৰ শৰ্মায়ো জনমানসত স্বীকৃতি পালে।

ইয়াৰ পিচত আকৌ এক সমস্যা! কিতাপখন বিক্ৰি কৰা যায় কেনেকৈ? শৰ্মাই নিজেই বিশ-পঁচিশটা কপি টোপোলা বান্ধি চাইকেলেৰে অ'লৈ ত'লৈ—বিশেষকৈ চাহ বাগানবোৰলৈ—লৈ গৈ কিতাপখন বিক্ৰী কৰিবলৈ ল'লে। আমাৰ এটা প্ৰবাদ আছে, স্বৰ্গ লৈ গ'লেও ঢেকীয়ে হেনো ধান বানিব লাগিবই। শৰ্মাই ঐতিহাসিকসকলৰ শাৰীত আসন পালে; কিন্তু হকাৰৰ (hawker) বৃত্তিটোৱে তেওঁক এৰা নিদিলে। তথাপি তেওঁ ভগ্নোত্তম নহ'ল। তেওঁ যি কৰিছে, সি হ'ল নিষ্কাম কৰ্ম। তাত লাভ-লোকচানৰ প্ৰশ্ন নুঠে।

( ৪ )

বেণুধৰ শৰ্মাৰ মনোবৃত্তিক গঢ় দিয়াত চাৰিঙৰ ঐতিহ্যয়ো কম অৰিহণা যোগোৱা নাই। তেওঁ কেৱল বেণুধৰ শৰ্মা নহয়, তেওঁ হ'ল 'চাৰিঙীয়া বেণুধৰ'। একালত চাৰিঙীয়া হ'ব পৰাটোও আছিল এক বেলেগ অৰ্হতা। পুৰণি কালত ৰাজকোঁৱৰসকলক খাত্-পাম দি ঠায়ে ঠায়ে সংস্থাপন কৰা হৈছিল। প্ৰথমে এনে খাত্ আছিল চাৰিখন—চাৰিং, দিহিং তিপাম আৰু তুংখং ( বৰ্তমান টিংখং )। পিচত আৰু দুখন খাত্ গঠন কৰা হ'ল—চামগুৰি আৰু নামৰূপ। চাৰিং, তিপাম আৰু নামৰূপৰ কোঁৱৰ কেইজনেহে 'ৰজা' খিতাপ পাইছিল ; বাকী কেইজন হ'ল গোহাঞি। ৰজাৰ জ্যেষ্ঠ পুতেকজনকে চাৰিঙত থপা হৈছিল আৰু তেওঁক আখ্যা দিয়া হৈছিল 'চাৰিংৰজা'। ৰাজপাটত আৰূঢ় ৰজাজন বিদেহী হ'লে চাৰিং ৰজাইহে গাদীত আৰোহণ কৰিব পাৰিব। সেয়ে চাৰিঙৰ ৰাইজৰ দেমাকি এটা আছিল। তেওঁলোকৰ ৰজা হ'ল অসমৰ ৰজা। তেওঁলোক আচল আৰু মুখ্য ৰজাখেলীয়া লোক ; তেওঁলোক আনবোৰ অসমীয়াতকৈ বেচি অসমীয়া। এই অসমীয়াত্ব বোধৰ অভিমান তেওঁলোকৰ ইমান বেচি আছিল যে তেওঁলোকে কামত বা কথাত দ্বিতীয় হ'ব নোখোজে। নিজৰ জিদটো কোনো-পধ্যে নেৰে।

"অসম দেশ ছশ বছৰ স্বতন্ত্ৰবীয়া হৈ আছিল ; লো, সোণ, কাপোৰ একোতে কাকো হাত-পাতিবলগীয়া নহৈছিল। যদিও, কেতিয়াবা লাগিছিল, গ্ৰহণ ভগাৰ পিছত চন্দ্ৰ-সূৰ্য্য মুক্ত হোৱাৰ দৰে আকৌ প্ৰফুল্লিত হৈ উঠিছিল। যাৰ যি ব্যৱসায় তাক কোনেও এৰিব নোৱাৰিছিল। খেলে-খেলে যাৰ যি কাম তেওঁ সেই কাম কৰি দেশৰ শিল্প বিদ্যা দেশতে ৰাখিছিল। স্বতন্ত্ৰবীয়া মনোভাবেৰে উদ্বুদ্ধ হৈ থকাত কোনো অসমীয়া কাৰো আগত চন্দুৰা পৰা নাছিল। বৈৰী ভাবাপন্ন দেশৰ লগত বেহা-বেপাৰ বা অন্যান্য আদান-প্ৰদান কৰা নিষিদ্ধ আছিল।" ( সাতাৱন ছাল )

ই হ'ল চাৰিঙীয়া ভেম। ভেম হ'লেও চাৰিঙীয়া লোকৰ মুখত ই তেনেই স্বভাৱজাত উক্তি। এনে উক্তি কেৱল বেণুধৰৰ মুখৰপৰাই যে বিনিঃসৃত হৈছে, তেনে নহয় ; মণিৰাম দেৱান থকা হ'লেও এই একে উক্তিকে কৰিলেহেঁতেন।

চাৰিঙীয়া ঐতিহ্যই বেণুধৰৰ মনতত্ত্ব তেনেই আগুৰি ৰাখিছে। অসমীয়াত্বৰ

অহমিকা—দেশাত্মবোধ, বেণু সাহিত্যৰ এটা ঘাই লক্ষণ। এই অসমীয়াত্ম বোধৰ বশবৰ্তী হৈ থকা বাবে তেওঁৰ ৰচনাৱলীত অসমীয়াৰ প্ৰতি অহৈতুক প্ৰীতি আৰু অসমীয়া-বিৰোধী পক্ষৰ প্ৰতি তাচ্ছিল্যৰ ভাব এটা পৰিদৃষ্ট হয়। ভাল কামৰ বাবে অসমীয়া বিৰোধী লোকৰ তেওঁ যে শলাগ লোৱা নাই, তেনে নহয়। 'মণিৰাম দেৱান'ত নিউবিল চাহাব আৰু হৰনাথ দাৰোগাক তেওঁ বহুতো অপবাদৰ পৰা বেহাই দিছে। সেয়ে হ'লেও তেওঁৰ সহানুভূতি সদায় যে অসমীয়া পক্ষটোৰ ফালেহে গৈছে, সেইটো সহজে অনুমান কৰিব পাৰি।

( ৫ )

বেণুধৰ শৰ্মা আছিল এজন ঐতিহাসিক। কেনে ধৰণৰ ঐতিহাসিক, সেইটো ব্যাখ্যা কৰা টান। হেমচন্দ্ৰ গোস্বামীয়ে কৈ গৈছে, 'বুৰঞ্জী' মানে হেনো "মূৰ্খৰ শিক্ষাৰ ভঁৰাল", অৰ্থাৎ "নজনা লোকে জানি-বুজি ল'ব লগা কথাৰ ভঁৰাল।" 'ইতিহাস মানে হেনো 'পৰম্পৰাগত উপদেশ', 'ইতিহ', ইয়াত আছে, সেই গুণে ইতিহাস। পুৰাণ আৰু ইতিহাস দুয়োবিধ সাহিত্য প্ৰাচীন ভাৰতত একেটা শ্ৰেণীতে ধৰা হৈছিল। 'পুৰাণ' মানেও সেই একেই, পুৰণি কথা (ancient lore)। বেণুধৰ শৰ্মাৰ ঐতিহাসিক গ্ৰন্থাৱলী এই পৌৰাণিক অৰ্থত ইতিহাস হ'ব পাৰে, পুৰাণো হ'ব পাৰে, বুৰঞ্জীও হ'ব পাৰে, কিন্তু আধুনিক অৰ্থত 'হিষ্টৰী' নহয়। বুৰঞ্জীৰ আধাৰত তেওঁ পুৰাবৃত্ত কথন কৰিছে, অসমীয়াৰ প্ৰাচীন ঐতিহ্যৰ মহিমা বৰ্ণন কৰিছে। ইউৰোপীয় ঐতিহাসিক বা প্ৰশাসনীয় বিষয়াসকলে গোটাই থৈ যোৱা সম্বলবোৰকে যথাসৰ্বস্ব বুলি ধৰি নলৈ দেশী উৎসবপৰা সংগ্ৰহ কৰা তথ্যৰে ঘটনাৱলী সজাই-পৰাই তুলিছে। উপৰিপুৰুষৰ সঞ্চিত জ্ঞান আৰু অভিজ্ঞতাৰ নিকৰোপলত জিলিকি উঠা তথ্যবোৰ তেওঁ অধিকতৰ নিৰ্ভৰযোগ্য বুলি ধৰি লৈছে।

শৰ্মাৰ মনতত্ত্ব পুৰণিৰ মোহে আচ্ছন্ন কৰি ৰখা বাবে বহুতো বিষয়ত তেওঁ আগ্ৰহকনীয়া হৈ আছে, দেখিও নেদেখাৰ ভাও ধৰিছে; যিটো ভাল, যিটো দেখনিয়াৰ, সেইটোৰ প্ৰশংসাত পঞ্চমুখ হৈছে; যিটো বেয়া, যিটো আপচু, সেইটো আওকাণ কৰি চলিছে। ফলত তেওঁৰ লেখাত কিছুমান অন্তৰ্বিৰোধ বা স্ব-বিৰোধ আহি পৰিছে। এইবোৰলৈ তেওঁ ভ্ৰূক্ষেপ কৰা নাছিল। সামগ্ৰিকভাৱে বেণু সাহিত্যই আজিৰ পাঠকক এই ধাৰণা যোগায়, তেওঁৰ যেন

কাম্য আছিল আগৰ বঙ্গাদিনীয়া ফিউডেল তন্ত্র; বন্দী-বেটী, লগুৱা-লিকচৌ সমেত পুৰণি ডাঙৰীয়া শ্ৰেণীটো বিটোৱে অসম গঢ়ি তোলাত থাই ভূমিকা লৈছিল। এই পাৰ্থক্যটো তলত দিয়া উদ্ধৃতি দুটাৰপৰাই উপলব্ধি কৰিব পৰা যায়:

"যি সময়ত অসম হাবি গুচি ফুলবাৰী হ'ব, নৈত ডোঙা গুচি জাহাজ হ'ব, ঘৰ বাঁহৰ গুচি শিল ইটাৰ হ'ব, গাঁৱে-গাঁৱে হেজাৰে হেজাৰে পঢ়াশালী, জ্ঞানৰ সভা, চিকিৎসালয়, দুখীয়া-দৰিদ্ৰ পৰিপ্ৰাণৰ আলয় হ'ব; আৰু যি কালত লোকসকলে পৰস্পৰ হিংসা নকৰি আটায়ে আটাইক ভ্ৰাতৃৱৎ স্নেহ কৰিব, কেৱে চুটকা কানিৰ সলনি মিছা সাক্ষী নিদি লাখ লাখ টকাকো কাটি কৰি থ'ব, কোটি টকা ভেটী পায়ো কাবো অন্যায় নকৰিব—সেই সময়, হে পৰমপিতা জগদীশ্বৰ, শীঘ্ৰে ঘটোৱা।" (আনন্দৰাম ঢেকিয়াল ফুকন)

"আজি লাচিতৰ তিখিত সুঁৱৰিব লাগিব লাচিতৰ বীৰত্ব; চাব লাগিব লাচিতৰ বুদ্ধি; ল'ব লাগিব লাচিতৰ স্বদেশ প্ৰেম, শিকিব লাগিব লাচিতৰ আত্মত্যাগ, অনুকৰণ কৰিব লাগিব লাচিতৰ চৰিত্ৰবল। লাচিত ফুকনৰ দৰে স্বদেশপ্ৰেমত উদ্বুদ্ধ হ'বলৈ শিককচোন; লাচিতৰ দৰে স্বাৰ্থত্যাগী, দৃঢ়সংকল্পী, অধ্যৱসায়ী হ'বলৈ শিককচোন; লাচিতৰ দৰে মাৰ বাব্ধি জন্মভূমিৰ হৈ প্ৰাণ জলাঞ্জলি দিবলৈ শিককচোন। দেখিব—মৈদামৰ তলিৰপৰা উঠি অহা আপোনাৰ দেশৰ্থনিয়ে নতুন চেতনা পাই জগতত কি অসাধ্য সাধন কৰে।"

( বেণুধৰ শৰ্মা )

আনন্দৰাম ঢেকিয়াল ফুকন হ'ল পুৰণি অসমীয়া শ্ৰেণীটোৰ এজন বিচ্ছুৰিত বংশধৰ। কিন্তু তেওঁ সেই শ্ৰেণীটোৰ ইচ্ছা আকাংক্ষা ব্যক্ত কৰা নাই; সদ্যজাত অসমীয়া মজলীয়া শ্ৰেণীটোৰ নবীন ভৱিষ্যতৰ কল্পনাহে ফুটাই তুলিছে। বেণুধৰ শৰ্মা হ'ল অসমীয়া মজলীয়া শ্ৰেণীটোৰ লোক। কিন্তু তেওঁ পুৰণি অসমীয়া ডাঙৰীয়া শ্ৰেণীটোৰ আশা-আকাংক্ষাহে ব্যক্ত কৰিছে। তেওঁৰ দৃষ্টিত অসম হাবি নহয়; অসম সুপ্ত অৱস্থাত আছে মৈদামৰ অতল তলিত; তাৰ পৰা উঠি আহি লাচিতৰ দৰে অসাধ্য সাধন কৰিব লাগিব। দুয়োজনৰে উদ্বোধনী মন্ত্ৰৰ সুৰ একেটা; প্ৰথমজনে ভৱিষ্যতলৈ চাইছে, দ্বিতীয়জনে অতীত গৌৰৱৰ ওপৰতহে দৃষ্টি নিবদ্ধ কৰিছে।

লাচিত বৰফুকনৰ বিষয়ে লেখা তথা বহুল আৰু আজিলৈকে ওলোৱা ৰচনাৱলীৰ ভিতৰত সৰ্বোৎকৃষ্ট প্ৰবন্ধটোৰ তেওঁ শিতান দিছে "বঙাল-বৈৰী লাচিত বৰফুকন।" শিতানটোৱেই কৈ দিছে যে ঐতিহাসিক হিচাপে যিটো নিৰপেক্ষ বিচাৰ-ভংগী ল'ব লাগিছিল, সেইটো তেওঁ নল'লে। আনে নাজানিলেও তেওঁ অন্ততঃ জানে যে লাচিত বৰফুকন যিবোৰ বঙালৰ বৈৰী, সেইবোৰ আছিল হিন্দুস্তানী—মোগল আৰু ৰাজপুত। তেওঁ যিবোৰ বঙালৰ লৈতে ফেৰ পাতিছে, সেইবোৰ হ'ল বংগদেশৰ লোক। তথাপি তেওঁ কৈছে লাচিত বৰফুকন বঙাল-বৈৰী। ক'ৰবাত বঙালইঁতৰ লৈতে মুৰে মুৰে ঠেকাঠেকি খাই সংঘৰ্ষ এটা হয় যদি হওক : তালৈ কোনে ভয় কৰিছে। তদুপৰি লাচিতৰ প্ৰতি সুবিচাৰ কৰিবলৈ গৈ তেওঁ একপ্ৰকাৰ অবিচাৰহে কৰিলে। তেওঁ এনে এটা ধাৰণা দিলে যেন বঙাল-বৈৰী হোৱাটোতহে লাচিত বৰফুনকৰ মহত্ব নিহিত আছে!

পুৰণিৰ গোন্ধ বেণুধৰে য'তে পাইছে, ত'তে উদ্ধাউল হৈ অল্প গুণকো বিস্তৰ কৰিছে ; বেয়া ফালটোলৈ তেওঁ চোৱা নাই। "প্ৰতিদিনে তিবোতাইঁতক দিনত বাৰীৰ বনত লগাই বাৰীৰ ভিতৰত গোবৰ পেলোৱায় ; ৰাতি হ'লে, দহ অঁৰাকৈ মুগাৰ সুতা কটোৱায় ; ৰাতিপুৱালেই প্ৰতিজনী মাইকীয়ে এদোণকৈ চাউল খুন্দি দেখুৱাব লাগে। যি ঘৰে সুতা কাটিব নোৱাৰে আৰু চাউল নিব নোৱাৰে, সেই ঘৰৰ তিবোতাক ধৰি-বান্ধি কিলায় আৰু নাকে-কাণে শলা মাৰে। এই ৰূপে ডঁৰি কৰি ৰাজ্য চলোৱাত ৰাইজৰ কামত বৰ দুখ হৈছিল যদিও, একো বস্তুৰ অভাৱ নাছিল" ( বৰবৰুৱা মোমাই তামুলী )। বস্তুৰ অভাৱ গুচাব লাগিলে মানুহক কামত যে দুখ দিবই লাগিব, সেইটো তেওঁ ক'ত পালে ? যিথন সমাজত মাইকী মানুহক ধৰি-বান্ধি কিলায় আৰু নাকে-কাণে শলা মাৰে, সেইথন সমাজত মানুহবোৰ সভ্যতাৰ কিমান যে তল খাপত আছিল, সেইটো তেওঁ তদ্‌বিৰ কৰি চাইছেনে ? অথচ এইবোৰ তেওঁ গুণ হিচাপেহে লৈছে। 'দেশদ্ৰোহী কোন—বদন বৰফুকন নে পূৰ্ণানন্দ বুঢ়াগোহাঁই ?' শীৰ্ষক ৰচনাত তেওঁ যিটো তীক্ষ্ণধাৰ সমালোচনামূলক দৃষ্টিভংগী লৈছিল, নিৰপেক্ষভাৱে বিচাৰ কৰাৰ যিটো দক্ষতা প্ৰদৰ্শন কৰিছিল, সেইটো বাকীবোৰ লেখাতো অৰ্থাই ৰাখিব নোৱাৰিলে। সেয়ে হ'লেও বুৰঞ্জী লেখকসকল সচৰাচৰ অনবহিত হৈ থকা বহুতো বিষয়ৰ ওপৰত তেওঁ আলোকপাত কৰি থৈ গৈছে। আমি

সদায় শুনি বা দেখি থকা বহুতো বস্তুৰ আঁতি-গুৰি তেওঁহে খৰচি মাৰি বৰ্ণাই থৈ গৈছে। আমাৰ দেশলৈ চিঞাহী আমদানি হোৱাৰ আগেয়ে মানুহে মহীৰে লেখিছিল। মহীটো কেনেকৈ তৈয়াৰ কৰা হৈছিল, তাৰ নিৰ্ভৰযোগ্য বিবৰণ তেওঁহে আমাক দি গৈছে। আমাৰ মানুহে কানি খাইছিল। কানিৰ সেৱন-বিধি কেনে আছিল, সেইটো তেওঁহে বিবৰি কৈছে। 'খেদা' কি, হাতী কেনেকৈ ধৰে, এইবোৰ জানিব খুজিলে বেণু সাহিত্যৰ পাত লুটিয়ালেই হ'ল। আগৰ কালত নিমখৰ সলনি কলাখাৰ চলিছিল নে লোণৰ ব্যৱহাৰো আছিল ? শৰ্মাই অসমৰ লোণ-পুং আৰু তাৰপৰা কেনেকৈ লোণ তৈয়াৰ কৰা হৈছিল, তাৰ নিখুঁত বৰ্ণনা দি গৈছে। আমি প্ৰথম যেতিয়া পুৰণিকলীয়া হেংদান আৰু ছিলৈবোৰ দেখিছিলোঁ, তেতিয়া ভাবিছিলোঁ, লোহা তেওঁলোকে ক'ত পাইছিল। পুৰণি অসমীয়া লোহ-শিল্পৰ বিবৰণ শৰ্মাই আমাক দি গৈছে। 'মটক'ৰ বিপৰীত শব্দটো যে 'মুলুং', 'মৰাণ' এটা খেলৰহে নাম, সেইটো শৰ্মাই ভাণ্ডি-পাতি বুজাই দিলতহে বুজিলোঁ। (এই শব্দ তিনিটাৰ অৰ্থ ছাৰ এডৱাৰ্ড্ গেইটৰ অবিদিত নাছিল।) যোৰহাট ঠাইখনৰ নাম কিয় 'যোৰহাট' হ'ল, দিছৈ নৈৰ নাম 'ভোগদৈ' কেনেকৈ হ'ল, এইটো শৰ্মাৰপৰাহে বুজিলোঁ। আজিকালি এইবোৰ তেনেই সাধাৰণ কথা ; কিন্তু এইবোৰ জানিবৰ বাবে তেওঁ অশেষ খাটিব লগা হৈছিল। ঠাইৰ নামতে হওক বা ফকৰা-যোজনাতে হওক, য'তে বুৰঞ্জীৰ আঁচোৰ পৰিছে ত'তে তেওঁ কঢ়ামুঠীয়াকৈ লাগি যায় আৰু অন্তৰালৰ ইতিহাস উদ্‌ঘাটন কৰি আমাক জানিবলৈ দিয়ে। পুৰণিক একে ধৰণে মন-প্ৰাণ ঢালি ভাল পাব পৰা লোক এজন জানো সতকাই পোৱা যাব ?

( ৬ )

স্থানৰ ( চাৰিং ) লগতে কালেও বেণুধৰ শৰ্মাৰ মনস্তত্ত্ব প্ৰভাৱান্বিত কৰিছে। তেওঁৰ জন্ম ১৮৯৪ চনত। চূড়ান্ত বঙাল-বৈৰিতাৰ কালছোৱাই হ'ল তেওঁৰ শৈশৱ আৰু কিশোৰ। স্বাধীন অসমৰ শেষ অৱশেষখিনিও মচ খোৱাৰপৰা তেওঁ সংসাৰৰ মুখ দেখালৈ ব্যৱধান মাত্ৰ ৫৬ বছৰ। আহোম যুৱৰাজৰ ৰাজ্য চাৰিঙত জন্ম গ্ৰহণ কৰি তেওঁ অসমৰ পুৰণি গৌৰৱৰ ক্ষীণ আভা দেখা পাইছিল আৰু সেই চাৰিঙতে সিংহপুৰুষ মণিৰাম দেৱানে সেই লুপ্ত গৌৰৱ উদ্ধাৰ কৰিবলৈ গৈ কিদৰে প্ৰাণ বিসৰ্জন দিলে, তাৰ কাহিনী শুনি শুনিয়েই তেওঁ

ডাঙৰ-দীঘল হৈছিল। দেৱান কাঁচীকাঠত উঠাৰপৰা শৰ্মাই জন্ম গ্ৰহণ কৰালৈ মাত্ৰ ৩৬ বছৰ। শৰ্মাৰ পিতা-মাতাই মণিৰামক নিশ্চয় পাইছিল— ডাঙৰীয়া হিচাপেই হওক বা সমজুৰা হিচাপেই হওক। মণিৰাম দেৱান শৰ্মাৰ আদৰ্শ পুৰুষ, আৰাধ্য দেৱতা। মণিৰামৰ আদৰ্শই তেওঁক ইমান উদ্বুদ্ধ কৰিলে যে ভাৰত স্বাধীন হোৱাৰ পিচত অসমৰ সেই সময়ৰ ৰাজ্যপাল জয়ৰামদাস দৌলতৰামৰ সভাপতিত্বত মণিৰাম দেৱানৰ তিথি পাতিলতহে শৰ্মাৰ অতৃপ্ত আত্মাই সান্ত্বনা লভিলে। শৰ্মাৰ নিজৰ ভাষাত ক'ব লাগিলে—

"পৰাধীনতাৰ দিন উকলি স্বাধীনতাৰ অৰুণোদয় হ'লত, অসমৰ ৰাজ্যপাল শ্ৰীযুত জয়ৰামদাস দৌলতৰামেও সেই আসনত অধিষ্ঠিত হৈ মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ বিজয়ী মৰণত গুৰুত্ব থাপিলে; 'চিপাহী বিদ্ৰোহ'ৰ সময়ত স্বদেশৰ হকে জীৱন বলি দিওঁতা অসমীয়া ত্যাগবীৰসকলৰ মানদণ্ড ওপৰলৈ তুলিলে। দৌলতৰামৰ সভাপতিত্বই '৫৭ ছালত অসমীয়াই পোলোৱা অৰিহণাখিনিত অন্ততঃ মণি-মুকুতা লগাই অনা-অসমীয়াৰ চকু গজালে। মণিৰাম-পিয়ালীৰ বাৰ্ষিকীয়ে এতিয়াও আমাৰ অভিপ্ৰেত বাঞ্ছা পূৰ্ণ কৰাৰ অৰ্থে বছৰি উদগনি দি থকা দেখি, পানীত পৰি কক্-বকোৱা মোৰ অশান্ত-অতৃপ্ত চিত্তই শান্তি-তৃপ্তি লাভ কৰিছে।" (কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত)

ওপৰৰ কথাখিনিৰ মৰ্ম উপলব্ধি কৰিব পাৰিলেই শৰ্মা কেনেধৰণৰ ঐতিহাসিক, সেইটো বুজা আমাৰ পক্ষে সহজ হ'ব। তেওঁ বুৰঞ্জী-প্ৰসিদ্ধ নায়ক-নায়িকাসকলৰ অৰিহণাখিনিত মণি-মুকুতা লগাই জিলিকাব খোজে। আমি সেইখিনি চালিজাৰি কিবা বহণ আছিল যদিও তাক গুচাই নওঠা কৰিব খোজোঁ। ঐতিহাসিক চৰিত্ৰবোৰৰ প্ৰতি শৰ্মাৰ যি ভক্তি, সি হ'ল সস্পৃহ, প্ৰাণময়ী আসক্তিযুক্ত।

মই এবাৰ তেওঁক সুধিছিলোঁ, "তাৰৈ, আপুনি আপোনাৰ কোনখন কিতাপ আটাইতকৈ মূল্যবান বুলি ভাবে?" তেওঁ ক'লে, তেনে ধৰণে তেওঁ বাচ-বিচাৰ কৰিব নোখোজে। তেওঁৰ দৃষ্টিত 'মঙ্গলতিৰ কণ্ঠীমালা' বা 'ৰাংপতা' যেনে, 'মণিৰাম দেৱান' বা 'দক্ষিণপাট সত্ৰ'ও তেনে। অৱশ্যে 'মণিৰাম দেৱান'ৰ বাবে তেওঁ যিমান খাটিব লগা হৈছিল, বাকী কেইখনত সিমান খটা নাই। আনকি দেৱানৰ গীতবোৰ বিভিন্ন ঠাইৰপৰা বুটলি আনি থুপাই যথানুক্ৰম এটাত সজাওঁতেই তেওঁ এবছৰতকৈও ওপৰ কাল পাৰ কৰি দিছিল। মণিৰাম দেৱানৰ

প্ৰতি তেওঁৰ আসক্তিৰ অংকুৰ হ'ল স্বদেশ প্ৰেম, লগতে স্থানীয় (চাৰিঙীয়া) আবেগ-অনুভূতি আৰু মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ অনুপ্ৰেৰণা। দেৱানৰ অৱিহণাত মণি-মুকুতা লগাই জিলিকাই তুলিবলৈ গৈ তেওঁ কিছুমান জলন্ত ঐতিহাসিক সত্য নেওচি গৈছে। দেৱানে স্বাধীনতা বিচাৰিছিল সঁচা; কিন্তু সেই স্বাধীনতাৰ আদৰ্শ আছিল তেনেই সীমিত। ইষ্ট ইণ্ডিয়া কোম্পানীৰ ছত্ৰচ্ছায়াত হায়দৰাবাদ, গোৱালিয়ৰ বা কোচবেহাৰ যেনে বিধৰ স্বাধীন (?) ৰাষ্ট্ৰ হৈ আছিল, যুৱৰাজ কন্দৰ্পেশ্বৰ সিংহৰ নামত অসমখনো তেনে বিধৰ স্বাধীন ৰাষ্ট্ৰতহে তেওঁ পৰিণত কৰিব খুজিছিল। তেওঁ বিচাৰিছিল আগৰ ফিউডেল-তন্ত্ৰৰ পুনঃপ্ৰতিষ্ঠা। দ'ল-দেৱালয় আৰু ডা-ডাঙৰীয়াসকলক আগৰ খাতপাম বা নিষ্কৰ ভূমি প্ৰত্যৰ্পণ কৰাটোহে আছিল তেওঁৰ দাবী। অসমীয়া মানুহবোৰক মানৰ গ্ৰাসৰপৰা পৰিত্ৰাণ কৰিবৰ অৰ্থে মণিৰামে ইংৰাজসকলক বাট দেখুৱাই অসমলৈ লৈ আহিছিল। ইংৰাজসকলে অতিকমেও এক কল্প (অৰ্থাৎ ৪৩২ কোটি বছৰ) অসম ভোগ কৰক বুলি এই মণিৰামেই জোলোকা-জোলোকে আশীৰ্বাদ দিছিল। প্ৰথম অৱস্থাত ইংৰাজসকলেও তেওঁক হতাশ কৰা নাছিল। অসমখন খণ্ডিত কৰি একাংশ স্বৰ্গদেউ পুৰন্দৰ সিংহক দিছিল। এই ৰাজ্যৰ মণিৰামেই আছিল সৰ্বেসৰ্বা যদিওবা ৰজাৰ বুঢ়াগোহাঁই (মুখ্যিৰ) এজন আছিল। কোম্পানীক দেনা পৰিশোধ কৰিব নোৱৰাত পুৰন্দৰৰ ৰাজ্যখন ইংৰাজৰ হাতলৈ গ'ল। এই ৰাজ্যখনকে পুৰন্দৰৰ নাতি কন্দৰ্পেশ্বৰ সিংহক ঘুৰাই দিব লাগে বুলি দেৱানে ১৮৫৪ খৃষ্টাব্দত জুডিচিয়েল কমিছনাৰ এ. জে. মফট্ মিল্‌ছৰ ওচৰত আৰ্জি পেচ্ কৰিলে। মিল্‌ছৰ ৰায় তেওঁৰ অনুকূলে নগ'ল। তেতিয়া তেওঁ আপীল কৰিবলৈ বুলি কলিকতালৈ গ'ল। তাতো তেওঁৰ সমস্ত আবেদন-নিবেদন নিষ্ফল হ'ল। ইতিমধ্যে চিপাহী বিদ্ৰোহ আৰম্ভ হ'ল। দেৱানে সেইফালে মন মেলিলে আৰু গৈ-থৈ ফাঁচীকাঠত প্ৰাণ এৰিলে।

ফাঁচীকাঠত নুঠা হ'লে দেৱানক বুৰঞ্জীয়ে বেলেগ চকুৰে চালেহেঁতেন। তেওঁৰ ভাগ্য ভাল, ফাঁচীকাঠত উঠি তেওঁ শ্বহীদ হ'ল আৰু লগে লগে জন-সাধাৰণৰ মানস-নায়কত পৰিণত হ'ল। তেওঁৰ ফাঁচী উনৈশ শতকৰ আটাইতকৈ স্মৰণযোগ্য ঘটনা হিচাপে পৰিগণিত হ'ল। সেইটো ঘটনাৰ গইনা লৈহে পুৰণি চামৰ লোকসকলে তেওঁলোকৰ বয়সৰ লেখ-জোখ দিবলৈ ল'লে। "মণিৰাম দেৱানক ফাঁচী দিয়া সময়ত মই হেনো আইৰ কোলাত", কোনোজনে

কয়। "দেৱানক কাঁচী দিয়াৰ তিনি বছৰৰ পিচতহে মই বোলে উপজিছিলোঁ", আনজনে কয়·········ইত্যাদি। এই সকল লোকে কোন কাহানিবাই ইহ সংসাৰ এৰিলে; কিন্তু দেৱানৰ খ্যাতি থাকি গ'ল। অসহযোগ আন্দোলনৰ তাড়নাত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই বৃটিছ-বিৰোধী জাতীয় বীৰ এজন বিচাৰি উলিয়ালেগৈ—মণিৰাম দেৱান। সেই মণিৰাম দেৱানক অস্থি-চৰ্ম, তেজ-মাংস দি থাপিলে বেণুধৰ শৰ্মাই। মণিৰামৰ মূৰ্তি আকৌ জীৱন্ত হৈ উঠিল। মণিৰাম আৰু বেণুধৰ একে খেলৰ লোক, দুয়ো চাৰিঙীয়া। গতিকে এই কামৰ বাবে বেণুধৰতকৈ লায়ক লোক আৰু নাছিল।

মণিৰাম দেৱানৰ দৃষ্টিকটু ফালটো শৰ্মাই যে উদঙাই দেখুওৱা নাই, সেইটো মই তেওঁক কৈছিলোঁ। তেওঁৰ সমিধান হ'ল: "ইষ্ট ইণ্ডিয়া কোম্পানীৰ পেন্সনেৰে পোহপাল যোৱা পাদছাহ দ্বিতীয় বাহাদুৰ ছাহক যদি প্ৰথম স্বাধীনতা সংগ্ৰামৰ উদ্যোক্তা হিচাপে চিত্ৰিত কৰিব পাৰি, তেন্তে সেই সংগ্ৰামৰে ভিন্ন এটা অভিষ্যন্দত আবিৰ্ভূত হোৱা মণিৰাম দেৱান কিয় স্বাধীনতা সংগ্ৰামৰ হোতা হ'ব নোৱাৰিব? দেৱানে আন যিহকে নকৰক লাগিলে, ইষ্ট ইণ্ডিয়া কোম্পানীৰ পেন্সন এটাৰে জীৱিকা নিৰ্বাহ কৰা নাছিল। পূৰ্বৰ ৰাজফৈদটোৰ প্ৰতি তেওঁৰ যি পৰম্পৰাগত আনুগত্য, তাত অলপো চেকা পৰিবলৈ দিয়া নাছিল। প্ৰথম বিশ্বযুদ্ধত মহাত্মা গান্ধীয়েও বৃটিছ চৰকাৰৰ হকে দেহে-কেহে খাটি দিছিল। পিচত তেওঁৰ মোহভংগ হ'ল। দেৱানৰ ক্ষেত্ৰতো এই একে কথাই খাটে। প্ৰথম অৱস্থাত তেওঁ বৃটিছসকলক স্বাগতম জনাইছিল। পিচত মোহভংগ হ'ল। ১৮৫৭ চনত মণিৰাম দেৱানে স্বাধীনতা মানে যিটো বুজিছিল, দেশবাসীয়েও সেইটোকে বুজিছিল।" কথা সঁচা; সেই কালত মানুহে স্বাধীনতা মানে সেইটোকে বুজিছিল, যিটো মণিৰামে ৰূপায়িত কৰিব খুজিছিল।

'মণিৰাম দেৱান' বেণুধৰৰ কঠোৰ পৰিশ্ৰমৰ ফল। ইয়াৰ আহিলা ভালেখিনি মৌখিক পৰম্পৰাৰপৰা সংগৃহীত। সেইখিনি নিৰ্ভৰযোগ্য নহয় বুলি শংকা কৰাৰ কোনো কাৰণ নাই। দেৱানৰ মৃত্যুৰপৰা শৰ্মাৰ জন্মলৈ মাত্ৰ একুৰি বোল বছৰ। দেৱানৰ ঠিক সমসাময়িক নহ'লেও তেওঁৰ কনিষ্ঠ বহু লোক তেতিয়া জীৱিত আছিল। সেইবোৰৰ উক্তি আৰু শ্ৰুতি বুৰঞ্জীৰ সম্বল হ'ব পাৰে। 'মণিৰাম দেৱান' অৱশ্যে ঠিক বুৰঞ্জী নহয়; ই তেওঁৰ জীৱনৰ আধাৰত ৰচিত দেশৰ পুৰাবৃত্ত। দেৱান আৰু তেওঁৰ সহযোগী কিম্বা বৈৰী লোকসকলক

সেই কালৰ বেশভূষাত সজাই-পৰাই তুলি সেই কালৰ বচন-ভংগী কণ্ঠত দি শৰ্মাই যুৱজীৱ মূৰ্ত্তক অভিনয় কৰিছে। আবেগ আৰু ভাব-প্ৰৱণতাই অবাধ প্ৰশ্ৰয় পাইছে। সেইবুলি ইতিহাস বিকৃত হোৱা নাই। বেণু সাহিত্যৰ যি বৈশিষ্ট্য, মণিৰাম দেৱানত সি পুৰা মাত্ৰাত বিদ্যমান। জতুৱা ঠাঁচ, ষকৱা ভাষা আৰু উপমা, মাজে মাজে আবেগ আৰু উচ্ছ্বাস, দেশপ্ৰেম আৰু জাতি-প্ৰেমৰ উদ্ঘাটন: এই সকলোবোৰ 'মণিৰাম দেৱান'ত আছে। দেৱানৰ ব্যক্তিত্ব ফুটাই তুলিবলৈ গৈ বেণুধৰে তাত নিজৰ প্ৰতিবিম্বকে প্ৰতিফলিত কৰিছে। একেবাৰে পুৰাকৈ নহ'লেও আংশিকভাৱে সেই মণিৰামজনেই হ'ল এই বেণুধৰ। তেওঁৰ হৃদয়-গ্ৰন্থিত বাজি উঠা সুৰাৰোপিত এই কিতাপখন চিৰকাল সুখপাঠ্য হৈ থাকিব।

তেজপুৰ

২০।১১।১৯৮৮

সদানন্দ চলিহা

# সূচীপত্ৰ

# প্ৰথম অধ্যায়

## ব্যক্তিত্বৰ স্বৰূপ

(১)

**ব্যক্তিত্বৰ স্বৰূপ ঃ** মণিৰাম দেৱান—এই নামটো শুনিলেই বিজুলী-চমকে দেখা দিয়েছি ইংৰাজ আমোলৰ একেজন ৰাজনীতি-বিশাৰদ বিদ্ৰোহী অমৰ পুৰুষৰ আলেখ্যই—যাৰ ওপৰত কত কুৰি বছৰ পাৰ হৈ গ'ল, দুৰ্দান্ত কালৰ কুটিল গতিয়েও আজিলৈকে মৰিচা পেলাবপৰা নাই। তাৰ পিছত আছে, সেইজন মানুহৰে ফাঁচি যোৱা-কথা—যাৰ অনুভ্যাগে ৰাজনীতিত সোমাব নোৱৰা পৰাধীন জাতিলৈ ভৱিষ্যতৰ নিমিত্তে দেশোদ্ধাৰৰ বীজ বপন কৰি থৈ গ'ল। জীৱনৰ আদিছোৱাত যিজনে এখোজ আগলৈ, এখোজ পাছলৈ দি বৃটিছৰ সাৰথি হৈছিল, হৈ, বৃটিছৰপৰাই সাগৰসন্ধাশ ৰাষ্ট্ৰজ্ঞান, ৰাষ্ট্ৰতন্ত্ৰ আৰু চাণক্য-সদৃশ সলিসিয়ান কৌশল আয়ত্ত কৰিছিল, মণিৰাম দেৱান বুলিলে সেইজনলৈকে মনত পৰে। "শত্ৰুৰ লগত বৰকৈ যুঁজ কৰি থাকিলে, শত্ৰুৱে তোমাৰ বুদ্ধি শুপিকে লৈ যাব" বুলি মহাবীৰ নেপলিয়নে এদিন কৈ গৈছিল; ডেৰকুৰি বছৰমান বৃটিছৰ লগত আন্তৰিকতাৰে সহযোগ কৰি এনে অমোঘ বাক্যৰ অনুৱৰ্তী হৈ, বৃটিছতে শিকি বৃটিছকে "ৰিকিৰলৈ" যিজনে সজ্জিব বাঁহ বুদ্ধিৰে কাটিবলৈ গৈছিল, সেইজনৰ স্মৃতিৰ কথা, এই মণিৰাম দেৱানতে উদয় হয়হি। যিজনে শাসক আৰু শাসিতৰ কল্পনা আৰু কাৰ্য্য তুলা-তৰ্জুৰূপে আউটিব আৰু সম্পাদন

কৰিব পাৰিছিল সেইজনো এই মণিৰাম দেৱানেই। "স্বধর্মে নিধনং শ্রেয়ঃ পৰধর্ম ভয়াবহ"—এই মেটমৰা নীতিৰ প্ৰতি যদি ৰাজনীতি ক্ষেত্ৰত কাৰোবাৰ প্ৰগাঢ় ভক্তি আছিল, তেন্তে তেৰোঁ সেই মণিৰাম দেৱানেই। ৰাজ্য-শাসনৰ ভাঙিব নোৱৰা সমস্যাবোৰ আউল নলগাকৈ সমাধান কৰিবলৈ হ'লে ভৌগোলিক-ঐতিহাসিক জ্ঞানত যে অতলস্পৰ্শী হ'ব লাগে তাক শিকাই থৈ গ'ল যিজনে, মণিৰাম দেৱানৰ নামটোত সেইজনৰ প্ৰতিকৃতিয়েই দেখা দিয়েছি। ৰাষ্ট্ৰ এখন স্বতন্ত্ৰীয়াকৈ সমৃদ্ধিশালী আৰু আত্মনিৰ্ভৰশীল কৰিবলৈ গ'লে বাহিৰা ৰাজ্যৰ সম্পৰ্কটো যিমানেই হ্ৰস্ব কৰিব পাৰি সিমানেই স্বাধীনতাৰ স্থায়িত্ব নিৰাপদ। তাকে পূৰ্ণ কৰিবলৈ স্বদেশতে ভৌতিক উপাদান আৰু আৰ্থিক উৎপন্নৰ সামঞ্জস্য ৰক্ষা কৰিব লাগিব। মণিৰাম দেৱান বুলি উচ্চাৰণ কৰিলেই এনে আদৰ্শকে এৰি থৈ যোৱা অৰ্থনীতিবিদ পুৰুষজনলৈকে মনত পৰে। পৰাধীন হ'লেও সেই পৰাধীনতাৰপৰা ওলোৱা কোনোবাজন কুশাগ্ৰবুদ্ধিৰ ৰাজনীতিজ্ঞ পুৰুষক যদি বৃটিছ সভ্যতাৰে অন্নদান বুলি ক'ব পাৰি তেন্তে তেৰোঁ সেই মণিৰাম দেৱানেই।

( ২ )

## "ৰামৰ অযোধ্যাপুৰী"ৰ নিচিনা বৃটিছ অসম"

এনেৰূপে একাধাৰে স্বভাৱজ চৌকস্ বুদ্ধি, দেখি-শিকি-ঠেলি লাভ কৰা জ্ঞান-বিভূতি আৰু অনাহূত শ্ৰদ্ধাভক্তিৰে চিৰঞ্জীৱী হৈ থকা পুৰুষজনৰ ব্যক্তিত্ব-ভূমিকাত দৃষ্টি পেলাওঁতেই ভুমুকি মাৰেহি —অসমত হোৱা বৃটিছ-সংক্ৰমণৰ ঘটনাৰাজিয়ে।

ইংৰাজী ১৮২৪ চনৰপৰা ১৮৫৭ চনলৈকে বৃটিছৰ অধীনত থকা একেখনি অসম দেশে দুখনিকৈ চিত্ৰপট দাঙি ধৰে। এখনত, মানে উজাৰকৈ থৈ যোৱা দেশখন নকৈ পাতিবলৈ আশ্বাস দিয়া হৈছে আৰু আশ্ৰয়দাতা কৰ্মচাৰীসকলে উদাৰতাৰেই সকলো শাসনকাৰ্য্য চলাইছে

আৰু চলাবলৈ গুণা-গঁথা কৰিছে। অসমীয়া মানুহৰ মাজত শান্তি আৰু ন্যায় বিচাৰৰ পুনৰ প্ৰতিষ্ঠা কৰিবলৈ অকপট চেষ্টাৰ আয়োজন চলিছে। কৰ্ণেল মেক্‌মৰিণে মানৰ হাতৰপৰা গুৱাহাটী উদ্ধাৰ কৰি দৰংৰজা আৰু অন্যান্য দেশীয় নেতৃস্থানীয় লোকসকলক গোটাই লৈ সুপ্ৰতুল সংস্থাপনৰ ব্যৱস্থা কৰিছে।

ডেভিড্ স্কট আৰু লেফ্‌টেনেণ্ট কৰ্ণেল ৰিচাৰ্ড্‌ছে যে মান খেদি অনা সময়ত "আমি দেশ জয় কৰিবলৈ অহা নাই" বুলি প্ৰতিশ্ৰুতি দিছিল, সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ সিবিলাকে যৎপৰোনাস্তি চেষ্টা কৰিছে। বিশ্বনাথকে সীমা কৰি উজনি অসমখন স্বৰ্গদেৱৰ বংশধৰসকলৰ এজনকে ২,০০০০০্ (দুই লাখ) টকাত লাখৰন্দীকৈ দিবলৈ জল্পনা-কল্পনা কৰিছে। পুৰন্দৰ সিংহৰ সলনি স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহকে ৰাজপাটত বহুৱাবলৈ মনস্থ কৰা হৈছে। পোনপ্ৰথমেই ৰাজহ আদিৰ পৰিবৰ্ত্তন কৰিলে দেশত হুলস্থুল লগাৰ সম্ভাৱনা; সেই গুণে, দেশীয় ৰজাৰ হাততে দেশ শাসনৰ ভাৰ দিয়া নিতান্ত উচিত— এইবুলি স্কট চাহাবে উচ্চ কৰ্ত্তৃপক্ষসকললৈ দূৰদৰ্শিতামূলক মন্তব্য পঠিয়াইছে।

অসমীয়া মানুহৰ মন বুজি অসম দেশৰ পুৰণি শাসন পদ্ধতিকে চলাই আছে। শাসনসংক্ৰান্ত কাৰ্য্য চলাবলৈ অসমীয়া মানুহ কেতিয়াও অনুপযুক্ত নহয়; অসমীয়াৰ ঠাইত বিদেশীক কেতিয়াও নিযুক্ত কৰিব নেলাগে—এনে নিৰ্দ্দেশকে কঠোৰভাৱে স্কট চাহাবে চলাই আছে। মেজৰ আডাম হোৱাইটে এটি-দুটিকৈ বিদেশীক কামত সুমুৱা বাবে স্কটে তেওঁৰ কৈফিয়ৎ খুজি টানি লেখিছে, "খালী হৈ থকা প্ৰত্যেক কামতে উপযুক্ত অসমীয়া মানুহকহে ল'ব লাগে" বুলি মই দঢ়াই-দঢ়াই লেখি আছোঁ, সিমানতো হোৱাইটে সেই কথা নুশুনি পুলিচ বিভাগত বিদেশী মানুহ মকৰল কৰিছে। মনোনীত কৰা বিষয়াৰ বিষয়ে মোৰ ক'বলৈ একো নাই। কিন্তু ক্ৰমান্বয়ে অসমীয়া মানুহক কামৰপৰা বঞ্চিত কৰি খেদাটোহে মই কেতিয়াও

সমৰ্থন কৰিব নোৱাৰোঁ। এতিয়া উপযুক্ত অসমীয়া মানুহ বহুত ওলাইছে। পুলিচ বিভাগৰ দহোটা বিষয় কিয় বঙালীক দিয়া হ'ল মোক তাৰ সন্তোষজনক কৈফিয়ৎ দিব লাগিব।"* কমিছনাৰ ৰবাৰ্টছনেও পুৰন্দৰ সিংহক যোৰহাট খণ্ড প্ৰত্যৰ্পণ কৰিবলৈ অভিমত দিছে। পৰ্বতীয়া জাতিবিলাককো যেনেকৈ আছে তেনে-কৈয়ে থাকিবলৈ দিয়া হৈছে। এজন চাহাবেই নামমাত্ৰ অধিকাৰী হৈ দেশীয় মানুহৰ হাততে সকলো ৰাজকাৰ্য্য সমৰ্পণ কৰিছে। পূৰ্বৰ নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ, থান-সত্ৰ, দেৱোত্তৰ-ব্ৰহ্মোত্তৰ, ক'তো হাত দিয়া নাই,—কৰ-কাটলৰো গাত লগাকৈ সাল-বদল কৰা নাই। আমাক সুগুজা পুৰণিৰ বেয়া আৰু আমাক গুজা নতুনৰ ভাল নিয়ম-বিলাক প্ৰৱৰ্তাবলৈ আয়োজন কৰা হৈছে। ডাঙৰীয়া-বিষয়া আৰু খেতিয়কৰ পাৰ্থক্য ৰখা নাই। উপযুক্ত শিক্ষা আৰু প্ৰভাৱ, বুদ্ধি-বৃত্তি অনুসৰি চহা-হজুৱাৰ ল'ৰায়ো ৰজাঘৰীয়া বিষয়-বাসনা পাবপৰা হৈছে।

বিচাৰত ক'লা-বগাৰ বিশেষ পাৰ্থক্য ৰখা নাই। মুছলমান-অমুছলমান, উচ্চ হিন্দু, নিম্ন হিন্দু, পৰ্বতীয়া-ভৈয়ামীয়া বাছবিচাৰ কৰাৰ বিন্দুবিসৰ্গও নাই। সুদক্ষ লোকৰদ্বাৰাই শাসন পৰিচালিত হওক—এইটোৱেই আছিল প্ৰশাসনীয় নীতি। এইখন অসমতে, ডেভিদ্ স্কটক অসমীয়াই 'দেৱতা' জ্ঞান কৰিছিল। সেই স্কটৰে আজ্ঞাবহী নৌৱিল বা নবীনে মহানুভৱ নাম পাইছিল।

### ডেভিদ্ স্কটৰ আমোল :

'পৰে কি আপোন হোৱে নাৰায়ণ
শিমলু নহয় চন্দন'

বুলি আমি কত পুৰুষৰপৰা পৰ কেতিয়াও আপোন হ'ব নোৱাৰে

* ভাওনীকোঁৱৰ ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাই টুকি থোৱা ডেভিদ স্কটৰ ১৮৩০ চনৰ ২০ এপ্ৰিল তাৰিখৰ চিঠি।

কথা শুনি আহিছোঁ। কিন্তু ডেৱিদ স্কট পৰ হ'লেও, তেওঁৰ বুদ্ধি-বিচাৰ আৰু মৰম লগোৱা বাক্যই এই বাক্য কেৰাৰ গূঢ় মৰ্মটি জেনেই লুটিয়াই পেলাইছিল। সেই দেখিয়েই তেওঁ আমাৰ আপোন হৈ পৰিছিল। ভিতৰত শিমলু যদিও, বাহিৰত চন্দনৰ ফুৰ্ফুৰীয়া গোন্ধ ওলাই আছিল। স্বাধীনতা অপহৃত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ অন্তৰত বেজাৰ-অসন্তোষ-খং-বিষৰ যিবোৰ বিহকোঁহোৰা উঠি আহিছিল, বোধ বুজি স্কটে সেইবোৰ "পনীয়া কটাৰীৰে" সূত লগাকৈ কাটি ফালি পেলাইছিল।

"এদিনা স্কট চাহাবে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক সুধিলে, কিমান টকা হ'লে আপোনাৰ খৰচ চলিব? স্বৰ্গদেৱে একো ক'ব নোৱাৰিলে। কিন্তু স্বৰ্গদেৱৰ ওচৰত থকা লিগিৰা এটাই স্বৰ্গদেৱৰ কাণে-কাণে জনালে, তিনি কুৰিমান ৰূপ হ'লেই হ'ব। স্বৰ্গদেৱেও (মনৰ বেজাৰতে) তিনি কুৰিমান বুলি ক'লে। ইস্কট চাহাবে বজাৰ কথাৰ মৰ্ম জানি বছৰি তিনি কুৰি শ ৰূপ দিবলৈ নিৰ্বন্ধ কৰিলে অৰ্থাৎ মাহিলি ৫০০৲ ৰূপ দিবৰ নিৰ্বন্ধ হ'ল।

এক দিনা প্ৰতি এই জনা স্বৰ্গদেৱে চাহাবেসৈতে এই-ৰূপে কথা-বাৰ্তা হৈছিল :—

স্বৰ্গদেৱ :—চাহাব, তোমালোকে নো এতেবিলাক লেখাপঢ়া কিয় কৰা?

চাহাব :—স্বৰ্গদেৱ, মুখেৰে কৰিব পাৰি। কিন্তু লেখি থ'লে আগলৈ থাকিব।

স্বৰ্গদেৱ :—ই নো কি কথা! মনত নেথাকিব।

চাহাব :—স্বৰ্গদেৱ হ'ল স্বৰ্গৰপৰা অহা লোক; সকলো কথা মনত থাকে। আমি মানুহ, আমাৰ মনত নেথাকে। লেখিব লাগে।"*

---

* গুণাভিৰাম বৰুৱাৰ "অলিখিত বুৰঞ্জী" প্ৰবন্ধ—"জোনাকী"।
চন্দ্ৰকান্ত সিংহৰ মৃত্যু—১৮৩৯, গুৱাহাটী

"শাসনকৰ্তাসকলে শাসন কৰা প্ৰজাৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখি চলিব পাৰিলেহে শাসন পৰিপাটি হয়। এই নীতিকে অনুসৰণ কৰি ডেভিদ্ স্কট চাহাবে সকলো মানুহক তেওঁৰ ওচৰলৈ আহিবলৈ দিছিল। তেওঁৰ কাছাৰীত সদায় মানুহৰ ইমান ভিৰ হৈছিল যে উলামুলা মানুহৰ পক্ষে ৰাজকাৰ্য্য সম্পাদন কৰা টানেই হৈ পৰিছিল। গুচৰীয়াবিলাকে টিকট নলগোৱাকৈয়ে দৰ্খাস্ত দিব পাৰিছিল; দৰ্খাস্ত গ্ৰহণৰো সীমা নাছিল। কাছাৰীত ডাঙৰ পেৰা এটা থৈ দিয়া হয়—তাতে যেয়ে যিমান পাৰে সিমান দৰ্খাস্ত পেলাই দিয়ে। তাত, অৱশ্যে ২৫।৩০ শাৰীতকৈ বেচি লিখিবলৈ দিয়া নহৈছিল। দৰ্খাস্তৰ বাবে এটা পইচাও খৰচ কৰিব নালাগিছিল। অসমীয়া-বঙলা দুয়োটা ভাষাতে দৰ্খাস্তবোৰ লিখা হৈছিল। নিচেই সামান্য কথাতে গোচৰ কৰি লিখোৱা দৰ্খাস্তত ধূলিমাকতি সনা হৈছিল অৰ্থাৎ কোনো কোনো গুচৰীয়াই ৪০ বছৰৰ আগেয়েই তাৰ মৰা-বাপেকৰ লগত মৌৰা-গৰুৰ বাবে লগা কাজিয়াৰ বাবেই একেখন আৰ্জি দিছিল; সেইবোৰ ফটা কাগজৰ পাচিত পেলাই দিয়া হৈছিল। অনেক সময়ত মিছামিছি কথা একোটাতেই গোচৰ একোখন তৰা হৈছিল। মোকৰ্দমাত হাৰিলে গুচৰীয়াই আমোলা আৰু চাহাব-বিচাৰকসকলক নথৈ গুৱাল-গালি পাৰে। এনেকৈ গালি পৰাৰপৰা উপকাৰো হৈছিল। দোষৰ লগতে গুণো থাকে। খঙৰ বেগত বদনাম ৰটোঁতে কেতিয়াবা গুচৰীয়াৰ মুখত আমোলা-বিলাকৰ দোষো ওলাই পৰিছিল। স্কটৰ তলতীয়া চাহাব কৰ্মচাৰী-বিলাকৰ দোষো উঘাল খাইছিল। দোষবোৰ উজাৰি দিয়াত বিচাৰকে বৰ গুণ পাইছিল। একে জাতিভাই বুলি স্কটে তলতীয়া চাহাববিলাকক, দোষ পালেও গুদাই নেৰিছিল। অসমীয়া মানুহক তেওঁ বৰ মৰম আৰু বিশ্বাস কৰিছিল। এই মৰম-বিশ্বাসত বাছ-বিচাৰ নাছিল।

ৰজা-দিনত দোষীৰ নাক-কাণ কটা, চকু-কঢ়া, আঁঠু-ঘিলা-কঢ়া

আদি যিবোৰ অমানুষিক শাস্তিৰ বিধান আছিল, সেইবোৰ স্কটে উঠাই দিয়ে। পুলিচ কৰ্মচাৰীবিলাক, চৌধাৰীসকলৰ অধীনত আছিল। ভেঁটীখোৱা বন্ধ কৰিবলৈ স্কটে এই নিয়ম কৰিছিল যে কোনো পুলিচ কৰ্মচাৰীয়ে ভেঁটী পালে বা খালেই তৎক্ষণাৎ বিচাৰকলৈ অৰ্থাৎ মেজিষ্ট্ৰেটলৈ জনাব লাগিব। যি নজনাইছিল, তেওঁৰ যথোচিত শাস্তি হৈছিল।

আমোলাবিলাকে ভেঁটীখোৱা বা অন্যান্য নিন্দনীয় আৰু দোষণীয় কাম কৰাৰ উপাদিহ ল'বলৈ তেওঁ বিপুৱা ৰাখিছিল। আমোলাবিলাকে ক'ত কি কৰে সেই বিপুৱাইঁতে সকলো কথা চাহাবক জনাই আছিল। ভেঁটীখোৱা প্ৰমাণবোৰ হাতত পৰা মাত্ৰকে চাহাবে ভেঁটীখোৱা আমোলাক পাপৰ উপযুক্ত প্ৰায়শ্চিত্ত কৰোৱাইছিল। সৰহ ধন দেখিলে বিপুৱাই কেতিয়াবা মিছা কথাও কয়। তথাপি, আচল ভু-পোৱাত তাৰ বাবে একো বঢ়া-টুটা নহৈছিল!

মানুহ-মৰা অপৰাধৰ বিচাৰ কৰোঁতে জুৰী বা পঞ্চায়ৎ বহিছিল। সেই পঞ্চায়তে দণ্ড কৰিব নোৱাৰিছিল; কেৱল দোষী নে নিৰ্দোষী তাকহে ক'ব পাৰিছিল। এই পঞ্চায়তবোৰ সম্ভ্ৰান্ত অসমীয়া মানুহেৰেই গঠিত হৈছিল। চৰকাৰৰ লগত তেওঁবিলাকৰ একো সম্পৰ্ক নাছিল। বিনা পইচাত খাটিবলৈ টান পোৱা বাবে বহুত লোক এই পঞ্চায়তত সোমাবলৈ অনিচ্ছা প্ৰকাশ কৰাত স্কটে পিছলৈ সভ্য বা মেলুৱাই বছাই লৈ দৰ্মহাও দিছিল। স্কটে এই কথা বঢ়িয়াকৈ হৃদয়ঙ্গম কৰিছিল যে যি দেশৰ মানুহৰ সম্বন্ধে বিচাৰ কৰা হয়, সেই দেশৰ মুখিয়াল লোকৰ মতামতৰ নিশ্চয় মূল্য আছে।

অসমীয়া মানুহৰ যে জ্ঞান-অভিজ্ঞান আৰু বুদ্ধি-প্ৰতিভা আছে তাক তেওঁ অলপ আয়াসতে বুজি পাইছিল। সেই বাবেই, তেওঁৰ মৃত্যুৰ এবছৰৰ আগেয়ে নাৰ্মান অসমত হলিৰাম ঢেঁকীয়াল ফুকনক মেজিষ্ট্ৰেট পদত নিযুক্ত কৰি গৈছিল। এই কাম তাৰ আগতে এজন

ইংৰাজৰ দ্বাৰাই সম্পাদিত হৈছিল। ঢেঁকীয়াল ফুকনে দুবছৰলৈকে কাটেক দিবপৰা ক্ষমতা পাইছিল। সকলুবা দেৱানী মোকৰ্দমাবোৰ অসমীয়া হাকিমৰ দ্বাৰায়েই নিষ্পত্তি হৈছিল।

**গুৱাহাটীত আদালত :** গুৱাহাটীত আদালত তিনিখন আছিল। কেউখনতে অসমীয়া আমোলাই ঠাই পাইছিল। ডাঙৰ মোকৰ্দমা হ'লেহে স্কট চাহাবে নিজে শুধিবলৈ লৈছিল। চাহাবৰিলাকৰ ওপৰত জিলাৰ সম্পূৰ্ণ ভাৰ দিলে, ক'ৰবাত তেওঁবিলাকৰ আচৰণে কাৰোবাক শোগে ধৰাব পাৰে, এই আশঙ্কা কৰি প্ৰত্যেকজন চাহাব-বিষয়াৰ তলে একোখন পঞ্চায়ৎ পাতি দিছিল। সেই পঞ্চায়তবোৰত সকলুবা দেৱানী মোকৰ্দমাৰ সোধ হৈছিল। তাৰ সিদ্ধান্তৰ বিৰুদ্ধে গুৱাহাটীত আপীল কৰিব পাৰিছিল; শান্তিভঙ্গ কৰা মোকৰ্দমাবোৰ চৌধাৰীয়েই শুধি মীমাংসা কৰি পেলাইছিল। *

ৰাজনৈতিক ব্যৱস্থা অৱলম্বন কৰা সম্পৰ্কে স্কটে লেখিছিল, "সকলো বিভাগত দেশীয় মানুহক নিযুক্ত কৰি ল'লেহে বিচাৰ বিভাগটোৱে যোগ্যতাৰ পৰিচয় দিব নে নিদিয়ে ক'ব পৰা হ'ব।" তেওঁ লৰা-লৰিকৈ লেখা চিঠি এখনৰপৰা সেই বিষয়ে আৰু খোলোছাকৈ জনা হ'ব। তাত স্কটে লেখিছিল :

"প্ৰচলিত কু-নিয়মবোৰ মোৰ চকুত পৰিছে; কিন্তু তাক আঁতৰোৱাৰ উপায়বোৰহে ভালকৈ দেখা নাই। সম্ভ্ৰান্ত লোক বুলিলে জমিদাৰকহে বুজায়। দায়িত্বপূৰ্ণ চৰ্কাৰী কাম-কাজবোৰ সম্ভ্ৰান্ত লোককহে দিব লাগে বুলি কোৱাটোত মই এক মত হ'ব নোৱাৰোঁ। সৰহ দৰ্মহা দি সিবিলাকক মফছলৰ মেজিষ্ট্ৰেট বা দাৰোগা আদি পদত নিয়োগ কৰিব পাৰি। কিন্তু সেই কাম সুচাৰুৰূপে সম্পন্ন কৰিবলৈ তেওঁবিলাকৰ যোগ্যতা আৰু ইচ্ছা থাকিব লাগিব। কৰ্মচাৰীবিলাক দুখকাৰী হ'ব লাগিব। মুছলমান

* স্কটৰ স্মৃতি-টোকা।

বাজৰত যিবিলাক মানুহে আমোলা কাম কৰিছিল সেইবিলাকেই সমাজত উচ্চ স্থান পাইছিল।

"বৰ ধনী হোৱা বাবেই যোগ্যতাৰে নেচাই আমি যে জমিদাৰ-বিলাকৰ যাকে-তাকে ডাঙৰ বিষয়বোৰ দিলোঁ তাৰ বাবে মানুহৰ মাজত অসন্তোষে দেখা দিছে। আগেয়ে, চিৰস্থায়ী তহছিলদাৰ আৰু দেৱান বিষয় খোৱাবিলাকেই তেওঁবিলাকতকৈ উচ্চথাপৰ আছিল।

"ইংলণ্ডৰ লগত এই দেশৰ তুলনা নহয়। তাত যি মাটিগিৰীয়া সি মাটিগিৰীয়াই; যি তলতীয়া ৰায়ত সি তলতীয়া ৰায়তেই। মাটিগিৰীয়াক খাজনা দিব পাৰে। কিন্তু ৰায়তে মাটিত একো স্বত্ব দাবী কৰিব নোৱাৰে। সেই বুলি, সেই তলতীয়া ৰায়তে ভূমিৰ মালিকৰ বিৰুদ্ধে অভিযোগ আনিব লগীয়া একো নেথাকে। তেওঁ-বিলাকে খাজনা বা ভাৰা দিলেই সকলো শেষ। চৰ্কাৰী কাম কৰিব লাগিলেও মাটিৰ গিৰিহঁতক থকা বা খোৱা বাবে ঘৰ বা মাটিৰ নিমিত্তে দিব লগীয়া ভাৰা বা খাজনা দিয়াৰ লগে লগেই সকলো লেঠা মৰি যায়।

"কিন্তু এই দেশত খেতিয়কেই মাটিগিৰীও। মাটিগিৰীয়া বুলিয়েই জমিদাৰবিলাকক শাসক আৰু বিচাৰক পাতিলে পদ-মৰ্য্যাদা কলঙ্কিত কৰিবই। ইংৰাজ— আইনৰ সুবিধাবোৰ এই দেশত ঢালি দিলে, সেই ভেকুলীয়ে বিধাতাক বজা লাগে বুলি খাটনি-লোটনি ধৰাৰ পাছত বগলী এটাক যে সিহঁতৰ মাজত মেলি দিয়া হ'ল বোলা সাধুটো আছে, সেইটোৰ নিচিনাই হ'ব।

"ভাৰতবাসীৰ চকুৰ আগতে কতবোৰ সুবিধা যে টিঙিল খিলাব লাগিছে তাৰ অন্ত নাই। তেওঁবিলাকৰ দৰে আমাৰ দেশত সুবিধাও নাই, সমৃদ্ধিও নাই। তথাপি ভাৰতীয়ই সুবিধাবোৰ উপভোগ কৰিব জনা নাই। এওঁবিলাকক এলাহেই খালে। দুখীয়া হোৱাৰ কাৰণো এইটোৱেই। ইংৰাজ খেতিয়ক এজনে গোটেই জীৱনত কৰা

পৰিশ্ৰমৰ আধাখিনিও যদি এওঁবিলাকে কৰে তেনেহ'লেও ইবিলাক ভাল মানুহ হ'ব পাৰে। বনুৱা কাক বোলে, এওঁবিলাকে ভুকে নেপায়। বন কৰা অৰ্থাৎ কাম কৰা বুলিলে এওঁবিলাকে বাঘৰ সমান ভয় খায়। গৰু-ম'হৰ দৰে অতিপাত শাস্তিকে ভোগ কৰিব, তথাপি বন এখন কৰিবলৈ নোলায়।

"স্কটে চেৰাপুঞ্জীত ৰোগ উপশম কৰোঁৱা জিৰণি ঘৰ এটা সজোৱাইছিল আৰু গাৰোবিলাকৰ নিমিত্তে পঢ়াশালি এখন পতাই দিয়াইছিল। গাৰোৰ লেখাপঢ়া অভ্যাস নাছিল। স্বকীয়া লিপি বা আখৰো নাছিল। সেই কাৰণে স্কটে তেওঁবিলাকক ইংৰাজী আখৰেৰে গাৰোৰ দোৱানবোৰ পঢ়িবলৈ দিছিল। পঢ়াশালিখন গৱৰ্ণমেণ্টৰ অনুমোদন অনুসৰিয়েই খোলা হয়। তাৰ শিক্ষকজন মৰিলত পাদুৰী বিশ্বপ হেৱাৰ চাহাবৰ হাতত স্কুলখন গতাই দিয়া হ'ল। সেই দেখি, স্কুলখন একপ্ৰকাৰ পাদুৰীৰে হ'ল। পৰ্বতীয়া জাতিবিলাকৰ মাজত সোমাই স্কটে যেতিয়া বুজিলে যে ভৈয়ামৰ ভাষাবেসৈতে গাৰোৰ দোৱান অমিল, তেওঁ দোৱানৰ মাতকথাবোৰ টুকি আনি অফিছত থৈ দিছিল।"*

এলেহুৱা অসমীয়াক উদ্যোগী আৰু চকুগজা কৰিবলৈ স্কটে গুৱাহাটীত এখন স্কুল পাতিবলৈ দিহা কৰিছিল। ১৮৩১ চনত, তেওঁ মৰাৰ পাচত সেই স্কুল ১৮৩৫ চনত যেনিবা স্থাপন কৰা হ'ল।

অসম দেশ মুগা আৰু পাট সূতাৰ নিমিত্তে বিখ্যাত। সেইবাবে, তেওঁ মুগা-পাটৰ সূতা কাটিবলৈ এটি কাৰ্খণা বহুৱাইছিল। আলুগুটি অসমত নোহোৱা বস্তু। খাছীয়া পৰ্বতত তাৰো খেতি কৰাই অসমীয়াৰ মাজত আলুগুটিৰ খেতিটো উলিয়াই দিছিল। ফচফচীয়া খাচীয়া আলুৰ গুৰি ডেৱিদ স্কটেই। খাছীয়াবিলাকে স্কটক ঈশ্বৰ-হেন জ্ঞান কৰিছিল। তেওঁবিলাকে স্কটক ইমান ভাল পাইছিল আৰু ভক্তি কৰিছিল যে তেওঁৰ মৰা-শটো পৰি থকা দেখিও "স্কট

* স্কটৰ স্মৃতি-টোকা

চাহাব মৰা নাই" বুলি কৈছিল ; আৰু কৈছিল বোলে, "ঈশ্বৰ নো ক'ৰবাত মৰে নে ?" সি যি হওক, স্কটৰ অসমীয়া মানুহলৈ অকৃত্রিম মৰম, অসমীয়াৰ স্বাৰ্থলৈ সবল সহানুভূতি আৰু অসমীয়াৰ মাজত বৃটিছৰ উদাৰ নীতি প্ৰচাৰৰ যত্ন— এই এটাইবোৰ গুণলৈকে চাই অসমীয়া মানুহে স্কটক অগাঢ় ভক্তি কৰিছিল। বজাঘৰীয়া ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতা আৰু মানৰ অত্যাচাৰে একে লেথাৰিয়ে অৰ্দ্ধশতাব্দী-কাললৈকে জুকলা কৰি যোৱাৰ পিছত, শান্তিৰ অৰুণোদয় হোৱা দেখি অসমীয়া প্ৰজাই স্কটে গঢ়ি অনা অসমখনতে স্বৰ্গ ঢুকি পাইছিল। ইয়াতেই অসমীয়াৰ "হৃদয়" পদ্মনাথ গোহাঞিবৰুৱাই ক'বৰ দৰে বৃটিছৰ প্ৰতি "কৃতজ্ঞতা ভাবেৰে উপচি" পৰিছিল। অসমীয়া ভাষাৰ পোনপ্ৰথম অভিধান লেখক জাদুৰাম ডেকা বৰুৱা আৰু আনন্দৰাম ঢেঁকীয়াল ফুকনে এই চিত্ৰপটৰ ৰাজ্যখনকে "ৰামৰ অযোধ্যাপুৰীৰৰ নিচিনা" হৈছে বুলি বৃটিছ আগমনক অভিবাদন জনাইছিল। ছুৰবা কাকতীৰ বলৰাম খঙীয়া ফুকন, হলিৰাম ঢেঁকীয়াল ফুকন, ইন্দুগুবিন্দ সৰুমেলীয়া বৰুৱা, কাশীনাথ তামুলী ফুকন, ৰঞ্জয় ফুকন, ভোলানাথ পৰ্বতীয়া ফুকন, জাগীয়াল গোহাঞি প্ৰমুখ্যে প্ৰধান প্ৰধান পুৰুষসকলে এই চিত্ৰকে বোল অনা আনুগত্যৰদ্বাৰা গাঢ়তৰ কৰি তুলিছিল। মণিৰাম দেৱানেও "মানসমুদ্ৰ হৈতে যে এতদ্দেশীকে উদ্ধাৰ কৰেন, এই পুণ্যেৰ ফলে ৺ঈশ্বৰে আকল্লাৱচ্ছিন্ন অখণ্ড ৰাজলক্ষ্মী বৰ্দ্ধমান কৰুণ ও অভ্ৰাৱতীপুৰ পুৰন্দৰেৰ ন্যায় প্ৰবল প্ৰতাপ সত্তা কৰুণ ও প্ৰিয়ব্ৰত ৰাজাৰ ন্যায় চিৰকাল সতকীৰ্ত্তি বিৰাজমান কৰুণ"—(১) আৰু "কোম্পানী বাহাদুৰৰ যশ-খ্যাতি, কান্তি ও দীপ্তি সততে বৃদ্ধি কৰুক" বুলি ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছিল,"* আৰু ইয়াৰ ছত্ৰছায়াত থাকিয়েই

(১) 'বুৰঞ্জী বিবেকৰত্ন' মণিৰাম বৰভণ্ডাৰ বৰুৱা।

* "সমাচাৰ দৰ্পণ"

নিজৰ প্ৰতিভা বিকাশ কৰি আগলৈ স্বৰাজ্য-স্বধৰ্ম প্ৰতিষ্ঠা কৰিবলৈ বিৰাট আশা-আকাঙ্ক্ষাৰে আগবাঢ়ি ওলাইছিল।

( ৩ )

"বনৰজাৰ পেট"ৰ সদৃশ বৃটিছ-অসম : ইথন পটত দেখোঁ কি ? দেখোঁ—লাহে লাহে ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্মচাৰীসকলৰ আশা-আকাঙ্ক্ষা নৈতিক জয়ৰপৰা আঁতৰি গৈ ভৌতিক জয়— সাম্ৰাজ্যবাদত পৰিণত হৈছেগৈ। অসহনীয় সাম্ৰাজ্যৰ্থকে সিবিলাকক আপোনপাহৰা কৰি পেলাইছে। সাম্ৰাজ্য বিস্তাৰৰ মোহত অন্ধ হৈ প্ৰায় সকলোৱেই ইমান সজা-সৰকা ফন্দীয়ক হৈ পৰিছেগৈ যে নিজৰ লৌহময় প্ৰতিশ্ৰুতিকো ছাইভস্মত পৰিণত কৰিবলৈ কুণ্ঠিত নোহোৱা হৈছে। কেনেকৈ গ্ৰেট বৃটেইনৰ স্বাৰ্থ সম্পূৰ্ণৰূপে বজাই ৰাখিব পাৰি তাৰ নিমিত্তেহে তেওঁবিলাকৰ চেষ্টা-প্ৰচেষ্টা নিয়োজিত হ'বলৈ ধৰিছে। দায়িত্বপূৰ্ণ আৰু ধীৰ অসমীয়াৰ ন্যায্য দাবীও উলঙ্ঘা কৰিবলৈ ধৰিছে। তেওঁবিলাকে নাজানে ভাষা, নাজানে বুৰঞ্জী, নাজানে ৰাজ্যৰ নীতি-নিয়ম। জানে মাথোন বিজিত জাতিক সৰ্বগ্ৰাস কৰিব।

দেশ শাসন কৰা ইংৰাজ কৰ্মচাৰীবিলাকৰ শতকৰা ৮০ জনেই দেশীয় ভাষাৰ বাতৰি-কাকত নাইবা চিঠি এখনৰ কথা এশাৰীকে নুবুজে। টানিমানি যিবিলাকে বুজে তেওঁবিলাকৰ লেখো আঙুলিৰ আগত লেখিব পৰা। *

---

* "It may be affirmed without fear of contradiction that there are less than a scare of English Civilians in these Provinces, who could read unaided with fair accuracy and rapidity even a short article in a vernacular newspaper or a short letter written in the vernacular and those who are in the habit of doing this or could do it, with any sense of ease or pleasure could be counted on the fingers of one hand. —"Pioneer"

এনেবোৰ অনভিজ্ঞ ভাষা নজনা কৰ্মচাৰীৰ অভিমতৰ লগতে ভালেমান বাতৰি-কাকতেও উজান দিছে। ৰবাৰ্টছনে যেতিয়া মহাৰাজ পুৰন্দৰ সিংহক যোৰহাটত পঞ্চাছ হেজাৰ টকা লালবন্দীত পুনৰ ৰাজ্যভাৰ অৰ্পণ কৰে তেতিয়া ইংৰাজৰ মুখপত্ৰ "ফ্ৰেণ্ড অৱ্ ইণ্ডিয়া" কাকতে আপদ চোঁচৰাই সূচাইছে—"ৰজাক আকৌ ৰাজ্য-ভাৰ দিলে, দেশত পুনৰ অশান্তি-উৎপীড়নে দেখা দিব। শিল্পৰো একো উন্নতি নহ'ব। সেই কাৰণে, গৱৰ্ণমেণ্টে প্ৰজাৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ পুৰন্দৰ সিংহক ৰাজ্য নিদিয়াই মঙ্গল। †

এনেবোৰ খোঁচনীয়া-টুটকীয়া পৰামৰ্শ অনুসৰিয়েই ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্তৃপক্ষসকলে ৰজাৰ ক্ষমতা সঙ্কোচন কৰি আনিছে আৰু তেওঁক সাধাৰণ মাটিগিৰীয়া নিচিনাকৈহে ৰাখি থৈছে। সীমাবদ্ধ হ'লেও, স্বাধীনতাৰ মুক্ত বায়ু সেৱন আৰু প্ৰসাৰ কৰিবলৈ তাত যি ফেৰা ঠেক বা সুবিধা আছিল তাকো আকৌ বাঢ়ি নিয়া হৈছে। চাওঁতে চাওঁতে এপদ-দুপদকৈ বৃটিছ জাতিয়ে সাম্ৰাজ্যবাদৰ নামত আমাৰ আৰ্থিক, ভৌতিক আৰু ৰাজনীতিক ভাব-সম্পদবোৰ লুণ্ঠন কৰিয়েই পেলাইছেহি; স্বৰূপাৰ্থতে, বৃটিছৰ তলে-পুতল হেঁচাত আমি মূৰ দাঙিব নোৱৰা হৈছোঁ। আমাৰ মাজত নাৰ-কমনি লাগিছে।

† "The Rajah (Purandar Singha) had no claim to such a promotion, unless he derives one from having had a Principal hand in running the country by his previous usurpations. The people had no desire to be left to the tender mercies of such a man and the British can derive no advantage, but will, in all probability reap annoyance and some danger from it. Under the administration, no stimulus is or can be expected to be given to industry. He is said to be oppressive and to be driving numbers of the already sufficient small population for the territory by his oppression. The system cannot last long, and the sooner the Government resume their grant to Rajah, the better will it be both for their interest and for the people". —"Assam"—Hongkong Journal—E. Stevens"

কেউফালে মানসিক অশান্তি আৰু বিক্ষোভৰ বা-বতাহ। এইখন চিত্ৰকেই মণিৰাম দেৱানে "বনৰজাৰ পেট" বুলি আখ্যা দিছিল।

( ৪ )

**জজ্ মিল্‌ছৰ তদন্ত:** ইং ১৮৩৯ চনত কমিছনাৰ জেন্‌কিন্‌ছ চাহাবে য'ত-কৰিব লাগে ত'ত নকৰি, য'ত-নকৰিব লাগে ত'ত তদন্ত কৰি সেই "ফ্ৰেণ্ড অব্ ইণ্ডিয়াই" সূচোৱা মতেই উচ্চ কৰ্তৃপক্ষলৈ পুৰন্দৰ-ৰাজ্যৰ কুৰূপ ছবি এখন আঁকি পঠিয়ালে। সেই ছবিৰ ৰিপৰ্ট অনুসৰিয়েই গৱৰ্ণমেণ্টে তাৰ কেইবছৰমানৰ পাছত সদৰ দেৱানী-আদালতৰ জজ্ এম্ মফট মিলছ চাহাবক পঠিয়ালে—দোৱাবাৰ অসমৰ আভ্যন্তৰীন সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থাৰ তদ্বিৰ কৰিবলৈ। মিল্‌ছে গুৱাহাটীৰপৰা শিৱসাগৰলৈকে ভ্ৰমণ কৰোঁতে ৰাইজৰপৰা ভালেমান দৰ্খাস্ত পাইছিল। সেইবোৰৰ ওপৰত আপত্তি-অভিযোগ অনুসৰি স্বকীয়া-স্বকীয়া অভিমত দি খাজনা বঢ়োৱা অভিযোগটোৰ সম্পৰ্কে বিশেষভাৱে লেখিছিল; তাৰ মৰ্ম এই—"কেৱল পেঞ্চন, বৃত্তি বা কামৰ নিমিত্তেহে প্ৰায়বোৰ দৰ্খাস্তৰ প্ৰাৰ্থনা কৰা হৈছিল। কি মৌজাদাৰ, কি ৰায়ত, কোনেও খাজনা বেচি হৈছে বুলি কাহ এটাও মৰা নাছিল। কিন্তু মণিৰাম দাসেহে ঘৰ্ঘোৰ আপত্তি কৰিছিল। মণিৰাম মানুহটো টেঙৰ, চতুৰ অথচ অবিশ্বাসী আৰু উৎপতীয়া। তেওঁৰ হাতেতেই এসময়ত ৰাজহৰ সঁচাৰ কাঠীটো আছিল—অৰ্থাৎ তেওঁৰ হাতেতেই খাজনা তোলাৰ সম্পূৰ্ণ ভাৰ আছিল। মণিৰাম বৰ অসন্তোষীয়া। অসন্তোষীয়া মানুহ এজনে লেখা বাবেই ই এখন অতিৰঞ্জিত আৰু অপুদবাট দলিল হোৱাদি হৈছে। তেওঁ গোটেই শাসন-পদ্ধতিটোৰে দোষ খুচৰিছে; আৰু তেওঁ নকবলগীয়া কথাকো কৈ, ঢোটোকে বৌটোকৈ দেখুৱাইছে আৰু ওপৰখাপৰ ডাঙৰীয়াসকল কেনে বিপদগ্ৰস্ত হৈছে তাকহে পৰিষ্কাৰকৈ বৰ্ণাইছে। সেই দৰ্খাস্তত মণিৰামে সৈতে

বজাই যি প্ৰস্তাৱ কৰিছে—তালৈ যেন গৱৰ্ণমেণ্টে ধনিষ্ঠামানো চকু নিদিয়ে। ৰায়তবিলাকে তেওঁৰ তলত থাকিবলৈ সমূলিকে ইচ্ছা নকৰে। ৰাজ্যভাৰ ল'বলৈও ৰজা অনুপযুক্ত।" এইবুলি অভিমত দি মিল্‌ছে দৰ্খাস্তখন ইংৰাজীলৈ তৰ্জমা কৰাই বৰলাটলৈ পঠিয়াই দিলে।

সেই চতুৰ অথচ অবিশ্বাসী উৎপতীয়া মানুহজনে বৃটিছৰ বিধান মানিয়েই বৃটিছ-ভক্তিৰ সেতা ৰেঘা এটি দাবি মিল্‌ছক দুখন আবেদন অৰ্পণ কৰিছিল—এখন ৰজা আৰু লেঠা নথকা (চৰকাৰী কাম নকৰা) মানুহেৰে যুটীয়া হৈ, ইখন তেওঁৰ নিজৰ ৰবীয়াকৈ। দুয়োখনিৰ ভাষা শিষ্টাচাৰপূৰ্ণ, অৰ্থাস্তৰবিহীন; কিন্তু সঞ্চিত খং-বেজাৰৰ ভাব প্ৰকাশ কৰাৰ ঠাঁচটো দৃঢ় আৰু অপ্ৰিয় সত্যৰ ফৰিং ফুটা চানেকি। অসমীয়া জাতিৰ প্ৰতি বৃটিছ গৱৰ্ণমেণ্টে কেনেকৈ খুৰৰ সাঁকো প্ৰস্তুত কৰি আনি অসম দেশ-খনক বাঘৰ বৰ পেটত সুমুৱাইছিল তাক তেওঁ পাকে-প্ৰকাৰে ফঁহিয়াই দেখুৱাইছিল। লগে লগে বৃটিছ লেনদেনৰপৰা পোৱা উপকাৰখিনিও মুমুকিউৱাকৈ থকা নাছিল। "ন্যায় ধৰ্মমতে দেশ শাসন নকৰিলে, গৱৰ্ণমেণ্টে সমুচিত ফল ভোগ কৰিব লাগিব" বুলি সতৰ্ক কৰিও দিছিল। ৰাজহুৱাকৈ দিয়া দৰ্খাস্তখনৰ ঘাই মৰ্ম আছিল সঙ্কীৰ্ণ সীমাবদ্ধতাৰ ভিতৰতে বৃটিছৰ লগত সম্পৰ্ক ৰাখি স্বতন্ত্ৰভাৱে অসমৰ স্বাধীনতা পুনৰ প্ৰৱৰ্তন কৰা।

## দৰ্খাস্তৰ সাৰমৰ্ম আছিল

(১) ১৮২৪ চনত, বৃটিছে ঘোষণা-পত্ৰত দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰি অন্যায় কৰিছে।

(২) স্বৰ্গদেৱ পুৰন্দৰ সিংহক পুনৰ ৰাজ্য প্ৰত্যৰ্পণ কৰা নিৰ্বন্ধখনৰ ঘাই চৰ্তটো খামখিয়ালিভাৱে উলঙ্ঘা কৰা হৈছে।

(৩) দেশৰ আও-ভাও নজনা, আচহুৱা বৃটিছ কৰ্মচাৰী নিযুক্ত কৰি অৰাজকতাৰ সৃষ্টি কৰা হৈছে।

(৪) বৰ্তমান বৃটিছৰ শাসন পদ্ধতিয়ে দেশত সুখ-শান্তি আৰু শৃঙ্খলা স্থাপন কৰা নাই; বৰং, একুৰা বাড়বাগ্নি জ্বলাই অসমীয়া মানুহক বাঘৰ পেটত সুমুৱাই থৈছে।

(৫) চৰকাৰী খাজনাৰ হেঁচাত ৰায়তে সুখ-শান্তি বিচাৰি হাবাথুৰি খাই ফুৰিছে।

(৬) কানি-বিহৰ প্ৰচলন কৰি অসমীয়া মানুহক চৰিত্ৰহীন কৰা হৈছে।

(৭) ৰাজকীয়ভাৱে কোনো ধৰ্ম প্ৰচাৰ কৰাৰ নিমিত্তে সাহায্য দিয়াটো অনুচিত বুলি কৈও চৰকাৰে বিশেষ এটা ধৰ্মৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ যথোচিত অৰ্থ-সাহায্য দিছে। ইহাতে, দেশীয় ধৰ্মবিশ্বাসৰ প্ৰতি উদাসীনতা দেখুৱাত প্ৰজাৰ ধৰ্মবিশ্বাস টুটি আহিছে আৰু সকলো অনীতিপৰায়ণ হৈছে।

(৮) দেশীয় শিল্প-প্ৰচেষ্টাত ৰাজকীয় উৎসাহ-উদগনি নোপোৱাত অসমীয়া শিল্প লাহে লাহে নোহোৱা হৈ আহিছে আৰু শিল্পী-বিলাকৰো অৱস্থা জুকলা হ'বলৈ ধৰিছে।

(৯) আৰু—২০/২৫ বছৰ বৃটিছৰ তলত থাকিব লাগিলে অসম দেশৰ ভেটি উচ্ছন্ন হ'ব—আকৌ অটব্য অৰণ্যত পৰিণত হ'ব।

(১০) স্বৰ্গদেৱসকলৰ পবিত্ৰ-অস্থিৰ জাত মৰা হৈছে।

(১১) শিক্ষা আৰু শিল্পবিদ্যাৰপৰা বঞ্চিত কৰি অসমীয়া মানুহক আগলৈ একেবাৰেই অকৰ্মণ্য কৰিবলৈ আয়োজন কৰা হৈছে।

## দাবী

সেই দেখি দাবী কৰা হৈছে :—

(১) পুৰন্দৰ সিংহৰ সৈতে কৰা নিৰ্বন্ধটোৰ শেষ চৰ্ত্তটোত

আছে, "ৰজাই (পুৰন্দৰে) নিৰ্বন্ধৰ ব্যতিক্ৰম কৰিলে তেওঁক গুচাই, আন এজনক ৰজা পাতিব পাৰিব, নাইবা দেশখনকে কোম্পানীৰ খাচ দখললৈ আনিব।" ৰাজবংশধৰ ঘনকান্ত সিংহ যুৱৰাজ বিদ্যমানে আছে। তেৱেঁই ৰাজপাটত বহিবৰ উপযুক্ত পুৰুষ। তেওঁকে এতিয়া উজনি অসমৰ ৰজা পাতিব লাগে।

(২) ওপৰত কোৱা প্ৰস্তাৱ কাৰ্য্যত খটুৱালে পুৰন্দৰ সিংহৰ লগত নিৰ্বন্ধ-সূত্ৰ লঙ্ঘন কৰা নহয়।

(৩) বাহিৰা শত্ৰুৰপৰা দেশখন ৰক্ষা কৰিবলৈ বিশ্বনাথত বৃটিছৰ এজন মহামন্ত্ৰী চাহাব থাকিব লাগিব।

(৪) ফিৰিঙ্গীবোৰক (গোড়া চাহাবক) জিলাধিপতি পাতিব নেলাগে।

(৫) সৰু পঞ্চায়ৎ, বৰ পঞ্চায়ৎ আৰু চৰাচৰি পঞ্চায়ৎ পাতি জগৰৰ তাৰতম্য অনুসৰি দেশীয় লোকেৰে গোচৰাদি বিচাৰ কৰাব লাগে।

(৬) আবেদনত উল্লেখ কৰা মতে কৰ-কাটল নিৰূপণ কৰিব লাগে। উপযুক্ত বিষয়াক বট্টা-পেঞ্চন দিব লাগে। পণ্ডিত, কাজী আৰু গোসাঁই-মহন্তসকলৈ উমৈহতীয়া জমাৰপৰা এভাগ ধন আছুতীয়াকৈ থ'ব লাগে। তাৰ পিচত, বাহি হৈ থকা ধনৰপৰা ৮ ভাগৰ ৫ ভাগ অৰ্থাৎ টকাটোৰ দহ অনা ৰাজ্যশাসনৰ নিমিত্তে ৰজালৈ, আৰু বাকী ৮ ভাগৰ ৩ ভাগ অৰ্থাৎ ছয় অনাৰ বহিৰাক্ৰমণৰপৰা ৰক্ষা কৰা কামত খৰচ কৰিবলৈ মহামন্ত্ৰী চাহাবলৈ থাকিব লাগে।

(৭) কুৰি বছৰৰ ভিতৰত কানি বৰবিহ অসমৰপৰা নিৰ্মূল কৰিব লাগে।

(৮) পৰ্ব্বতীয়া জাতিবিলাকৰ মাজত কূটনাট কৰি কন্দল লগোৱা পদ্ধতিটো বন্ধ কৰিব লাগে।

(৯) দেশত শিল্প, বেহা-বেপাৰ বহলাবলৈ বাচৈ-খনিকৰী বিদ্যা শিকাব লাগে আৰু ঠায়ে ঠায়ে হাট-বজাৰ বহুৱাব লাগে।

**সতৰ্কবাণী :** প্ৰজাক ন্যায় ধৰ্মমতে পালন নকৰি, কৰ্তব্য লঙ্ঘন কৰা হৈছে। সেইবাবে বৃটিছ-গৱৰ্ণমেণ্টে এসময়ত নহয় এসময়ত ইয়াৰ বাবে প্ৰায়শ্চিত্ত হ'ব লাগিব।

## ( ৫ )

**মণিৰামৰ বিচক্ষণতা :** যি সময়টোত উল্লিখিত সময়স্থি কথা আৰু সতৰ্কবাণী সংহৰি কোৱা হৈছিল, সেই সময়টোত বৃটিছৰ খিতাপি যুগমীয়া কৰিবলৈ পূৰ্ণ উদ্যমেৰে শাসন-চক্ৰ চলাই দিয়া হৈছিল। সময়টো আমাৰ নিমিত্তে এনেকুৱা আছিল যে বৃটিছ গৱৰ্ণমেণ্ট হে নেলাগে বৃটিছ-জাতীয় মানুহ-এজনকো "পাৱে পৰি নমস্কাৰ" জনাব লগীয়া হৈছিল। ৰাজ আলিয়েদি পল্টনীয়া ইংৰাজ বিষয়া এজন যাওঁতেও যদি কাৰোবাৰ বাৰীৰ ভিতৰত কুকুৰে ভুকে, সিও আছিল জগৰৰ কথা ; পহুৰ সলনি মানুহকে যদিও চাহ বাগিচাৰ চাহাবে চিকাৰ কৰিছিল, বিচাৰকৰ অনুগ্ৰহত তেওঁৰ "বেকচুৰ খালাছ" পাইছিল। কোনোবাই যদি শাসন পদ্ধতি বেয়া হৈছে বুলি সমালোচনা কৰিছিল, সিও শাসকৰ মানত চকুৰ-কুটা-দাঁতৰ-শাল হৈছিল। দণ্ডবিধি আইনখন এনে পক্ষপাতভাৱে চলি থকা অৱস্থাত আৰু গোড়া চাহাববিলাকৰ উদ্ধত আচৰণত কোনেও ৰ বুলি বা যা বুলি ক'ব নোৱৰা দিনত, উচ্চতম বিচাৰক সদৰ দেৱানী আদালতৰ জজ এজনৰ আগত স্থানীয় বৃটিছ-কৰ্তৃপক্ষৰ বিনা অনু-মতিত পল্টনীয়া ইংৰাজ বিষয়া আৰু শাসনৰ দুৰ্নাম ৰটি কাগজ-কলমত প্ৰকাশ্যভাৱে দাখিল কৰাটো সঁচাসঁচিকৈয়ে দুৰন্ত সাহ আৰু বিচক্ষণীয়া ৰাষ্ট্ৰজ্ঞানৰ চকচকীয়া নিদৰ্শন। পৰাধীন দেশত এনে মানুহৰ স্থান নাই, প্ৰতিভা বিকাশ কৰিবৰো সুযোগ নাই।

তথাপি, মৰলাহ দি মণিৰাম দেৱানে যি দুখন দৰ্খাস্ত দিছিল তাতেই তেওঁৰ স্বদেশ-জ্ঞান, দেশপ্ৰাণতা, স্বধৰ্মপ্ৰীতি আৰু চলন্ত শাসনৰ প্ৰতি বিতুষ্ট ভাব প্ৰতিবিম্বৰ দৰে ওলাই পৰিছিল। পাৰ্বোতে নো বৰুৱাৰ মহত্তই আক্ষেপ কৰি কৈছিলনে,

> "মণিৰাম দেৱান আচল ৰাজনীতিবিশাৰদ পুৰুষ আছিল; এওঁ জাৰ্মেনী, ফ্ৰান্স বা বিলাতত থকা হ'লে, এওঁৰ যশ পৃথিৱীব্যপ্ত হ'লহেঁতেন"*

সেই কথা, কিন্তু বুজে কোনে? দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰ শুকায়, মাণিকো লুকায়। মিলছৰ হাতত পৰি মণিৰামৰ ৰাষ্ট্ৰজ্ঞান, দূৰদৰ্শিতা আৰু স্পষ্টবাদিতা সকলো তল পৰিল; ওপৰ উঠিল তেওঁৰ "ধূৰ্তালি, মিছালি আৰু দন্দুৰালি"। তেও বুলি, মিলছ চাহাবৰ অন্তৰৰ নিভৃততম কোণত মণিৰামৰ মনোবৃত্তি আৰু চৌকস্ জ্ঞানে সংশয়াপন্ন ভাবৰ গভীৰ সাঁচ এটি নবহুৱাকৈ নেৰিলে। মিলছে বঢ়িয়াকৈ বুজিছিল, যে ৯ জন চাহাবে টানি-আঁজুৰি কৰা কামবোৰ যিজন মানুহে অকলৈয়ে নিছিদ্ৰভাৱে সম্পন্ন কৰিব পাৰিছিল, যিজনৰ দিহাবুদ্ধি মতেই উজনিৰ ৰাজহ-ভঁড়াল পেটুৱা কৰিবপৰা হৈছিল, যিজনৰ সহায়-সাৰথি বুদ্ধি পৰামৰ্শৰদ্বাৰাই চূৰ্ণীকৃত হোৱা দেশ এখন ন-কৈ পাতিব পৰা হৈছিল, যিজনে কলেক্‌টৰী চিৰস্তা-দাৰ, বৰভণ্ডাৰ বৰুৱা, মৌজাদাৰ, তছিলদাৰ আৰু আসাম কোম্পানীৰ দেৱান আদি ৯ খন দায়িত্বপূৰ্ণ বিষয় খাইছিল, যিজনৰ বুৰঞ্জীজ্ঞান খনিজ সম্পদজ্ঞান, আৰু শিল্প বিস্তাৰৰ কাৰ্য্যকৰী উপদেশ মেজৰ আডাম হোৱাইট চাহাবে ভূৰি-ভূৰি প্ৰশংসা কৰিছিল, যিজনক কমিছনাৰ জেনকিঞ্চ চাহাবে "অশেষ ক্ষমতাশালী, বুদ্ধিমন্ত আৰু আচ্যৱন্ত" বুলি অসমৰ সবাতোকৈ বৃহত্তম চাহ শিল্পৰ প্ৰতিষ্ঠান "আসাম কোম্পানীৰ দেৱান পাতিবলৈ পৰামৰ্শ দিছিল, সেইজন

---

* "জোনাকী"—৩য় ভাগ

মানুহৰ বুদ্ধি, প্ৰতিভা, প্ৰজাবলোৱা ক্ষমতা আৰু পকা অভিজ্ঞতা প্ৰসাৰ কৰিবলৈ দিলে, সাম্ৰাজ্যবাদৰ পথত বৃহৎ হেঙাৰ এখন পোতা হ'ব। অসমতো যে "ওখ গছ" অৰ্থাৎ বৃটিছৰ দোষ খুচৰিবপৰা মানুহ আছে, এইটোকে দেখুৱাবৰ বাবেই মিল্‌ছে দেৱানৰ দৰ্খাস্ত-কেইখন উচ্চতম শাসনকৰ্তালৈ নিজা অভিমতে সৈতে পঠিয়াই দিয়ে। সেই অভিমতে পৰিষ্কাৰকৈ দেখুৱাই দিছিল যে বৃটিছ-গৱৰ্ণমেণ্টৰ প্ৰশাসনীয় নীতি হৈছে সিবফুটাসকলৰ পৰামৰ্শ অৱজ্ঞা কৰা, তীক্ষ্ণ বুদ্ধিত মামৰে ধৰোৱা আৰু যোগ্যতাক অপদাৰ্থ কৰি পেলোৱা। গোলামৰ যোগ্যতা স্বীকাৰ কৰা মানে প্ৰভুৰ প্ৰভুত্ব হেকউৱা। পৰাধীন জাতিৰ স্পষ্টবাদিতাই যে বৃটিছ-শাসনৰ নিমিত্তে কালকূট সেইটোও তেওঁৰ অভিমতে আচঁা যেনকৈ দেখুৱাই দিয়ে। মিল্‌ছৰ অভিমতেই যে বৃটিছ-গৱৰ্ণমেণ্টে ভৰিঅনা মইমতীয়া নীতিৰ ওপৰত প্ৰতিষ্ঠিত তাক ছৱা শতাব্দীৰ পাছত যেতিয়া শিকলি লগাই চৰকাৰৰ বিৰুদ্ধে দেশৰ বাক্যৰোধ কৰা হ'ল আৰু যেতিয়া মণিপুৰীয়া বীৰ পুৰুষ টিকেন্দ্ৰজিৎ সিংহ যুৱৰাজক বধ কৰা হ'ল, তেতিয়া চাৰ জন গৰ্ষ্টে যি কথা ঘোষণা কৰিছিল সেয়ে সুন্দৰকৈ প্ৰতিপন্ন কৰে। জন্ গৰ্ষ্টে কৈছিল, "মণিপুৰৰ ভূতপূৰ্ব সেনাপতি টিকেন্দ্ৰজিৎ বৰ ক্ষমতাশালী পুৰুষ, তেওঁৰ হৃদয়ত দৌৰ্বল্যৰ লেশ মাত্ৰও নাই। এনেকুৱা ক্ষমতাশালী আৰু যোগ্য লোকক ৰাজ্যত ৰাখিলে জগতৰ (বৃটিছ-সাম্ৰাজ্যৰ) অনিষ্ট। যিবিলাকৰ শক্তি আৰু যোগ্যতা মজলীয়া বিধৰ সেইবিলাকৰ ওপৰতহে গৱৰ্ণমেণ্টৰ সকলো বিষয়ে নিৰ্ভৰ কৰা উচিত।"

( ৬ )

**মানসিক প্ৰতিক্ৰিয়া ঃ** এইখিনিতে, মণিৰামৰ মূৰত বেজ হৈ চোৱা বৃটিছে সাপ-হৈ-মৰা দৰে প্ৰথম খোঁট। এইখিনিতেই বৃটিছ সহযোগিতাৰ লগত মণিৰামৰ প্ৰথম সংঘৰ্ষ আৰু এইখিনিতেই

আগৰেপৰা ষ'ত যেনেকৈ বৃটিছৰ বিৰুদ্ধে হেঁচা মাৰি থোৱা অসন্তোষ-অভিযোগবোৰ গুলুম বান্ধি আছিল, সেইবোৰো এটি-এটিকৈ গাঁতৰ পৰা কেঁচু-কুমটি ওলোৱাদি ওলাবলৈ ধৰিলে। মিল্‌ছৰ মন্তব্যই এনেভাৱে বৃটিছৰ স্বৰূপ প্ৰকাশ পোৱাই দিলে যে চকুগজাসকলে বৃটিছ শাসন যমকাল বুলি ঠাৱৰাবলৈ বাধ্য হ'ল। ইং ১৮২৪ চনৰপৰা ইংৰাজৰ প্ৰতি মণিৰামৰ যি অটল বিশ্বাস আছিল সিও কৃষ্ণপক্ষ জোনৰ দৰে টুটি আহি মৰ-আঁউসী পাওঁ-পাওঁ হ'লহি। অজাস্তি মুলুকৰ বৃটিছ কৰ্মচাৰীবিলাকৰ মইমতীয়া কথা, উদ্ধত আচৰণ আৰু তিতা-কেহা লগোৱা কাৰ্য্যাৱলীয়ে তেওঁৰ মনত উজান-ভাটী লগাবলৈ ধৰিলে। সিমানতো তেওঁ বৃটিছ-শাসনতন্ত্ৰৰ প্ৰতি আস্থা হেৰুৱা নাই। তেতিয়াও তেওঁ সম্পূৰ্ণ বিশ্বাস কৰিছিল—বৰলাটেই অসন্তোষ-অভিযোগ জনাবৰ চূড়ান্ত থাপ। সেইবাবেই নিয়মতন্ত্ৰৰ সন্মান ৰক্ষা কৰি মণিৰামে বৰলাটৰ ওচৰত মিল্‌ছক দিয়া প্ৰস্তাৱবিলাকৰে সাৰমৰ্ম আগবঢ়ালেগৈ। কিন্তু শিল চিকুটি নখহে মাত্ৰ বুটি কৰা হ'ল। ফল একো নহ'ল। বৰলাটৰপৰা সন্তোষজনক সমিধান পোৱা নগ'ল। মণিৰামৰ তেতিয়া বুজিবলৈ বাকী নেথাকিল যে পৰাধীন জাতিৰ আবেদন-নিবেদন সকলো অসাৰ। সাম্ৰাজ্যবাদৰ পোখা মেলাত ওপৰৰপৰা মূধলৈকে সকলো বৃটিছ জাতি একে সুত্ৰেৰেই গঁথা। মিল্‌ছ যি গছৰ পাণ, বৰলাটো সেই গছৰে।

ঠিক সেই সময়তে কাউৰীও পৰিছে, পকা আমো সৰিছে; সদৌ ভাৰততে স্বাধীনতা যুদ্ধৰ খদমদমো লাগিছে। মণিৰামৰ অন্তৰত উমাই থকা জুইকুৰাও জ্বলিবলৈ ধৰিছে। এনে সুবৰ্ণ সুযোগ হেলাই যাবলৈ নিদি, মণিৰামে তাক খামোচ মাৰি ধৰিলে আৰু স্বদেশ পৰিত্ৰাণৰ অৰ্থে চপা পৰাদি সেই যুদ্ধত উৰা মাৰি পৰিল। এতিয়া আৰু মণিৰাম সেই বৃটিছ-শাসনৰ অনুৰক্ত মণিৰাম নহয়, বৃটিছৰ দুৰ্ধোৰ শত্ৰু বিদ্ৰোহী মণিৰাম।

**মুক্তি যুদ্ধৰ প্ৰথম বলি ঃ** ভাৰতৰ অন্যান্য প্ৰদেশৰ স্বাধীনতা-কামী বিদ্ৰোহীসকলৰ কাৰ্য্যধাৰাৰাই অনুপ্ৰাণিত হৈ দেৱেঁা ওলাই আহিল অসমত পোতা বৃটিছ-পজাৰ খোপনি খহাবলৈ। মাউখে উটিলে গুড়ি পকৰাবো মৰণ নাই। এই মূল নীতিকে হিয়াত সাৱটি তেওঁ জাতিকুল বিচাৰ নকৰি, উচ্চ-নীচ নিৰ্বিশেষে নেতৃস্থানীয় আৰু বুদ্ধিমান অসমীয়া মাত্ৰকেই বিদ্ৰোহৰ অগনিত জাপ দিবলৈ তীব্ৰবেগে উদগনি দিলে আৰু নিজেও শেষত কপৰ ধোঁৱাখোৰা হুপি-হুপি ফাঁচী-চাঙত আনন্দ মনেৰে প্ৰাণ পৰিত্যাগ কৰিলে। গতিকেই, ইংৰাজ আমোলত মণিৰাম দেৱানেই পোন-প্ৰথম সন্মুখীন অৱস্থাৰ লগত পৰিকল্পিতভাৱে জীৱনৰ লক্ষ্য আৰু উদ্দেশ্য থাপ খুৱাই প্ৰাণ বিসৰ্জন দিওঁতা বিদ্ৰোহী আৰু বৃটিছৰ দিনত হোৱা ভাৰতজোৰা মুক্তি যুদ্ধৰ প্ৰথম অসমীয়া বলি।

ফৰাচী বিপ্লৱৰ প্ৰথম হোতা আছিল দাৰ্শনিক মনীষী 'ডিদাৰ' (Diderot)। তেওঁৰ সতীৰ্থ কছ' আৰু ভল্‌টেয়াৰেহে সাম্য-মৈত্ৰী-মিলনৰ আহুতি ঢালি সমগ্ৰ ফ্ৰান্সত বিপ্লৱৰ বিজয়-ধ্বজা উৰুৱালে। তথাপি, ডিদাৰ'লৈ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰোঁতে ভল্‌টেয়াৰে কৈছিল, "ডিদাৰ'ক প্ৰকৃতিৰ দান মনীষী বুলি ক'লে, মোৰ কথাত হৰিভৰ দিয়া মানুহ বহুত ওলাব। কিন্তু, মই যদি কওঁ, তেনে এজন অসাধাৰণ পুৰুষ আজিলৈকে ফ্ৰান্সত জন্ম হোৱা নাই আৰু নহ'বও তেন্তে সেই কথা তেওঁৰ শত্ৰুৱেহে প্ৰতিবাদ কৰিব।"

সেই কথাকে দোহাৰি আমিও ক'ব পাৰোঁ—দুৰ্জ্জয় শক্তিশালী জাতি এটাৰ সুদৃঢ় শাসনৰ বিৰুদ্ধে হেগ চাই কেনেকৈ মূৰ দাঙি থিয় হ'ব লাগে তাক পৰৱৰ্তী মুক্তি যুঁজাৰুসকলৈ মণিৰামেইহে দীপ্তিমন্ত ম'তা এডাল জ্বলাই থৈ গ'ল।

( ৭ )

**দেৱানৰ ব্যৰ্থতাত বাইজৰ দুখ ঃ** যিজনৰ ব্যক্তিত্বই তেওঁৰে নিচিনা হেজাৰ-বিজাৰ মানুহৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে

সেইজন পুৰুষৰ ব্যক্তিত্বৰ একো মূল্য নাই। দেৱানক "কলিতা বজা," স্বাৰ্থপৰ, ক্ষমতালোভী আৰু দাম্ভিক বুলি যেয়ে যিমান নকওক, সাগৰ চুৰবীয়ে কৰা আক্ষেপটোৱেই দেৱানৰ অসীম ব্যক্তিত্বৰ প্ৰভাৱ বঢ়িয়াকৈ বুজাই দিয়ে। দেৱানৰ কাঁচীয়ে সকলোৰে অন্তৰত আঘাত নিদিয়া হ'লে, তেওঁৰ কাৰ্য্যত বাইজৰ পোষকতা বা মৌন সম্মতি নথকা হ'লে, হেজাৰ-বিজাৰ গাঁৱলীয়া বাইজৰে এজন সাগৰ চুৰবীয়ে কেতিয়াও মনৰ বেজাৰত নক'লেহেঁতেন, "অস্ অস্ মণিৰাম, তই "আহোম কুহুম এটা নেপালি!"

ইটালিৰ গেৰিবল্ডীয়ে কি কৰিছিল? খণ্ড-বিখণ্ড হৈ থকা ইটালিক একগোট কৰি স্বাধীন আৰু শক্তিমন্ত ৰাষ্ট্ৰত পৰিণত কৰিবলৈ বিদ্ৰোহৰ আয়োজন কৰিছিল; বিদ্ৰোহ ব্যৰ্থ হ'ল; পলাই গৈ কোনোমতে প্ৰাণৰক্ষা কৰিলে। কিন্তু তেওঁৰ প্ৰতি যি প্ৰাণদণ্ডৰ আদেশ হৈছিল সেই আদেশৰ প্ৰতিবাদকল্পে গেৰিবল্ডীৰ অনুৰক্ত বিক্ষুব্ধ ল'ৰা-ছোৱালীয়ে আলিবাটে-আলিবাটে এইবুলি গাই ফুৰিছিল :—

"I wish, I had a penny !
What for, what for ;
To buy a rope
To hang the Pope
Instead of Garibaldi"

অৰ্থাৎ মই যদি পইচা এটি পালোঁহেঁতেন !
কেলেই ? কেলেই ? পইচা নো কেলেই ?
জৰী এডাল কিনিবলৈ।
জৰী নো কেলেই ?
গেৰিবল্ডীৰ সলনি পোপক কাঁচী দিবলৈ।

বৃটিছ-আইনৰ কাঁচী-শালত মণিৰাম মৰি গ'ল—বিহি খোৱা দণ্ডতেই নেথাকিল।

গেৰিবল্ডীৰ প্ৰতি দিয়া ফাঁচী-আদেশৰ প্ৰতিবাদকয়ে বৃটিছ-বালকবৃন্দই খিয়াইছিল—প'পৰ মৰণ। অসমীয়া মানুহে কিন্তু, মনৰ দুখ পতিয়াইছিল মনৰ ভিতৰতে :—

"মণিৰাম পিয়ালীৰ মৰণ বাতৰি
যদি তোৰ বীণে গায়
মানা কৰা তাক বৰাগী ককাই ঐ
শোক মোৰ উথলায়,"* বুলি।

এইখিনিতেই, বৃটিছ আৰু ভাৰতীয় ভাবৰ পাৰ্থক্য। বৃটিছ জাতিয়ে বিচাৰে প্ৰতিশোধ, ভাৰতীয়ই বিচাৰে শান্তি।

**দেৱানৰ মৃত্যুত জনতাৰ শোকোচ্ছ্বাস :** মান ৰজাৰ লগত সন্ধি কৰি, দেশখন বৈয়ত কৰিবলৈ বৃটিছে যেতিয়া অ'ত ত'ত সামৰিক কোঠ মাৰে, তেতিয়াই বৃটিছ-আগমন বিৰোধী জনদিয়েক প্ৰমত্ত পুৰুষে সেই কোঠ ভাঙি, খাৰঘৰ পুৰি বৃটিছক অসমৰপৰা খেদি পঠিয়াব খুজিছিল। সেই বাবে সিবিলাকৰ কেইজনমানে ফাঁচী কাৰাগাৰ বৰণ কৰিবলগীয়া হ'ল। ৰজাদিনৰ ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ যোৱাটোৱেই আছিল সিবিলাকৰ প্ৰাণ-দণ্ডৰ কাৰণ। তথাপি সেই উত্তপ্ত বীৰসকলৰ স্মৃতি সিসকলৰ বিয়োগতে পাহৰণি গৰ্ভত সোমাল, মণিৰাম দেৱানৰ জীৱাত্মা হ'লে ফাঁচী-কাঠৰপৰা উৰি গৈ গোটেইখনতে বিয়াপক্ত দিলেগৈ।

"ভাৱনাত লগালে মতা, অ' মণিৰাম
ভাৱনাত লগালে মতা,
নগাঁও, নৰঙ্গী শবদ ফুটি গ'ল
অকল মণিৰামৰ কথা।"

এইদৰেই, আজিও তেওঁৰ আত্মাই বা'মাৰলীৰ দৰে অসমীয়াৰ অন্তৰত পাক লৈ ফুৰিছে। নহ'লে নো, কিয় আজি অসমীয়া জাতিৰ বুকুৰ কলিজা, চৰণৰ ধৰণী, শক্তিৰ মুখৰ খুঁটা হেকেৰা-

* "বীণ আৰু বৰাগী"—লক্ষ্মীনাথ বেজবৰুৱা।

হুজোৰ[১] বেহেলা-টোকাৰীত; কলিয়া-কেঁহোকণাৰ[২] বাঁহীৰ সুৰত; তেলগজ-তৰৰৰ দোকানীৰ[৩] পেঁপা, সুতুলি আৰু বাঁহী-টোকাৰীত; পেহমুৰ-বৰজানৰ[৪] পিতল খুন্দা ছেৱত; কপহী-সেন্দুৰীৰ[৫] টকাৰ মাতত মণিৰামৰ সুৰদি করুণ স্মৃতি অনাই-বনাই ফুৰিছে? কিয় আজি জাতীয় উৎসৱৰ প্ৰীতি-মিলনত, সুখ-দুখৰ কথোপকথনত একেবাহে এশবো ওপৰ বছৰ দেৱানৰ নামটো স্মৰণ হৈয়ে আছে? কিয় বা আকৌ লুইতৰ পাৰৰ প্ৰকৃতি-সন্তান মিৰি ডেকাৰ[৬] মধুৰ কণ্ঠই মণিৰামৰ দেও নমাইছে? আজিও লুইতৰ বুকুত সেয়া কিহৰ লহৰ? :—

জিলীয়ে কৰিবৰ যা, মোৰ দেউতা,
জিলীয়ে কৰিবৰ যা,
তিনি আলি মুৰতে মণিৰামক মাৰিলে
উভতি বলিলে বা।

বতাহত যেতিয়া হাঁফোলা-হাঁফোলে বগাই গৈ গীতৰ লহৰিয়ে কঁহুৱা পাত কঁপায়, মুকলি পথাৰৰ মাজেদি বৈ যোৱা জুৰিটিৰ চিৰচিৰীয়া পানীখিনিক দোলন খেলায়, পথভ্ৰান্ত পথিকক যেতিয়া ৰ লগাই থৰ কৰে, তেতিয়া কাৰ নো বাক মণিৰাম দেৱানৰ স্মৃতিত দুধাৰি চকুলো নবৰ? কোনে নো বাক তেওঁৰ নিমিত্তে হামৰাও নেকাঢ়িব? নৰ-নাৰী আহিছে-গৈছে শোকৰ নিশ্বাস কিন্তু ক'লৈ যায়? সিয়েই আজি আমাৰ হৃদয়ত খুন্দিয়াখুন্দিকৈ আছে। সেই শোকত শান্তনা দিবলৈকে, মন তাপৰিব নোৱাৰি, শুনা, সেয়া

---

১. চতীয়া আৰু চাৰিঙৰ গীত গোৱা মানুহ।
২. নগাঁও বিশ্বনাথৰ গীত গোৱা মানুহ।
৩. শিৱসাগৰ-যোৰহাটৰ গীত গোৱা মানুহ।
৪. বলিয়াঘাট-কাকজনৰ গীত গোৱা মনুহ।
৫. তিনিচুকীয়া-জয়পুৰৰ বিহুৱতী।
৬ দিচাংমুখৰ বিহুৱতী

অসমীয়া জীয়াৰী-বোৱাৰীয়ে বুলনী-ঘৰত গুণ গুণ কৰে কি নাম গাব লাগিছে :—

অতিকে চিকুণ ঐ মুগাৰে মুহুৰা
অতিকে চিকুণ ঐ মাকো,
তাতোকৈ চিকুণ ঐ মণিৰাম দেৱান ঐ
নেকান্দি কেনেকৈ থাকোঁ ?

এনেকৈ যি অদৃশ্য হৈও বিদ্যমান, আচ্ছাদিত হৈও দেদীপ্যমান, অতীতৰ হৈও বৰ্ত্তমানৰ, তেৱেঁইহে কেৱল মনুৰ অকৃত্ৰিম সন্তান। তেনে সন্তানৰ কীৰ্ত্তি-কলাপত মাহাত্ম্য আছে, আৰু অনুকৰণত আনন্দ আছে, জীৱন-স্মৃতিত প্ৰেৰণা আছে যি প্ৰেৰণাই উচ্চৈস্বৰে ক'ব লাগিছে :—

"সংসাৰ যুঁজৰ ঠাই
শুৰৰ সকাম নাই
কাচি-পাৰি যুঁজা সৱে
কৰি প্ৰাণপণ"*

* ভাগুনী কোঁৱৰ আগৰৱালা ৮/

# দ্বিতীয় অধ্যায়

## উপৰি পুৰুষৰ ইতিবৃত্ত

**পুৰণি অসমৰ প্ৰতাপ :** চুহুম্মুং বা স্বৰ্গনাৰায়ণ বা দিহিঙ্গীয়া ৰজাৰ দিনত অসম ৰাজ্যত মহা পয়োভৰ। অসম সিংহাসনক আমনি কৰি থকা পানীনৰা-আইটনীয়াই সেও মানি স্বৰ্গদেৱৰ চৰণত পৰিছে; অতীজৰ অদ্বিতীয় অশ্ব-অধিপতি চুতীয়াৰ অখণ্ড প্ৰতাপ চিৰকালৰ নিমিত্তে প্ৰলয়প্ৰাপ্ত হৈছে; খনিকৰী বিদ্যাত বিভৱশালী কছাৰীবিলাকৰ ৰাজ্যৰ সীমা সঙ্কুচিত হৈছে। দেশৰ যত অপায়-অমঙ্গল আলৈ-আহুকাল সকলোকে আঁতৰাই থৈ এই সময়তে স্বৰ্গদেৱ চুহুম্মুং ৰজাই আপোনাৰ ৰাজ্যত শান্তি-সুখৰ সুবিমল ছায়া পেলাই লাহে লাহে ৰাজ্য বিস্তাৰৰ চন্দ্ৰতাপ মেলিবলৈ ধৰিছে। আঁজৰে-পাঁজৰে থকা দেশবোৰৰ লগত মিত্ৰতা স্থাপন কৰিছে। অসমৰ প্ৰধান বৈৰী বঙালৰ (মোগল) আগত অসম যে এখন আত্মনিৰ্ভৰশীল স্বতন্ত্ৰ দেশ তাকে জনোৱাৰ অভিপ্ৰায় কৰি খাণ্ডল-কটকী পঠিয়াই সিহঁতৰ ৰাজ্যত অসমৰ গৌৰৱ-ডঙ্কা বজোৱাইছে। সেই ডঙ্কাৰ ধ্বনি-প্ৰতিধ্বনি গৌৰ পাৎশ্যাহৰ কাণ পালেগৈ। লাহে অসমৰ গুণ-প্ৰতাপ সদৌ হিন্দুস্থানত ৰাষ্ট্ৰ হৈ পৰিল। অসমলৈ সকলোৰে চকু গজিল।

**অসমৰ প্ৰতি হিন্দুস্থানীৰ ধাৰণা :** গৌড়ৰ হুছেইন শ্বাহ আহিল ২৪০০০ পদাতিক সৈন্য লৈ অসমৰ অভিমুখে। কিন্তু কমতাপুৰ পাৰ হৈ কামৰূপৰ সীমান্ত সোমাওঁতে-নৌ-সোমাওঁতেই অসমীয়া সেনাৰ হাতত বিষমৰূপে ঘাটি, লাজ অপমানৰ বোজা বান্ধি,

শেনটোৰ দৰে অহা হুছেইন শ্বাহ কেঁচাটো যোৱাদি স্বদেশলৈ উলটি যাবলগীয়া হ'ল। উৰিষ্যাৰ গজপতি হেন অভিমানী ৰজাক পৰাস্ত কৰা সৈন্য-সামন্তবিলাকে অসম ৰজাৰ অস্ত্ৰৰ আগত ফিৰিঙ্গটি ওককাদি উফৰি গৈ ভাটীদেশত প্ৰচাৰ কৰিলেগৈ বোলে, অসম-দেশত অসংখ্য পৰ্বত-পাহাৰ, অগণিত হাঁফলু-চাপলিকা, অপ্লাৱিত নৈ-বৰ-নৈ; সেই দেশলৈ যেয়ে যায় সেয়ে কামদেৱৰ সৌন্দৰ্য্যত মুগ্ধ হৈ ঘূৰি আৰু ঘৰলৈ আহিব নোৱাৰে। তাত যেয়ে সোমায় সেয়ে ভেড়া হয়। "সেই দেশ বিচিত্ৰ দেশ, দেৱতাৰ লীলাভূমি, অসমীয়াৰ কৰ্মভূমি, হিন্দুস্থানীৰ শ্মশানশালি, ভূত-প্ৰেতৰ আবাসভূমি, তাৰ মানুহবোৰে গৰ্ভৱতী তিৰোতাৰ পেটৰ পোৱালি ছিৰি-ছিৰি মঙ্গল চায়। তাত কাটি পেলোৱা গছ-ডাল-পাতবোৰৰ পৰাই ফুৰ্কুৰিয়া গোন্ধৰ জুলীয়া ৰস ওলায় আৰু তাৰেই একো ঢোকা খাই পিয়াহত আতুৰ হোৱা মানুহে পিয়াহ গুচাই ভাগৰ পলায়। তাত, এবিধ আম গছ আছে—তাতেই খোপাথোপে আম লাগে। তাৰ ফুলবোৰো আকৌ এনেকুৱা যে তাক তুমি ছিঙি আনি ছমাহলৈ পেলাই থ'লেও তাৰ পাহিবোৰ লেৰেলি নেযায়; অথচ তাৰ গোন্ধো আগৰদৰেই আমোল-মোলাই থাকে। তাৰ ৰজা বৰ অভিমানী—তথাপি প্ৰজাৰ দেহলাও। ৰজা মৰিলে ৰজাৰ লগতে আৰ্দ্ধেক প্ৰজাও মৰিবলৈ ওলায়।"* এনেখন অদ্ভুত দেশৰ হেংদাঙৰ লগত ইস্লাম ধৰ্মৰ তৰোৱালখন এঘড়িমান যুঁজাই চাবলৈ মন কৰি আকৌ তুৰবকে বঙ্গ আৰু উত্তৰ-ভাৰতৰ অসংখ্য ঠাটকটক সংগ্ৰহ কৰিবলৈ ধৰিলে। ঠাটকটকৰ সংগ্ৰহ হৈছে সেইখন দেশৰ অভিমুখে, যিখন দেশৰ কথা শুনি হিন্দুস্থানৰ চহকী-দুখীয়া, সাহসী-কাপুৰুষ, মূৰ্খ-পণ্ডিত সকলোৰে পেটতে হাত-ভৰি লুকায়; ৰণ বুলিলে ডাওদোৱাই থকা ৰণুৱাৰ আঁত শুকায়; যুদ্ধ-বিগ্ৰহৰ দিনত চুপইচা পাবলৈ আশা কৰি থকা মুদৈ-বেপাৰীৰ মন কোঁচ খাই যায়; পক্ষ-বিপক্ষৰ কীৰ্ত্তি-

* আইনী-আকবৰী।

কলাপ লিপিবদ্ধ কৰিবলৈ আগবাঢ়ি থকা পণ্ডিতসকলৰ কাণ কঁপিবলৈ ধৰে। কিন্তু, নৱাবৰ আদেশ-অনুৰোধ লঙ্ঘন কৰে কোনে? বহুত মানুহ ওলাল থেৰোগেঁৰোকৈ, বহুত থাকিল পলাই-উৰাই।

**আদি পুৰুষ গৌৰধ্বজ সিংহ ঃ** কনৌজপুৰত এজন ক্ষত্ৰিয় কুল-নন্দন আছিল যাৰ উপৰি পুৰুষে ৰণ-বিগ্ৰহত অতুল বিক্ৰম দেখুৱাই স্বৰ্গলাভ কৰিছিল। তেওঁৰে ছুটি কাণসমনীয়া ভায়েক আছিল। ছয়োটি ৰণলৈ গৈ তেওঁক নিঠৰুৱা কৰি মৰণ দেৱতাৰ আশ্ৰয় ল'লেগৈ। "সংসাৰত হেজাৰে-বিজাৰে তিৰোতা পাবলৈ আছে, লাখ-বিলাখ বন্ধু-বান্ধৱো আছে, কিন্তু কাণসমনীয়া সহোদৰ ভাই ক'তো পাবলৈ নাই।" তেনে হেন আটকীয়া সহোদৰ ভাই ছুটিক হেৰুৱাই সেই ক্ষত্ৰিয় নন্দনে আমন-জিমনকৈ দিন নিয়াই আছিল। যেই নৱাবৰ আহ্বান শুনিলে সেই তেওঁ ভ্ৰাতৃহীন হৈ দুখে-বেজাৰে দিন নিউৰাতকৈ দেশ ছাৰি বিদেশতে মৰোঁগৈ বুলি অসমৰ অভিমুখে আগৰণুৱা হৈ ওলাল। এওঁৰেই নাম গৌৰধ্বজ সিংহ— প্ৰায় তিনি শ বছৰৰ পাছত খ্যাতিমন্ত হোৱা এই জীৱন চৰিতৰ নায়ক মণিৰাম দেৱানৰ আদিপুৰুষ।* কোন মাহেন্দ্ৰ ক্ষণত উপজি, কোন অমৃত যোগত এওঁৰ মৃত্যু হৈছিল তাৰ একো চিন-চাব ওলোৱা নাই যদিও, উজনি অসমত বিয়পি থকা শিক্ষা-সভ্যতাৰে অলঙ্কৃত ডুৱৰা কাকতিৰ বঙহে বংশতকৰ ঘাই ধৰ্মানুষ্ঠান ক্ৰিয়াকাণ্ডৰ লগত সাঙুৰি আজিকোপতি গৌৰধ্বজ সিংহক অমৰ কৰি ৰাখিছে।

অসমৰ ৰণথলী পালত তুৰবকৰ যুদ্ধ-আয়োজন বহ্বাৰম্ভে লঘুক্ৰিয়া হ'ল। অসমীয়া সেনাই তুৰবকৰ সেনানীক কচুকটা দি কৰতীয়াৰ পাৰ কৈ খেদিলে। কিন্তু সেই সেনানীৰ ভিতৰৰে কিছুমান যুঁজাক অসম ৰাজ্যত ৰৈ গ'ল। এইবিলাকৰ ভিতৰৰে গৌৰধ্বজো এজন। সেই আক্ৰমণৰ পাছতে গৌৰাধিপতিৰ লগত মিত্ৰতা স্থাপন

* শ্যামসুন্দৰ ডুৱৰা কাকতিৰ ঘৰত থকা বংশাৱলী পুথি।

কৰিবৰ অৰ্থে পত্ৰ সন্দেশ দি কটকী পঠিওৱা হ'ল। সেই কটকীৰ লগত গৌৰধ্বজো যাবলৈ আদিষ্ট হ'ল। কটকী আৰু গৌৰধ্বজ গৈ গৌৰাধিপতিৰ আগত অসম-ৰজাৰ প্ৰীতিভাৱৰ কথা জনালত গৌৰাধিপতিয়ে অসম ৰজালৈ এটি কন্যা উপঢৌকন ৰূপে পঠিয়াই প্ৰীতিৰ প্ৰত্যুত্তৰ দিলে।

সেই সূত্ৰতে গৌৰধ্বজে যি ক্ষত্ৰিয় কুলোচিত বুদ্ধি আৰু অমায়িকতাৰ পৰিচয় দিলে তাৰ বাবে ৰজাৰ বিষয়াসকল যে সন্তুষ্ট হৈছিলেই নে ৰজাও হৈছিল। ৰাজানুগ্ৰহৰ ফলস্বৰূপে কপিলী নৈৰ দাঁতিত কায়স্থ বাৰভূঞাসকলৰ লগতে বসতি কৰি থাকিবলৈ তেওঁ আহলবাহল খাত এখনো লাভ কৰিলে। কপিলী পাৰতে তেওঁৰ এপুৰুষ গ'ল। তেওঁৰ পুত্ৰ কমলাকান্ত। কমলাকান্তৰ পুতেক বনমালী। বাৰভূঞাবে সৈতে অসম-ৰজাৰ কন্দল লগাত কপিলী পাৰৰপৰা বাৰভূঞা বাস স্থানান্তৰ কৰা হ'ল। উলুৰ লগৰ বগৰী বনমালীও স্থানচ্যুত হৈ গড়গাঁও পালেগৈ।

**প্ৰথম ছুবৰা কাকতী শ্ৰীৰাম চাংকাকতী ঃ** বনমালীৰ নাতি শ্ৰীৰাম চাংকাকতী। এওঁৰ জীৱনকালতে প্ৰজাৰঞ্জক ৰজা প্ৰতাপসিংহ অসমৰ সিংহাসনত বিদ্যমান। ৰাজ্যৰ চৌদিশে সন্তোষৰ শশধৰ দেদীপ্যমান। দেশত বিদ্ৰোহ নাই, অশান্তি নাই, প্ৰজাৰ মাজত খিয়লাখিয়লি নাই, বাহিৰা শত্ৰুৰ আক্ৰমণৰ আশঙ্কা নাই। পূৰ্বে কোঁচৰজা বিশ্বসিংহৰ অধীনত থকা কামৰূপৰ ফালৰ সৰু সৰু ৰজাসকল 'ৰজা পোৱালি' নাম পাই আমাৰ "বুঢ়া ৰজাৰ" বাঢ়ি অহা ৰাজ্যৰ সীমাতে ছুবৰীয়া হৈ থাকিল। গড়গাঁৱৰ সীমাতে থকা পৰ্বতীয়া জাতিবিলাক বৰী হ'লত চাণ্ডে চাণ্ডে ছুৱাৰপতা নিয়ম হ'ল। স্বৰ্গদেৱৰ ৰাজ্য বিস্তৃতি হোৱাৰ লগে লগে শাসন সংক্ৰান্ত কাৰ্য্যবিলাকো লাহে লাহে জটিল আৰু গুৰুতৰ হৈ আহিবলৈ ধৰিলে। ৰাজ্যৰ ভিতৰুৱা কাৰ্য্যবিলাক উপযুক্ত পাত্ৰ-মন্ত্ৰীৰ দ্বাৰাই নিয়াবিকৈয়ে সমাধা কৰা হৈছিল। তথাপি ভৱিষ্যতলৈ বাহিৰা শত্ৰুৰপৰা

দেশ নিৰাপদ কৰিবৰ নিমিত্তে দেশৰ দুৱাৰে দুৱাৰে বেলেগ বেলেগ বিষয়া নিযুক্ত কৰিবলগীয়া হ'ল। এইবিলাক দুৱৰীয়া বিষয়ৰ ওপৰতে চকু দিবলৈ গৌৰধ্বজৰ পৰিনাতি শ্ৰীৰামক চাংকাকতী ৰাব দিয়া হয়। তেওঁ ছমাহ প্ৰবাসত ফুৰি ছয়াহ ৰাজ-ভঁড়ালৰ হিচাপ ৰাখিব লাগিছিল। ক্ষত্ৰিয়-তনয় শ্ৰীৰামতে দুৱৰা-কাকতী বিষয়ৰ আদি সৃষ্টি। এওঁ চাংকাকতী হৈ থকা সময়তে সোমাই তামুলী বৰবৰুৱাই প্ৰজাবিলাকক খেলবন্ধীয়া কৰে আৰু ঠাই বুজি সেই খেলবিলাকৰ বাসস্থান নিৰ্দিষ্ট কৰি দিয়ে। বৰবৰুৱাৰ বিলাত-ব্যৱস্থা অনুসৰি চাৰিঙত (শিৱসাগৰৰ) "কাকতী পাৰ" পতা হয়। তেতিয়াৰপৰা শ্ৰীৰাম চাংকাকতীৰ বংশ-পৰিয়াল চাৰিঙত থাকিবলৈ ধৰে। দুৱৰা কাকতীৰ কেইবছৰমানৰ পাছতেই চলিহা আৰু তাৰ পাছত ক্ৰমান্বয়ে টুকৰীয়া, নামতীয়াল, গজপুৰীয়া, অভয়পুৰীয়া, বণিয়া আদি খেলবিলাককো তাতে বহুৱা হয়। তেতিয়া চাৰিং বোলোঁতে চাৰিং ৰজাৰ নামত থোৱা ৬০০ বৰ্গমাইল আয়তনৰ ৰাজ্য-ভুখৰিকে বুজাইছিল।

শ্ৰীৰামে ছমাহ পৰ্বতৰ দুৱাৰে দুৱাৰে পৰ্বতীয়া জাতিবিলাকৰ বুজবাজ, ধাৰাবিধি, গতিগোত্ৰ চাই এনে নিছিদ্ৰভাৱে নিজৰ কৰ্তব্য পালন কৰিছিল যে সৰ্গদেৱে তেওঁৰ কামত সন্তুষ্ট হৈ বংশানুক্ৰমে শ্ৰীৰামৰ বংশই চাংকাকতী বিষয় পাৱ বুলি আদেশ প্ৰচাৰ কৰি দিছিল। শ্ৰীৰাম কাকতী মৃত্যু হ'লত পুতেক শেন চাংকাকতী হয়। তেওঁৰ প্ৰবাস খটা অভিজ্ঞতাই পুতেকহঁতকো পৰ্বতে-পাৰবতে ফুৰিবলৈ উদগনি দিছিল। শেন সঁচাকৈয়ে শেনেই আছিল। লুকী-বকোত থকা ৰজাপোৱালিবিলাকৰ সৰ্গদেৱে সৈতে মতান্তৰ হোৱা যেন গম পাই, অতি সোনকালেই গৈ শেনে তেওঁবিলাকৰ মনোভাব বুজি আহেগৈ আৰু তেওঁ বুধি আহি, ৰজা পোৱালীসকলক দমাই ৰাখিবলৈ যি ব্যৱস্থা কৰা উচিত তাকে কৰিবলৈ ৰজাক পৰামৰ্শ দিয়ে।

জয়ধ্বজসিংহৰ দিনত শেনৰ মৃত্যুৰ পাছত পুতেক কৰুণা

চাংকাকতী হয়। এই অনুক্ৰমেই কৰুণাৰ পুতেক গোবৰ্দ্ধন, গোবৰ্দ্ধনৰ পুতেক কেদেলা. কেদেলাৰ পুতেক বিকোৱে চাংকাকতীৰ বিষয় খায়। এনেতে, দেশত বৰ পয়মাল হ'ল।

**মণিৰামৰ পিতৃয়েক ৰামদত্ত :** বিকোৰ পুত্ৰ ৰামদত্ত। সৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত ৰামদত্ত দোলাকাষৰীয়া বৰুৱা আছিল। মাজুলীৰ বিখ্যাত লহকৰ ভূঞাৰ ঘৰৰ এগৰাকী কন্যা কৌশল্যাৰে সৈতে এওঁৰ পৰিণয় হয়। ভূঞানন্দিনীয়েই মণিৰাম দেৱানৰ মাতৃদেৱী। পুৰন্দৰ সিংহ আগৰ বাৰ ৰজা হৈ থাকোঁতেও এওঁ দোলাকাষৰীয়া বৰুৱা আছিল। আগেয়ে, এওঁৰ ঘৰবাৰী আছিল যোৰহাটৰ খাভোৱাল গাঁৱত। মানৰ দিনত, পুৰন্দৰ সিংহ চিল-মাৰীৰ ফালে পলাই যাওঁতে, এৰোঁ ল'ৰা-তিৰোতাৰ সৈতে সৰ্গদেৱৰ লগতে যায়। আকৌ মেকৃমৰিন চাহাৰ উজাই অহাৰ লগে লগে উজনি অসমলৈ উজাই আহে। মানৰ লগত ইষ্ট ইণ্ডিয়া কোম্পানীৰ সন্ধি হোৱাৰ আগে-পাচে ৰামদত্তই বৰকাকতী বিষয় খাইছিল। প্ৰথম অৱস্থাত "ডেৱিদ স্কট, কৰ্ণেল বিচাৰ্ডছ, কেপ্টেইন নৌভিলে (নবীন) এওঁক যে অকল সেই বিষয়-বাবতহে ৰাখিছিল এনে নহয়, ৰজাদিনীয়া ৰাজহ-নীতি সম্পৰ্কেও এওঁৰপৰা যথেষ্ট সহায় পাইছিল। সেই বাবেই, মাটিৰ নতুন বন্দৱস্তী সময়ত ৰামদত্তকে ৰংপুৰ জিলাখন পিয়ল কৰিবলৈ দিয়া হৈছিল।" ১৮৩৩ চনত, পুৰন্দৰ সিংহ বছৰি পঞ্চাশ হেজাৰ টকা "লালবন্দীত" উজনি অসমৰ ৰজা হ'লত ৰামদত্তই আকৌ দোলাকাষৰীয়া বৰুৱা বিষয় পায়। ১৮৩৯ চনত শিৱসাগৰ জিলাও যেতিয়া বৃটিছৰ খাছ দখললৈ গ'ল তেতিয়া কেপ্টেইন ব্ৰডীয়ে ৰামদত্তক ৰাণমুখ, কোঞ্চৰপুৰ আৰু থাওৰা মৌজা দি মৌজাদাৰ পাতিছিল। খাজনা আছিল ৰাণমুখৰ টঃ ৫৮৬৬৵১১ পাই, কোক্ৰৰপুৰৰ টঃ ১১১৫৶১ পাই আৰু থাওৱাৰ টঃ ১২৭৮৶২ পাই। ১৮৪৮ চনত ৰামদত্ত বৰুৱাৰ অৰ্জুনগুৰিত মৃত্যু হয়। ৰামদত্তৰেই পুত্ৰ মণিৰাম।

# তৃতীয় অধ্যায়

## জন্ম আৰু ল'ৰাকাল

**মণিৰামৰ জন্ম আৰু জন্মকাল ঃ** তেতিয়া অসমৰ ৰাজপাটত বহিৰজা স্বৰ্গদেৱ কমলেশ্বৰ সিংহ আৰু উঠিৰজা বুঢ়াগোহাঁই পূৰ্ণানন্দ। 'পানীমুৱাৰ খবৰ'ত তলে-তলে গাঁও-ভূঁই তল-ওপৰ। মোৱামৰীয়া বা মায়ামৰীয়াৰ হুলস্থুলত খোৱা-বস্তু-বেহানি অতিপাত মহঙা। কছাৰী ৰণত ৰজাঘৰীয়া সেনাৰ বলত বহুত ঘাটি। যোৰহাটত নতুন নগৰ নিৰ্মাণ। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দিয়া বন্দুক-বাৰুদ আৰু গুলীৰ প্ৰচলন। অসমীয়া যুদ্ধ-প্ৰণালী, যুদ্ধৰ আহিলা-পাতি আৰু ৰাজ্য-শাসনৰ নীতি সমূলে পৰিৱৰ্তন। ৰাজ্যৰ চৌভিতি এনে ৰূপে ঘটনাৰ সোঁত বহি থাকোঁতেই মণিৰাম দেৱানৰ মাতৃ-গৰ্ভত স্থিতি আৰু উল্লিখিত ঘটনাৰ চলচ্চিত্ৰবোৰ চলি থাকোঁতেই ১৭২৮ শকৰ বহাগ মাহৰ ১৩ দিন যাওঁতে, ৰংপুৰৰ চাৰিঙত তেওঁৰ জন্ম।

জন্মৰ লগে লগে তেওঁৰ পিতৃদেৱতাক ৰামদত্তৰ আৰ্থিক অৱস্থা উন্নত হয় আৰু ৰজা কমলেশ্বৰ সিংহৰ কৃপাবদ্ধাৰাই অনুগৃহীত হৈ দোলাকাৰৰীয়া বৰুৱা বিষয় পায়। বৈদিক ধৰ্মানুষ্ঠানৰ অনুগামী ৰামদত্তই সন্তান ওপজা মাত্ৰকে গাঁৱে-ভূঁয়ে চমুৱা-পাইক সকলোকে মাছ দান দি, সোৱঁৰণী কৰাই, ওপজাৰ এমাহৰ মূৰত, অশৌচৰ অন্তত সবাহ পাতি মণিৰামৰ সোৱঁৰণীমতে নামকৰণ কৰে। আৰু বৰ সমাৰোহেৰে অষ্টম মাহত নৈষ্ঠিকভাৱে অন্নপ্ৰাশন কৰাই মণিৰাম

যে ঘিউৰ চকত হাত দি উপজিছিল এই কথা প্ৰতিপন্ন কৰাৰৰ নিমিত্তে বাট মোকোলাই থয়।

যি লাই বাঢ়িব ছুপতীয়াতেই চিন। মণিৰাম যে ভৱিষ্যতলৈ বংশ-পৰিয়াল আৰু স্বদেশ উজ্জ্বলকাৰী হ'ব, তাক তেওঁৰ কেঁচুৱা কালৰ হাঁহন-কান্দন, উঠন-বহনতেই ভালকৈ গম ধৰিবপৰা হৈছিল। ল'ৰাচোৱা মানুহ ওচৰ চাপিলেই থোলোকা মণিৰামে নেকান্দি হাঁহিছিল, বেটীয়ে আলপৈচান ধৰোঁতে লেতেৰা কাপোৰ-কানিত পেলাই থ'লে কান্দিছিল আৰু ভোক লাগিলেই টেঁৱা-টেঁৱাকৈ নিচিঞৰি হাত-ভৰি মাথোন আছাৰিছিল।

লাহে লাহে কেঁচুৱা অৱস্থা পাৰ হৈ মণিৰাম চালুকীয়া অৱস্থা পালেহি। লগৰীয়া-সমনীয়াৰ কথা-বাৰ্তা, চলন-ফুৰণ গতি-গোত্ৰ সকলোতে মণিৰাম যেনিবা পানীত বিৰিঙা তেলহে আছিল। সকলো কথাতে মণিৰাম ছঁয়া-কটা— আন আন ল'ৰাই যি সময়ত যি ধেমালি কৰিবলৈ ভাল পায় মণিৰামে আকৌ সেই ধেমালি কৰিবলৈ বিৰক্তি বোধ কৰে। গাঁৱৰ ভিতৰত মণিৰামৰ সমান সাগৰ-দুষ্ট ল'ৰা আৰু আন এটি নাছিল।

**সাগৰ-দুষ্ট মণিৰামঃ** তেওঁবিলাকৰ ঘৰত কমলাবৰীয়া ভকত এজন আছিল। তেওঁৰ চকুত চলিহাইধৰা বাবে সদায় খপ জপাই ফুৰে। ভকতৰ চিক্-চিক্ চাক্-চাক্‌খন দেখি সকলোৱে তেওঁক "মোহাৰি মুণ্ডা" নাম দিছিল। ল'ৰাবোৰে তেওঁক জোকাই তেওঁৰ মুখৰপৰা এজাউৰি গালি শুনিবলৈ বৰ ভাল পাইছিল। এমুঠি খাই ভকতজন দিনটোলৈ ওলাই যায় আৰু গধূলি হ'লেই ঘৰ সোমায়হি। তেওঁ ওলাই যোৱাৰ পিচতে, দুষ্টৰ শিৰোমণি মণিৰামে টেকেলি-কলহ ছুটামান আনি, মনে মনে, ভকতৰ চাৰি-পাটীত কাপোৰেৰে ঢাকি গুৱাই থ'য়হি। গধূলি, ভকত আহি হাত-ভৰি ধুই, নাম-গুণ গাই, খাই-বৈ অঁতাই তেওঁৰ চাৰি-পাটীখন খেপিয়াই চায়গৈ। কাপোৰ-কানি দি, মানুহটিৰ সাজে-সাজে গুৱাই থোৱা টেকেলিৰ কলহবোৰ

যেই পায় সেই তেওঁ কোনোবা ডাইনী ভূই আছে বুলি হাতৰ লাখুটি-ডালেৰে ছটুব ছটুব মাৰ শোধায়। মাৰৰ কোবত টেকেলি-কলহৰ খোলাবোৰ ভাগি চুৰ্মৈ হৈ পৰে। ভকতৰ কাণ্ড দেখি মণিৰামে সাগৰৰ দৰে গহীনটো হৈ গুৰুগম্ভীৰ স্বৰে ভকতক প্ৰশ্ন কৰেহি, "আতৈ! কি হ'ল?" আতৈয়ে আৰু কি ক'ব? খণ্ডৰ ভমকত যিহকে পায় তাকে বলকিবলৈ ধৰে আৰু মণিৰামে খুক্-খুকৈ হাঁহে। ছুষ্টালি কৰি মণিৰামে ভকতক যিমান আমনি কৰিছিল, আলপৈচান ধৰি আকৌ সিমান সন্তোষ লগাইছিল। আতৈক সিধাপাতি দিয়াত, শুশ্ৰূষা কৰাত আৰু তেওঁৰ বুজ-বাজ লোৱাত ঘৰখনৰ ভিতৰত মণিৰামেই সবাতকৈ আগ আছিল।

মণিৰামৰ চকু এটি কেঁৰা আছিল। সমনীয়া ল'ৰাবিলাকে তালৈকে টোঁৱাই তেওঁক প্ৰায়েই জোকাইছিল। সেই কথাত খং মুতুলি, অতি সন্তৰ্পণে গোসাঞে যাক যেনেকৈ সৃজিছে, হাঁহিলে কি হ'ব বুলি মিহি মাতেৰে তেওঁ সমিধানহে দিছিল। বিহুৱে-সংক্ৰান্তিয়ে লগৰ ল'ৰাবোৰেৰে মিলি-জুলি তেওঁ আত্মীয়া ৰজৰত ৰজা-মন্ত্ৰী খেড়ে। এনেকৈয়ে এদিন ৰজামন্ত্ৰী খেড়োঁতে মণিৰামৰ হাতত চোৰৰ কড়ি খালে—মণিৰাম 'চোৰ' হ'ল। আৰু সিন্ধুৰাম বুলি এটা লৰা, কড়িখোৱাত "ৰজা" হ'ল। এই সিন্ধুৰামলৈ আগৰে-পৰা মণিৰামৰ আখেজ আছিল। সেই আপাহতে "টেকেলাই" মণিৰামক ধৰি নি 'ৰজাৰ' আগত ভেঁটালেগৈ। 'চোৰে' 'ৰজা'ক এতিয়া 'স্বৰ্গদেৱৰ বন্দী' বুলি কথা বুলি কথা ক'ব লগা হ'ল। কিন্তু, 'চোৰ মণিৰাম'ক মুখেৰে 'ৰজা সিন্ধুৰাম'ৰ আগত সেইষাৰ কথা একোপধ্যেই কোৱাব নোৱাৰিলে। সভাসদ পৰিষদসকলে চুৰি বিচাৰ স্থগিত ৰাখি 'ৰজাক' 'স্বৰ্গদেৱৰ বন্দী' নোবোলা বাবেই 'চোৰ'ৰ পিঠিত খিয়কিল আৰু গলধনত কপৌচেলোৱা দিবলৈ আদেশ দিলে। 'চাণ্ডালে' 'চোৰক' যথাবিহিত শাস্তি দিয়াৰ পিচত চুৰি বিচাৰ হ'ল। বিচাৰত চোৰৰ টিকা চোঁচৰাবলৈ হুকুম

হ'ল। যেই হুকুম, সেই কাম। মণিৰামৰ টিকা চোঁচৰোৱা হ'ল। শাস্তি খাই উঠিয়েই মণিৰামে মাত লগালে. "ৰ বাক মই বুঢ়াগোহাঁই ডাঙৰীয়া হওঁ, ইয়াৰ পোটক তুলিম।" এই কথাষাৰেই পাচত ল'ৰাধেমালি গুচি বৰধেমালি হ'লগৈ। কথাষাৰ ইকাণ-সিকাণ হৈ ৰাজমন্ত্ৰী বুঢ়াগোহাঁঞিৰ কাণত পৰিলগৈ। বুঢ়াগোহাঞে তৎক্ষণাৎ মণিৰামৰ দেউতাকক চ'ৰালৈ মতাই অনাই সুধিলে, ল'ৰাই পানী পেলালে বৰ পিছলি পৰে নে নপৰে ? ৰামদত্তই এক আষাৰেই ক'লে—পৰে।

"তেন্তে, তোমাৰ ল'ৰাৰ নিমিত্তে তুমি ৰাজদ্ৰোহ অপৰাধত পৰিছা।. তোমাৰ ল'ৰাই মোক ভাঙ্গি হেনো ৰাজমন্ত্ৰী হয়। কাকতীৰ ল'ৰা এটাৰ ইমান সাহ !"

ৰামদত্তৰ চুলি আগে জীৰ গ'ল। যেতিয়া ৰজামন্ত্ৰী খেড়োঁতে মণিৰামে কোৱা কথাষাৰৰ উক্তি হ'ল, তেতিয়াহে কথাৰ মৰ্ম পাই ৰামদত্তই মৰণত শৰণ দি মাত লগালে, "বন্দীও দেউতাৰে, ল'ৰাও দেউতাৰে ; ইচ্ছা হ'লে মাৰিবও পাৰে, তাৰিবও পাৰে। কিন্তু, দেউতাই মন কৰিব লাগে, চিকাক মাৰিলে হাতহে গোন্ধায়।"

চ'ৰাৰ আন-আন বিষয়াসকলে ল'ৰাৰ ল'ৰাকথা বুলি দোষৰ ভাৰ পাতলাই দোলা-কাষৰীয়া বৰুৱা ৰামদত্তৰ জগৰ নাই বুলি ছুৱাৰ কোৱাত ৰামদত্তই ৰাজদ্ৰোহ অপৰাধৰপৰা মুক্তি পালে। কিন্তু বুঢ়াগোহাঞিৰ মন হ'লে সন্দেহৰপৰা মুক্ত নহ'ল। তেওঁক মুক্তি দিওঁতেই কথাগৰকা বুঢ়াগোহাঞিৰ মুখৰপৰা এষাৰ কথা ওলাল যিষাৰে ৰামদত্তক ৰাজদ্ৰোহ অপৰাধত পৰা চিন্তাতকৈও অধিক চিন্তান্বিত কৰি পেলালে। সেইষাৰ হৈছে, "মণিৰাম এতিয়া ল'ৰা ; ওঁঠ চেপিলে পিয়াহো ওলাব পাৰে। এতিয়াই সি মোলৈকে হুমিয়াইছে, আগলৈ বা কি কৰে !"

ঘি লাই বাঢ়িব ডুপতীয়াতেই চিন : ল'ৰা হ'লেও, মণিৰামে ল'ৰালি নকৰিছিল। অইনৰ লগত কাজিয়া লাগিলেও, কাৰো

অনিষ্ট নকৰিছিল। উতনুৱা আছিল যদিও, উজুটিত দাঁত সৰুৱা নাছিল। কচুগুটি, বাঘগৰু আৰু হৈ-ঢোপ খেড়াৰ নাম শুনিলেই মণিৰাম উৰুলিকৃত হৈ ওলায়। কচুগুটি খেড়োঁতে মাইকী পোৱালীৰ খলী উলিয়াই লোকৰ গুটি খাব নোৱাৰিলে, বাঘগৰুত ছুই-ছুই গৰু মাৰিব নোৱাৰিলে, ঢোপ খেড়োতে হাতৰপৰা ঢোপটো পুলকি গ'লে বা হাতত নপৰিলে মণিৰামে মনে মনে বৰ দুখ কৰিছিল। কিয়নো তেওঁ ধেমালিত সদায় ওপৰহতীয়া হ'বলৈ ভাল পাইছিল আৰু প্ৰায়েই ছল-চক্ৰান্ত কৰি হলেও জিকাৰু নাম লৈছিল .

সৰুৰেপৰা মণিৰাম বৰ অঘাইটং, খটখটীয়া আৰু লোকে দুষাৰ ক'লে এবাৰেৰেই তাক মোৰাই থ'ব পৰা বুধিয়ক আছিল। বাহিৰত যেনেকৈ সাগৰ-দুষ্ট, ভিতৰত তেনেকৈ দয়াৰ সাগৰো আছিল।

ৰাতিপুৱা-আবেলি, তেওঁবিলাকৰ ঘৰত এটাইবোৰ ল'ৰা-ছোৱালীয়ে একেলগে বহি জলপান-খোৱা অভ্যাস আছিল। ইবোৰ ল'ৰা-ছোৱালীয়ে য'তে খায় ত'তে বহি থাকে; মণিৰাম কিন্তু বহি থাকিব নোৱাৰে। তেওঁ বাটিৰ জলপান বাহিৰলৈ উলিয়াই নি কা-কাকৈ থকা কাউৰীৰ আগত ছটিয়াই দিয়েগৈ। তেওঁবিলাকৰ ঘৰত এটি পোহনীয়া মইনা চৰাই আছিল। এদিন মাঘমহীয়া মণিৰামে বান-বাটিত জলপান খাই থাকোঁতে মইনাটোৱে সজাৰ শলিত খুটিয়াবলৈ ধৰে। মণিৰামে তেওঁৰ বাটিৰে এটোপা দি মইনাটোৰ ফালে চাই কণদৈ বেটীক কৈছিল, বাই, মইনাটোক মেলি দিয়া হ'লে, এনেকৈ সজাত খুটিয়ালেহেঁতেন নে ?"

মণিৰামৰ মনত সঁচাকৈয়ে চাগৈ খেলাইছিল :—

"Fleecy locks and black complexion
Cannot forfeit Nature's claim ;
Skin may differ, but affection
Dwells in white and Black the same.

লৈছে তেওঁৰ শেষৰ জীৱনত সেই ভাবৰেই প্ৰতিধ্বনি ফুটি ওলাইছিল।

---

ইয়াণ্ডাবু সন্ধি মতে—কৰ্ণেল কুপাৰ হল জইণ্ট কমিছনাৰ হয় আৰু অলপ দিন উজনি অসম শাসন কৰে।

ডেৱিদ্ স্কট নামনি অসমত আছিল। ১৮২৮ চনত উজনি অসমত নবীন চাহাব হ'ল আৰু অসম লাইট ইনফেন্ট্ৰি ফৌজৰো নায়ক হয়।

Mr. Scott Political Agent. Crossed Sylhet through Jayantia, arrived at Nowgong on 15th April 1824.

# চতুৰ্থ অধ্যায়

## মান-খেদোৱা অভিযানৰ সাৰথি হোৱাত

**মানৰ দিনৰ বিলাই-বিপত্তি :** ১৭৩৯ শকত মানৰ দিন আহিল। বৰ ঘৰৰ ভিতৰত গোমনাপ সোমালহি। ১৭৪৩ শকত বহু গাঁও বিভা হ'ল। মানুহ উচ্ছন্ন হ'ল। ঘৰ গুচি বাঘ-ঘোঙৰ চোং হ'ল। দেশ ভাগিল। প্ৰজাৰ বিলাই-বিপত্তিৰ সীমা নাই—কোনো পলাই দেশ এৰি দেশান্তৰী হ'ল ; কোনো গ'ল জয়ন্তীয়ালৈ, কোনো সোমালগৈ গাৰো-পৰ্বতত, কোনো পালেগৈ ৰংপুৰ জিলাৰ চিলমাৰী। এই দৰে এটাইবোৰ মানুহ ভাগি ফৰিংছিটিকা দিলে। বৰুৱা-ফুকন, হজুৰা-বজুৰা কত যে ৰাজ্য এৰি অৰাইজ্যত সোমালগৈ তাৰ উৱাদিহ নাই। বছা-বছা সজাতীৰে সৈতে ৰজাও পলাই বঙাল দেশ পালেগৈ। জ্ঞাতি-কুটুম্বইসৈতে ৰামদত্তও বঙালৰ সীমা সোমালগৈ। সেই সময়ত ৰামদত্ত—মণিৰামৰ পৰিয়াল ক'ত লৰি ফুৰিছিল তাৰ একো শুংসূত্ৰ পোৱা নাযায়। জাহ্নৰাম ডেকা বৰুৱাৰ দেউতাকে সৈতে ভেওঁবিলাকে কেইমাহমান যুগীঘিঘোপাত (যোগী-ঘোপাত) আছিল বুলি কেইখনমান সাঁচিপতীয়া পুথিৰ বেঁভীপাতত লেখি থোৱাৰপৰা মাথোন ক'ব পাৰি। নাজল-নাথল হৈ ওপঙি ফুৰাৰ দিনতো জাহ্নৰামৰ পিতৃদেৱেক কৃষ্ণদাস ভঁড়ালী বৰুৱাৰ দৰেই ৰামদত্তয়ো লগত লৈ ফুৰোৱা পুথিপাঁজিবোৰৰ বৰ যত্ন লৈছিল। ভেওঁবিলাক ভাটী ৰংপুৰৰ বঙালকটাতো কিছুমান দিন আছিল। তাতে দেউতাকে মণিৰামৰ হতুৱাই পুথিবোৰ ভাদমহীয়া ৰ'দত শুকুৱাই পুথিৰ পাত কিমান নো নেহেবোৱাকৈ আহিল আৰু কিমান

নো হেৰাল. তাকে চোওৱাইছিল। পুথিবোৰৰ পাত গণ্তি কৰি বেঁতীপাত কিমান, কাঁড়পাত কিমান, পাত কিমান—এই এটাই-বোৰৰ ফৰ্দ এখন সিবিলাকৰ পুৰোহিতৰ হতুৱাই কৰোৱাই, লিখোৱাই থৈছিল।*

সেই সময়তে, ঘৰত শিকা আদখিনীয়া লেখা-পঢ়া, মণিৰামে ঘকৰা ওজাৰ গুৰিত সাঙ্গ কৰে; আৰু নৱদ্বীপৰ এজন বঙালী ওজা ধৰি সংস্কৃত-বঙলা-ফাৰ্চী ভাষা শিক্ষা কৰে। মণিৰামৰ বুদ্ধিৰ প্ৰখৰতা দেখি বঙালী ওজা স্তম্ভিত হৈছিল। এই কথা, এদিন, তেওঁ ডাঙৰ হ'লত লথোধৰ খাৰঘৰীয়া ফুকনৰ আগত কৈছিল। সেই লথোধৰেই আকৌ কেশৱদেৱ ফুকনৰ আগত কৈছিল। যুগীবিঘোপা, চিলমাৰী, বঙালকটা আদি ঠাইত ঘূৰি-পকি গোট-জ্ঞাতিয়ে সৈতে মণিৰাম গুৱালপাৰৰ ওচৰত থাকিবলৈ লয়হি। তাতে, তেওঁৰ কেইবাজনো ইংৰাজ বেপাৰীৰে সৈতে চা-চিনাকি হয় আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৰৰমূৰীয়া বিষয়া ডেভিদ স্কট আৰু বিচাৰ্ডছ-ক্ৰুচৰ লগতো ঘনিষ্ঠতা হয়। কেউপিনে চকুৱাল আৰু ৰাজনীতিচক্ৰ চলোৱাত পাকৈত বৃটিছবিষয়াসকলৰ বুজিবলৈ বাকী নেথাকিল যে গজলীয়া ডেকা মণিৰাম গোটত টিপচি হ'লেও হোলোং গছত বাহলোৱা স্বভাৱ; দেখাত ভেটগুটি হ'লেও কথাত ডেৰকুৰীয়াৰ সমান।

**পুৰন্দৰ সিংহৰ বৃটিছ-সাহায্য প্ৰাৰ্থনা ঃ** এনেতে উজনি কালৰপৰা বগাই আহি, মানফৌজ কোম্পানীৰ ৰাজ্য সোমালহি। সিহঁতে কোম্পানীৰ অধীনত থকা কাছাৰ আৰু গুৱালপাৰ আক্ৰমণ কৰিলে। তেতিয়াই বৃটিছ-সিংহ গুজৰি উঠিল। ইয়াৰ আগলৈকে অসম দেশ বৃটিছৰ বেপেকৰা সম্বন্ধৰ বাহিৰে আন একোতে লগা-ভগা নাছিল। অৱশ্যে, অসমৰ বৈ-বৈ-যোৱা আৰ্থিক সম্পদ আৰু ভৌতিক সমৃদ্ধিয়ে যে তেওঁবিলাকক মোক-খা-মোক-খাকৈ লোভ

---

* অসমীয়া জনচন্ জাদুৰাম ডেকাবৰুৱাৰ ঘৰত থকা পুথিৰ বেঁতী পাতত লিখা আছে।

নলাগোৱাকৈ নাছিল, এনে নহয়। বেন্‌চিটার্ট (Vansi'ttart) চাহাবৰ 'আলমগীৰ নামা'ৰ অনুবাদে ভয় খুৱাই নোথোৱা হ'লে অসম ল'বলৈ হাউচকৈ থকাসকলে স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত "মোৱামৰীয়া বিদ্ৰোহতে" গুৱালপাৰ ছেৰাই উজাই আহিলহেঁতেন। কিন্তু, সেই পুথিয়ে সকীয়াই থোৱা বাবে তেওঁবিলাকে ভালেমান আগ-পাচ গুণি চাইছিল।*

এই বাবেই ইং ১৮১৯ চনত, মান সেনাপতি আলামিঙ্গীয়ে চন্দ্ৰকান্ত সিংহক ৰজা পতাত, ৰজাই কিবা অনিষ্ট কৰিব পাৰে বুলি আশঙ্কা কৰি পুৰন্দৰ সিংহই মালভোগ গোহাঞে সৈতে বৃটিছ-গৱৰ্ণমেণ্টক কাতৰস্থ হৈ এইবুলি যেতিয়া আৰ্জি দিয়েগৈ, "কোম্পানীৰ ফৌজ পঠিয়াই মোক পিতৃ-সিংহাসনত অধিষ্ঠিত কৰক, মই আপোনা-সকলৰ কৰতলীয়া হৈয়ে থাকিম আৰু বছৰি তিনি লাখ টকা কৰ শোধাম আৰু মানৰ হাতৰপৰা মুক্ত কৰিবলৈ ইয়াৰপৰা যি পল্টন যাব, তাৰ বাবে সমুদায় খৰচ বহন কৰিম" তেতিয়া** "পৰৰাজ্যত হস্তক্ষেপ কৰা আমাৰ নীতি নহয়" বুলি বৃটিছ-গৱৰ্ণমেণ্টে সমিধান দি, সম্ভৱ, স্বাৰ্থপূৰণ হোৱা দুৰাশাত দেখি, পুৰন্দৰক বিপদৰ সময়ত বিমুখ কৰি পঠিয়ালে।

**বৃটিছৰ আগমন ঃ** অৱশ্যে, মানে যেতিয়া অসম দেশ ছাৰখাৰ

---

* গৱৰ্ণমেণ্ট গেজেট, ১৮২৫।

** কেপ্টেইন কল্পৰ অপ্ৰকাশিত ডায়েৰীৰপৰা—জি. টি. বেফীল্ড।

স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ আৰ্জী—কলিকতাত পোৱাৰ তাৰিখ ১০ অক্টোবৰ, ১৮২২ চন।

"মানে আহি মোক ৰাজ্যৰপৰা উলিয়াই পঠিয়ায়। ১৮১৯ চনতে জৰ্জ চুইণ্টন চাহাবক মোৰ দুৰৱস্থাৰ কথা জনাইছিলোঁ। মোক কৰা সাহায্যৰ বাবে বছৰি তিনি লাখ টকা গৱৰ্ণমেণ্টক দিবলৈ গাত লৈছোঁ আৰু মোৰ পুত্ৰিন-পুথাওসকলৰ সিংহাসনত বহাৰ পাছতেই এই টকা দিম।"

—ডাঃ বৰপুজাৰীৰ "কোম্পানী দিন"।

কৰিলে, ৰজা-প্ৰজাৰ শক্তি ধ্বংস হ'ল আৰু সিহঁতে যেতিয়া গুৱাল-পাৰৰ হাওবাঘাটত ( হাউবীয়া ঘাট ) বুটিছ প্ৰজাৰ ঘৰত জুই দিলেগৈ তেতিয়া পৰৰাজ্যত নোসোমোৱা নীতি ওফোৰাই পেলাই মানৰ আক্ৰমণৰ পোটক তুলিবলৈ গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট ডেৱিদ্ স্কটৰ গা লৰিল। তেওঁ ইংৰাজী ১৮২৪ চনৰ ২, ফেব্ৰুৱাৰী তাৰিখে জয়ন্তীয়া নোসোমাৰ বুলি মান সেনাপতিলৈ এখন চিঠি দিয়ে। মান সেনাপতিয়েও, ইপিনে তলে তলে জয়ন্তীয়াৰ লগত মিত্ৰিবালি পাতিবলৈ কাৰবাৰ কৰে। কথা বিসঙ্গতি যেন দেখি, স্কট চাহাবে মাৰ্চ মাহত জয়ন্তীয়া ৰজাৰ সৈতে বন্ধুত্ব স্থাপন কৰিলে। আতুৰত পৰি, জয়ন্তীয়া ৰজা স্কটৰ কলীয়া হোৱাত স্কটৰ উদ্দেশ্য সিদ্ধি হ'ল। ইফালে মানক হেঁাচোকাই আনিবৰ নিমিত্তে মেক্‌মৰিন চাহাবে গুৱালপাৰৰ হাদীৰা চকীত থেম কৰি থকা তিনি হেজাৰমান সৈন্য লৈ আগবাঢ়ি আহিল। হাদীৰা চকীৰপৰা গুৱাহাটী ১৬ দিনৰ বাট। তালৈ উজাই যোৱাৰ আগেয়েই ভগনীয়া অসমীয়া ডাঙৰীয়া বিষয়াসকলেৰে তেওঁ মানক খেদা যুক্তি কৰিলে। তাতে স্থিৰ হ'ল যে জনদিয়েকে ইংৰাজ পল্টনক গুৱাহাটীলৈ বাট দেখুৱাই নিব আৰু জনদিয়েক যাব ডেৱিদ্ স্কটৰ লগত—ছুয়োফালৰপৰা মানক বেৰি ধৰি সিহঁতৰ ঠেক ছিঙি দিবলৈ। মানৰ মুঠিৰপৰা দেশ নিষ্কণ্টক হ'লেই, চন্দ্ৰকান্ত সিংহ বা পুৰন্দৰ সিংহ যেই-সেই এজনক ৰাজ্যভাৰ দিয়া হ'ব—এই মীমাংসাও কৰা হ'ল। নগাঁৱৰপৰা ডেৱিদ স্কট গুৱাহাটীলৈ উভতি গ'ল।

ইয়াকে থিৰাং কৰি ডেৱিদচন-মেক্‌মৰিনৰ ফৌজ ক্ৰমান্বয়ে গুৱালপাৰ, বুঢ়ুৰচৰ, কমাৰপোতা, লুকী, পলাশবাৰী, পাণ্ডুনাথৰ অভিমুখে আহিবলৈ ধৰে; আৰু ডেৱিদ স্কট জয়ন্তীয়াইদি নগাঁৱৰ বাটে যায়।* স্কট অহা ফৌজৰ লগতে হাৰ্চৰৰ নামেৰে এজন কাপ্তানৰ তলে এটা পল্টন আছিল। সেই পল্টনটোকে বলোৰাম

* নগাঁও পায়হি ১৮২৪ চনৰ ১৫ এপ্ৰিলত।

খজীয়া ফুকন আৰু মণিৰামে এই বাটেদি নগাঁৱলৈকে বাট দেখুৱাই আনে— চৌৰীপুৰ, জয়ন্তীপুৰ, চয়াপ্পি, মনট্রং, মুকৃজী, লাংটিং, মিংচিং, হুলাগাঁও, চৌৰী, ৰহাচকী আৰু নগাঁও। ইংৰাজ পল্টনৰ অভয়-আশ্বাস পাই কেইকালৰপৰা ভগনীয়া চাপিকুঁচি আছি গুৱাহাটীতে গোট খাই আছিল। গুৱালপৰীয়া ফৌজ আৰু হাৰ্চৰৰ'ৰ পল্টন আহি পোৱা মাত্ৰকে গুৱাহাটীত ৰৰ ডাঙৰ দৰ্বাৰ এখনি পতা হ'ল।

**বৃটিছ প্ৰৱেশৰ ইস্তাহাৰ ঃ** সেই দৰ্বাৰত "আমাৰ দেশৰ বুঢ়া-গোহাঁই-বৰগোহাঞি প্ৰভৃতি মন্ত্ৰী আৰু আন আন ফুকন-বৰুৱা সকলোকে আপোন আপোন মৰ্য্যাদাৰে বহুৱাই ডেৱিদ স্কটে অসম দেশৰপৰা মানক খেদাবলৈ সকলোৰে সহায়-পৰামৰ্শ বিচাৰি ১৮২৪ চনৰ ৪ মাৰ্চ তাৰিখে ইংৰাজী-অসমীয়া-বঙলা তিনিওটা ভাষাৰে ঘোষণা-পত্ৰ ( ইস্তাহাৰ ) পাঠ কৰি ৰাইজৰ মাজত বিলাই দিয়ায়। "চাহাৰ মাছিয়াত বহিছিল।" তাত কোৱা হৈছিল :—

"হে আসামৰ প্ৰজাসমূহ! আজি কেইবছৰমানৰপৰা মানে আপোনাসকলৰ দেশ আক্ৰমণ কৰি আপোনাসকলক যি উপদ্ৰৱ কৰিছে, তাক আপোনাসকলে নজনাকৈ থকা নাই। মানে ৰজাক সিংহাসনৰপৰা খেদালে; ধনবস্তু লুটিলে; গো-ব্ৰাহ্মণ হত্যা কৰিলে; গুৰুবধ কৰি মঠ-মন্দিৰ সত্ৰ নামঘৰ কলুষিত কৰিলে আৰু যে কিমান পাশৱিক অত্যাচাৰ নকৰিলে! তৎ নেপাই আপোনাসকলৰ দেশৰ সৰহ ভাগটি মানুহে আমাৰ ৰাজ্যত আশ্ৰয় লৈ, আমাৰ ওচৰত সহায় বিচাৰি জয়দেউ-কাকুতি কৰি আছিল। তেতিয়া আপোনাসকলৰ দুখবেজাৰ পতিয়াইছিলোঁ যদিও, আভা-ৰজাৰ লগত মিত্ৰতা থকা বাবে আমি একো কৰিবৰপৰা নাছিলোঁ। এতিয়া কিন্তু, ব্ৰহ্ম ৰজাৰ সেনাপতিসকলে আমাৰ অধীনত থকা কাচাৰ আক্ৰমণ কৰিছে আৰু তাৰ ওচৰে-পাজৰে থকা ঠাইবোৰত এনেকুৱাকৈ ডাঙোপ মৰা বচন বুলি শত্ৰুৰ দৰে উত্তোলি কৰি ফুৰিছে

যে আমি যুদ্ধ কৰিবলৈ বাধ্য হৈছোঁ। এই মহাসঙ্কটৰপৰা উদ্ধাৰ হ'বলৈ আপোনাসকলেও ইমান দিন বাট চাই থকা ছেগ ওলাইছেহি। আমাৰ বিজয়ীসৈন্য সীমা পাৰ হৈ আহিলেই; আৰু অলপতে সেই দুৰ্দান্ত শত্ৰুহঁতক ব্ৰহ্মকুণ্ডৰ সিপাৰকৈ থৈ আহিমগৈ, উচ্ছন্ন হোৱা দেশখনক শান্তি স্থাপন কৰিমগৈ আৰু দেশ নিৰ্বিঘ্ন নহয় মানে ঘূৰি নাহোঁ। সেই কাৰণে আপোনাসকল আগবাঢ়ি আহক। এতিয়াও আৰু আগলৈকো ভয় নকৰিব। আমাৰ সৈন্য-সামন্তক ৰছদপাতি যোগাওক। ৰছদৰ বাবে সঁচি ধন পাব। আপোনা-সকলক জুলুকি-জুলুকিকৈ শিকোৱা দুৰন্ত শত্ৰুবোৰৰ এতিয়াও কিছুমান আছে। সিহঁতৰ প্ৰতিশোধ ল'বলৈ কেতিয়াও মুহঁহকিব। আমি আপোনাসকলৰ দেশ জয় কৰিবলৈ অহা নাই। সেই আকাঙ্ক্ষাও আমাৰ নাই। আমাৰ ৰাজ্যত উপদ্ৰৱ কৰা বাবে শত্ৰু নিৰ্মূল কৰিবলৈহে আত্মৰক্ষাৰ নিমিত্তে আপোনসকলৰ দেশত সোমাব লগীয়া হৈছে। সেই দেখি, যেতিয়ালৈকে আসামৰপৰা শত্ৰুক খেদিব নোৱাৰোঁ আৰু যেতিয়ালৈকে সকলোকে তুষ্ট কৰি আপোনাসকলৰ ৰাজ্য পুনৰ পাতিব নোৱাৰোঁ. তেতিয়ালৈকে আপোনাসকল নিশ্চিন্ত থক।"* (পৰিশিষ্ট চাওক)

**হৈ-ধ্বনিৰে ঘোষণাপত্ৰ গ্ৰহণ:** সকলোৱে এই ইস্তাহাৰ বা ঘোষণা পত্ৰৰ কথাখিনি সমৰ্থন কৰি দৰ্বাৰতে হৈ-ধ্বনি দিলে। ১২ মাৰ্চত কোম্পানীৰ সৈন্য গুৱালপাৰৰপৰা উজাই আহি ২৮ মাৰ্চ্চত গুৱাহাটী পালেহি। সেই বাৰ্তা পাই মানে মুছৰামুখত কোঠ মাৰিলেগৈ। কোম্পানীৰ সৈন্যয়ো পাচে-পাচে খেদা দিলে। আমাৰ মানুহো যেনেকৈ পাৰে ফৌজৰ লগতে উজাই আহিল। ৰহাগত সেই ফৌজ কলিয়াবৰ পালেহি। তাতে হাইজা লগাত ফৌজৰ কমাণ্ডেন্টবিলাক ভগাভগি হ'ল। জন্ বোলা এজন

* গৱৰ্ণমেন্ট গেজেট।

Asiatic Journal for October 1824 Pr. 237

বিশ্বনাথলৈ গ'ল। বাকী "ফুকাৰ, নফভিল (নৌভিল বা নবীন), কোৱাৰ্টৰ মাষ্টৰ জেনাৰেল দানাখুৰি, ইস্কাট, ফেলবিন, বিৰিম্‌ফিন্‌" প্ৰভৃতি কেইবাজনো মুহুৰামুখৰ ফালে দলে বলে উজাবলৈ ধৰিলে। বিচাৰ্ডছৰ অধীনত তিনি হেজাৰমান চিপাহীৰ এটা ফৌজ আহিছিল। বৃটিছ সৈন্য গুৱাহাটী পালেহি বুলি শুনি যিবোৰ মানে অসমীয়া মানুহক ধোঁৱাচাঙত দি পুৰি মাৰিছিল এইটো ফৌজে সেই মানক কলঙৰপৰা তোপ মাৰি নিশেষ কৰিলে। নৌভিল চাহাব যোৱা দলটোৰ লগতে মণিৰামো গ'ল। ডেৱিদ্ স্কট আছিলেই।

**মুহুৰামুখত বৃটিছ-সেনা সম্বৰ্দ্ধিত ঃ** বৃটিছ-ফৌজ উজাই আৰি-কাটি মুখ পাব হৈ মুহুৰামুখত থুপ খায়হি।* মুহুৰামুখতে শলাল কাট; তাৰপৰাই মাজুলী। "পিচে, আমাৰ দেশৰ ৰাজবিষয়াৰ একো ঠিকনা নেপাই, যি আছে সিও মানৰ লগত থকা জানি, তেওঁ-

* "ব্ৰহ্ম ৰজাৰ প্ৰতিনিধি স্বৰূপে মুংকং আলুনাপু ফুকন আৰু মুইং আমা মন্ত্ৰীয়ে কোম্পানীক জনায় যে ব্ৰহ্ম ৰজা আৰু অসম ৰজা দুয়ো ভাই-ককাই। দুয়ো স্বৰ্গৰপৰা নামি অহা। মুংকং আৰু অসমত আমাৰ ভাগ সমান আছিল। ভাই-ভাই বুলি আমি দুয়ো ঘৰে অলপলৈকে সেই ৰাজ্য প্ৰীতিভাৱে ভোগ কৰি আছিলোঁ। মুংকং আৰু মইঙৰ বৰুৱা-ফুকন সকলোৱে বঙ্গদেশৰ গৱৰ্ণমেন্টৰ লগত যি সন্ধি কৰিছিল তাৰদ্বাৰাই আমাৰ উভয়ৰে উদ্দেশ্য সিদ্ধি হৈ আছিল। আগৰমতেই যদি আপোনাসকলে সন্ধি কৰিব খোজে আমি মন্ত্ৰী হ'ব পাৰোঁ। আপোনাসকলৰ কটকীয়ে যোৰহাটত দিয়া চিঠিৰপৰা সকলো বুজিছোঁ।

দেখিছোঁ—আপোনাসকলৰ অসংখ্য বগুৱা চিপাহীয়ে কাজীৰঙাৰপৰা মুহুৰা-মুখলৈকে দখলেই কৰিলেহি। ঠাই বহলাবলৈ আমাৰো যোত্ৰ আছে। কিন্তু আমি হৈছোঁ ব্ৰহ্মৰজাৰ নেফৰ। মুংকঙৰপৰা আদেশ নেপালে আমি একো কৰিব নোৱাৰোঁ। আপোনাসকলে দিয়া তিনিওখন চিঠি পখিলী ঘোঁৰাৰ ডাকত মুংকঙলৈ পঠিয়াই দিছোঁ। কটকীক কোবাকুবিকৈ দিনে-ৰাতিয়ে যাবলৈ কোৱা হৈছে। আমাৰ কটকীয়ে চিঠিৰ উত্তৰ ঘূৰাই আনে মানে নাই-নাই বুলিও পাঁচ মাহ লাগিব।"

—উইলচনৰ "ডকুমেণ্টচ্ অব্ বৰ্মীজ বাৰ"।

বিলাকৰপৰা কাৰ্য্যসিদ্ধি নোহোৱা যেন অনুমানে তেওঁবিলাকলৈ কোনো আজ্ঞা নিদি, এই দেশৰ আউনীআটী, দক্ষিণপাট, গড়মুৰ ইত্যাদি প্ৰধান-প্ৰধান সত্ৰৰ গোসাঞী সকলৈ বহুদৰ সহায় কৰিবলৈ সিবিলাকে আজ্ঞা পঠালে।" মুহৰামুখৰপৰা ফৌজ উজাই গৈ মহগড়ৰ মুখতে ভেৰা পাতেগৈ। "মহগড় পোৱালৈকে য'তে য'তে বৃটিছ ফৌজ বৈছিল ত'তে ত'তে হেজাৰ-বিজাৰ অসমীয়া মানুহ গোট খাই ফৌজক অভ্যৰ্থনা জনাইছিল। সত্ৰবিলাকে খাদ্য সম্ভাৰ দি ফৌজক আগবাঢ়ি যোৱাত বৰ সহায় কৰিছিল।"

**মানৰ নগাফাঁকি :** বৃটিছৰ যোদ্ধা-পদাতি মুহৰামুখ (মহুৰামুখ) পোৱাৰ আগতে যোৰহাটত কেৰ পাতি থকা মান সেনাপতি আৰু মানমন্ত্ৰীয়ে বৃটিছ-গৱৰ্ণৰ-জেনাৰেললৈ চিঠি-পত্ৰ চলাচল কৰি আছিল। তাৰে প্ৰথমখনত, তেওঁবিলাকে সন্ধিৰ কথা উনুকিয়াইছিল। কিন্তু, সন্ধিকৰা হ'ব নে যুদ্ধ কৰা হ'ব, ব্ৰহ্মা ৰজাৰপৰা সমিধান নেপালে ঠিক কৰিবপৰা নহ'ব, আৰু ৰজাৰপৰা উত্তৰ পাবলৈও নাই-নাই বুলি পাঁচ-মাহ লাগিব—এইবুলি লেখাত মানৰ সেইবোৰ নগা-ফাঁকি বুলি বৃটিছ-সৈন্যই যি আগবাঢ়ি আহিল, আহিলেই।

**মানৰ বশ্যতা স্বীকাৰ :** বাৰিষাৰ ব্ৰহ্মপুত্ৰ খৰালি বহি গ'লত, ১৮২৫ খৃষ্টাব্দৰ জানুৱাৰী মাহত সৈন্য-সামন্তইসৈতে ৰিচাৰ্ডছে দিখৌ-মুখত নাও-ৰাৰ কেঁকোৰা পেলায়হি। এই সময়তে ৰংপুৰ কোঠৰপৰা চামফুকনে দিয়া এই চিঠিখন পায় :—

"চামফুকন ওৰফে মুংকং আলামপুৰে নিজৰ আৰু পাত্ৰমন্ত্ৰীৰ হৈ অসমত থকা বৃটিছ সেনাপতিক জনায় যে পূৰ্বে অসমীয়াবিলাক ব্ৰহ্মাৰজাৰেই ৰহতীয়া আছিল। অসম-ৰজাৰ কটকীয়েই গৈ আগতে অসমলৈ সৈন্য পঠিয়াবলৈ ব্ৰহ্মাৰজাক খাটিছিলগৈ। সেই খাটনি অনুসৰিয়েই ব্ৰহ্মাৰজাই ৫খন ৰাজ্যৰপৰা বণুৱা চিপাহী গোটাই অসম আক্ৰমণ কৰিবলৈ পঠিয়ায়। এতিয়া আমাক খেদাই দিবলৈ সেই অসমীয়া বৰুৱা-ফুকনসকলেই আপোনাসকলক মাতি আনিছেগৈ।

এই কথা ভালকৈ গম পাইছোঁহঁক। অসমীয়া মানুহে তেওঁবিলাকৰ উপকাৰৰ নিমিত্তেই আমাক যুদ্ধত প্ৰবৃত্ত কৰালে। ইয়াৰদ্বাৰাই দুয়োঘৰৰে বিস্তৰ হানি হৈছে আৰু হ'বও। সেই কাৰণে, ইয়াৰপৰা ৰক্ষা পাই থাকিম বুলিয়েই আমি ৰংপুৰ এৰি যাব খুজিছোঁ। আমাৰ কথাত যে সন্তোষ যাব লাগে তাৰ প্ৰমাণ স্বৰূপে লঙ্কা দ্বীপৰপৰা অহা আমাৰ কটকী ৰাজগুৰু ধৰ্মধৰ ব্ৰহ্মচাৰীক আপোনাসকলৰ ওচৰলৈ পঠালোঁ। তেওঁৰপৰাই সকলো সমাচাৰ বুজিব। অসমীয়া মানুহেই যেতিয়া আমাৰ ঘোৰ শত্ৰু হ'ল আমি আৰু ইয়াত থাকি কৰিম কি? সোনকালে ইয়াৰপৰা গৈ এই বাৰ্তা আমাৰ ৰজাক জনাওঁগৈ। আমি ঘোঁহকি বা উলটি যাওঁতে বাটত যেন কোনেও আমাক উপদ্ৰৱ নকৰে। তাৰ নিমিত্তে আপোনাসকলে চকীয়াললৈ খবৰ দিব।"[1]

দিখৌ মুখৰপৰা দিখৌৰেদি নাৱেৰে উজাই ৰিচাৰ্ডছে "১৮২৫ চনৰ ২২ জানুৱাৰী তাৰিখে গৌৰীসাগৰ পুখুৰী পাৰত ছাউনী পাতে। ২৩ তাৰিখৰ দিনা ৰংপুৰৰপৰা কিছুমান ম্যান সেনা আহি সেই পুখুৰী পাৰতে দেখা দিয়াত, নামদাঙতে ৰণ লাগি কিছু মান মৰিল আৰু কোম্পানীৰ সৈন্যে বাটলকে খেদিও কিছু মৰিলে। সেই ৰণ হাৰি মানে গৈ ৰংপুৰত বাঁহ-কাঠৰ এক শকত কোঠ মাৰি তাৰ বাট-পথ বন্ধ কৰি সকলো মান সেই কোঠৰ ভিতৰতে আছিল। তেনেতে সেই জানুৱাৰী মাহৰে ২৯ দিন যোৱাৰ দিনা লেফ্‌টিনেণ্ট এলফ্ৰেড কৰ্ণেল ৰিছাৰ্ডছ চাহাবে সসৈন্যে গৈ ৰংপুৰ পাই, জয়সাগৰপাৰ পাই ছাউনী কৰিলেগৈ। দেখিলে—কেউফালে বাট বন্ধ কৰি বাঁহ-কাঠৰ কোঠতে মান সোমাই আছে—চন্দ্ৰকান্ত সিংহ আৰু যোগেশ্বৰ সিংহও আছে। সেই পুখুৰী পাৰৰপৰা বম গোলা মাৰি কোঠৰ ভিতৰত থকা মানৰ সকলো ঘৰ পুৰি পেলালে। তাৰ পৰদিনা সেই পোৰা

১. ৰংপুৰ কোঁঠৰপৰা দিয়া মানৰ চাৰকুৰনৰ চিঠি।

কোঠৰপৰা মান ওলাই আহে, তাতো অনেকটি মান মৰিল। শেষ-খনি মান বণ হাৰি পোৱা কোঠ সোমাই গা ৰক্ষা পৰিল আৰু কোঠৰ ভিতৰত প্ৰতি (জন) মানে এক এক গাঁত খানি লৈ সেই গাঁতত সোমাই থাকিও গা ৰক্ষা নপৰে যেন জানি তাহাঁতৰ ভিতৰতে হুদল হ'ল। এদলৰ তাহাঁতৰ দেশলৈ যাবৰ মন হ'ল আৰু এদলে কুম্পানীক ধৰিবৰ মন কৰি মণিপুৰীয়া উজীৰ নামক এক ব্ৰাহ্মণক সমজুস্কাৰী কৰি উকীলকে পঠালে। সেই উকীলক চাহেবান-সকলে আদ বাটৰপৰা চকু বান্ধি কৌজৰ ভিতৰলৈ নি বহুত কথা-বতৰা পাতি* কৈ পঠালে বোলে যি মান ধৰিবলৈ আহিব খোজে সিহঁতো আহি ধৰিব পাৰে। এনে আজ্ঞা দিয়াত বগলি ফুকন[১] তেওঁৰ সসৈন্যে সহিতে সেই কোঠৰপৰা ওলাই ১৮২৫ চনৰ ২ ফেব্ৰুৱাৰী ১৭৪৬ শকৰ ২৯ মাঘৰ দিনা আহি ৰিচাৰ্ডছ চাহাবৰ-সাক্ষাৎ কৰি কুম্পানীৰ ঘৰত শৰণাপন্ন হ'ল।"[২]

## মান সেনাৰ আত্মসমৰ্পণ আৰু বৃটিছৰ ৰংপুৰ অধিকাৰঃ

ৰংপুৰ-কোঠত দহ হেজাৰ ৰণুৱা মান-চিপাহী সোমাই আছিল। চাম ফুকনৰ আদেশক্ৰমে চেক ফুকন, নেবাক ফুকন, বগলি ফুকন প্ৰমুখ্যে মুখিয়াল মান কেইজনে সন্ধি কৰি কোঠত থকা হিলৈ, বৰতোপ, খাৰ-গুলী সকলো ইংৰাজৰ হাতত সমৰ্পণ কৰি দিলে। দিলে হে দিলে, দহ হেজাৰ মানুহৰ ভিতৰত সাত শ মানুহে হে ইংৰাজৰ শৰণ ল'লে। ব্ৰহ্ম দেশলৈ উলটি যাওঁ বুলি বাকী ৯৩০০

---

* কোনো কোনোৰ মতে উকীল দুটা আহিছিল। চাম ফুকনৰ মতে ধৰ্মধৰ ব্ৰহ্মচাৰী। ৰতন পাৰে বুলিও এটা আহিছিল। চাম ফুকনৰ চিঠিত ধৰ্মধৰ লক্ষা দীপৰপৰা অহা বুলি উল্লেখ আছে।

১. বগলি ফুকনক আটায়ে "বৰ বাঘ" যেন দেখিছিল। তেওঁক পাছত আভাৰ ৰজাই হুকুঙত ৰজা পাতি থয়। বগলি "আহোম"হে, মান নহয়।

—হোৱাইট।

২. চন্দ্ৰকান্ত গোহাঁইঘৰৰ "চিংফৌ বুৰঞ্জী" আৰু "বাৰে ভূঞাৰ বুৰঞ্জী"।

মানুহ সীমান্তৰ পৰ্বতত লুকাই থাকিলগৈ। ১৮২৫ খৃষ্টাব্দৰ ৩১ জানুৱাৰীত মানে আত্মসমৰ্পণ কৰাত ৰংপুৰ বৃটিছৰ হাতলৈ আহিল আৰু ২৫ ফেব্ৰুৱাৰীৰ দিনা—১৭৪৬ শকৰ ১৪ ফাগুনত-ভাৰতবৰ্ষৰ সকলো বৃটিছ কোঠত ৩ জাঁই ৩ জাঁই বৰতোপ মাৰি সেই অধিকাৰ ঘোষণা কৰা হ'ল।

বহুত মানসেনা ডফাগাম আৰু বীচাগামৰ তাত লুকাই আছিল, ১৮২৮ চনত নবীন চাহাবে সেইবোৰকো তাৰপৰা খেদি পঠালেগৈ।

# পঞ্চম অধ্যায়

## চিংফৌ-চেৰাপুঞ্জী-গমন আৰু দেশপাতনত

ৰংপুৰ অধিকাৰ কৰা হ'লত, বৃটিছ-ফৌজৰ সেনাপতি কৰ্ণেল ৰিচাৰ্ডছ জুনিয়ৰ কমিছনাৰ হৈ তাতে থাকিল। চাম ফুকন, নেবাক ফুকনেসৈতে চন্দ্ৰকান্ত সিংহ আৰু যোগেশ্বৰ সিংহক যোগান দি ভাটীলৈ পঠিয়ালে। চেক ফুকনেসৈতে ত্ৰুৰৰা কাকতীৰ ভোলানাথ পৰ্বতীয়া ফুকনক ৰংপুৰ যোৰহাটত খাজনা লগাবলৈ ভাৰ দিয়া হ'ল। এনেতে, গুচি যোৱা মানহঁতেৰে লগলাগি চিংফৌৱে ৰৰসেনাপতিৰ দেশ মাৰিবলৈ আহে। সেই বাবে "কৰ্ণেল চাৰ্জন নবীন (নৌভিল) চাহাব, কাৰ (কাৰ) কাপ্টান চাহাব আৰু চান্‌টিন (চাৰ্লটন) চাহাব ফৌজেসৈতে চিংফৌ খেদিবলৈ যায়। সেই ফৌজত সেনাপতি ত্ৰুৰৰা কাকতীৰ বলোৰাম খঙীয়া ফুকন আৰু কেমাই দত্ত ভূঞা সেনাপতি ৰাইডঙীয়া বৰুৱা গৈছিল।* মণিৰামো গৈছিল। ৭১ জন চিপাহীয়ে সৈতে বলোৰাম আৰু কেমাই মানৰ হাতত মৰা পৰিল। তথাপি, বহুত বুজাই-বৰাই পাচত চিংফৌৰ দফাগামক ইংৰাজৰ মিত্ৰ কৰিব পৰা হ'ল, কিন্তু বিচা-গামক নহ'ল। এইবাৰ ভোলানাথ পৰ্বতীয়া ফুকন গৈছিল। দফা-গাম ইংৰাজৰ মিত্ৰ নহয়, শত্ৰুহে, এই কথা বুজাবৰ নিমিত্তে এদিন বিচা-গামে ভোলানাথ পৰ্বতীয়া ফুকনৰ মূৰটো ছোৱা-ছোৱাকৈ কাটি নি দফা-

---

* "ৰাবে ভূঞাৰ বুৰঞ্জী"—মনপুৰ দত্ত ভূঞা।

গামৰ ঘৰৰ পাচফালে পেলাই থয়গৈ।[১] সেই আপাহতে ইংৰাজে দফা-গামৰ সবংশে দফা শেষ কৰে। নিজৰ গা বচাবলৈকে টান যেন দেখি, বিচা ৰজাৰ জোঞ্চায়েক ৱাখেত্ত চাং-নং আহি মণিৰামক খাটনি ধৰেহি।[২] মণিৰামৰ অনুৰোধ অনুসৰি নবীন চাহাবে ৱাখেত্ত-চং-নঙক এটি দুনলীয়া বন্দুক উপহাৰ দিয়ে। উপহাৰ পাইও ৱাখেত্ত'চং-নং শান্ত নহল। সেই বন্দুকটোকে খাঁজি লৈ নি নবীন চাহাবৰ গালৈকে ভিৰাই মাৰি পঠিয়ালে। "নবীনৰ গাত গুলী নেলাগি তেওঁৰ লগৰ কাঁৰী কাপ্টান চাহাবৰ থিয় টুপীত লাগি থহি পৰিল। ধৰিবলৈ চেষ্টা কৰাত ৱাখেত পলাই গল।" যেনেতেনে মতে চিংফৌক সৈমান কৰা হ'ল আৰু তাৰপৰা ভালেমান মানে ধৰি নিয়া মানুহো উদ্ধাৰ কৰা হ'ল।

চিংফৌ দেশত বৃটিছৰ সঁজাতী থৈ নবীন চাহাব আৰু মণিৰাম ভটীয়াই আহে।

আবৰ-চিংফৌক ৰবাই অহাৰ কিছুদিনৰ পাচতে ইং ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী[৩]—১১৮৭ গৌতামাব্দৰ টাবুং জোনৰ কৃষ্ণা চতুৰ্দশী দিনা, ইয়াণ্ডাবুত সন্ধি কৰি ব্ৰহ্মা ৰজাই ইষ্ট ইণ্ডিয়া কোম্পানীক অসম, আৰাকান, টেনাছেৰিম প্ৰভৃতি ঠাইৰ দখল এৰি দিয়ে।

মটকৰ বৰসেনাপতি চিংফৌ-খামতিৰ গাম আৰু শদিয়াখোৱা গোহাঞে দিখৌমুখতে, মণিৰামৰ সাক্ষাতে, স্কট চাহাবৰ পৰামৰ্শ অনুসৰি, একোখনি একোখনি এক্ৰাৰনামা পত্ৰ লেখি দিয়ে।

---

১. ভোলানাথ ফুকনে মানৰ দিনত, চিংফৌ তিৰোতা ৰাখিছিল। সমাজে বাদ দিলত, তেওঁ ৰাইজক এটা বৰ ভোজ দিয়ে। ভোজটোৰ থলা কৰিছিল জকাইচুক পথাৰত। ভোজত ২৫০ টা পাগ হৈছিল। চিংফৌ-টৌত ৰন্ধা-বঢ়া কৰা হৈছিল। মানৰ দিনত আৰু ইংৰাজৰ দিনত খাজনা তোলা বিষয়া হৈ এওঁ বহুত ধন-সম্পত্তি কৰিছিল।

২. চন্দ্ৰকান্ত গোঁহাইৰ মুখত শুনা।

৩. ইয়াণ্ডাবু সন্ধি—পৰিশিষ্ট চাওক।

বহাগত (১৩ মে, ১৮২৬) মটকৰ বৰসেনাপতি মাত্তিবৰে স্কটে-চৈত্তে এই নিয়ম বান্ধে :--

**বৰ-সেনাপতিৰ সন্ধিপত্ৰ ঃ** "মই কুম্পানীৰ ঘৰৰপৰা ৩০০ বন্দুক লৈ মটকৰ ভিতৰত ৩০০ চিপাহীৰ ছাউনী পাতি সদায় গোটাই ৰাখিম।* যেতিয়া কুম্পানীৰ কামত লাগিব তেতিয়াই আনি আগ কৰি দিম আৰু ২০ হজুৰা কাম কৰিবলৈ শদিয়াত দিম। ভাটী দেশৰ যি পাইকান মানুহ সোমায় তাক উলিয়াই দিম। চুৰি-খুনি-ডকাইতি, এনে ডাঙৰ জগৰ জগৰীয়া ধৰি কুম্পানীৰ ঘৰৰপৰা পাতিথোৱা অধিকাৰ তালৈ পঠাম। কুম্পানীৰ ঘৰৰপৰা যেতিয়াই যি হুকুম হয় তাকো মানিম।"

**চিংফৌৰ সন্ধি ঃ** চিংফৌৰ বাৰগামেও শপত খাই ১৫ মেই তাৰিখে এক্ৰাৰ নামা লেখি দিয়ে :—

"আমাৰ কোনো চিংফৌৱে অসম দেশৰ গাঁও ভাঙি মানুহ নিনিওঁ। কুম্পানী ঘৰৰ অজ্ঞামতে উজনি ফালৰ ৰণ বন—কাম কৰি দিম। অচম দেশৰ পাইক মানুহ যদি আমাৰ গাঁৱত সোমায়, তাৰ আমি ৰাজকৰ দিম। দেশৰ ধৰি নিয়া মানুহ এৰি দিম। অচমিয়া মানুহক ডকা দিলে সেই ডকা দি নিয়া দ্ৰব্যখিনিকে উলিয়াই দিম। আমাৰ ভিতৰত কোনো দণ্ড বন্ধ হ'লে কুম্পানীৰ ঘৰলৈ নজনোৱাকৈ কোনো ৰণ বন নকৰোঁ।"

**শদিয়াখোৱা গোহাঁইৰ সন্ধি ঃ** শদিয়াখোৱাইও এইবুলি সন্ধি কৰেছি :—

"পলৰীয়া খামতি খানি অনাই শদিয়াতে পূৰ্বৰতে ৰাখিম। কুম্পানীৰ ঘৰৰপৰা যেতিয়া যি আজ্ঞা হয় তাকো মানি সেই দৰে কাম কৰিম আৰু ডাঙৰ ডাঙৰ জগৰ হ'লে কুম্পানীৰ ঘৰৰপৰা যি

---

* বৃটিছ গবৰ্ণমেণ্টক তেওঁ ২৮০টা পাইক দিবলৈ মান্তি হয়—

ডাঃ সূৰ্য্যকুমাৰ ভূঞা।

চাহাব অধিকাৰ হৈ থাকে তেওঁৰ তালৈ পঠাম আৰু কুম্পানীৰ ঘৰৰ ৫০০ গোট হিলৈ লৈ ৫০ জন খামতি চিপাহী সদায় শদিয়াৰ ছাউনীত ৰাখি শদিয়াত থকা চাহাব বা অন্য যিগৰাকী হৈ থাকে তাৰ বোল বচন চলি সহায় কৰিম।"

**অসমৰ প্ৰশাসনীয় বিভাগ ঃ** প্ৰশাসনীয় সুবিধাৰ অৰ্থে ১৮২৫ চনৰ ১৭ মে' তাৰিখে, অসম দেশখন তিনি ছোৱাত ভাগ কৰা হয়।

প্ৰথম ছোৱা ঃ—দিহিং মুখৰপৰা উজাই চিংফৌ-খামতি পৰ্বত-লৈকে ঃ—এইছোৱাৰ নাম হ'ল এজেন্টি মুলুক।

দ্বিতীয় ছোৱা ঃ—লুইতৰ দক্ষিণপাৰে পুবে-পছিমে বুঢ়ীদিহিং ধনশিৰী নৈ ; উত্তৰ পাৰে পুবে দিহাং নদী ; পছিমে ভৰলী, কচুজান বিহালি ; উত্তৰ-পছিমে পৰ্বত ঃ—এই ছোৱা পৰিল উজনি খণ্ড বা জুনিয়ৰী মোতালকত।

তৃতীয় ছোৱা ঃ—পুবে ধনশিৰী-ভৰলী নদী ; পছিমে মানাহা নদী আৰু উত্তৰে দক্ষিণে পৰ্বত ঃ—এইছোৱা নামনিখণ্ড বা চিনিয়ৰী মোতালক।

**ৰংপুৰত জমা বন্দৱস্তী ঃ** এই কেই ছোৱাৰ ওপৰত, ডেভিদ্ স্কটেই গবৰ্ণৰ জেনাৰেলৰ এজেন্ট কমিছনাৰৰূপে সৰ্বেসৰ্বা হৈ ৰ'ল। পোনতে মেজৰ হোৱাইটক তেওঁৰ সহকাৰীকৈ ৰাখিছিল। ৰংপুৰত কৰ্নেল এ ৰিচাৰ্ডছ, কেপ্টেইন নৌৱিল (নবীন) আৰু জইণ্ট কমিছনাৰ কৰ্নেল কুপাৰ আৰু পাচত এজেন্টি মুলুকত মেজৰ আডাম হোৱাইট তেওঁৰ সহকাৰী হ'ল। "১৭৪৭ শকৰ ১৬ কাতিত ইং ১৮২৫ চনত ৩১ অক্টোবৰ তাৰিখে ৰিচাৰ্ডছ চাহাব ভটীয়াই যায়। তেওঁৰ ঠাইত কৰ্নেল কুপাৰ চাহাব "মহামন্ত্ৰী জুনিয়ৰ" খিতাপ লৈ উজনি অসমত অধিকাৰ হয়হি। ১৭৫০ শকৰ ১৪ জেঠ ইং ১৮২৮ চনৰ ২৬ মেইত জন ব্ৰাইন নৌৱিল (নবীন) চাহাবে কৰ্নেল কুপাৰ চাহাবক সলাই কমিছনাৰ "মহামন্ত্ৰী" খিতাপ লৈ জুনিয়ৰ মোতালকৰ অধিকাৰ

হয়হি।" ১৮২৫ৰ পৰা ১৮২৮ চনলৈকে ডেৱিদ স্কটৰ আদেশ আৰু ৰুপাৰৰ সমৰ্থন মতে ৰংপুৰৰ জমা বন্দৱস্তী কৰা হৈছিল। মুক্তিয়াৰ ৰামদত্ত আৰু পুতেক মণিৰামেও (মাজে মাজে) সেই বন্দৱস্তীত আগ-ভাগ লৈছিল।

পূৰ্বে ৰজাদিনত যি মানুহে যি বিষয় খাইছিল সেই মানুহক এতিয়া সেই বিষয়কে দিয়া হ'ল। আগৰ দৰেই ফুকন, বৰুৱা, ৰাজখোৱা, কাকতী, কটকী, খাওণ্ড-সভাপণ্ডিত, বৰবৰুৱা আৰু ভগা-ফুকন, ভগা-বৰবৰুৱাৰ বিষয়াও ৰখা হ'ল। সেই বিষয়াবিলাককো ৰজা দিনৰ দৰেই লগুৱা-লিকচৌ দিয়া হ'ল। যোৰহাটত এটি ডাঙৰ গুদাম পতা হ'ল। ৰংপুৰৰ জয়সাগৰ পুখুৰী পাৰত আৰু দেৱৰ-গাঁৱত একোটা একোটা ভঁড়াল পাতি তাত ৰজাখাতৰপৰা আৰু ফুকন-বৰুৱাৰ খেলে-খেলে চাউল জমা কৰাৰ ব্যৱস্থা হ'ল। চাৰি-সত্ৰীয়া গোসাঁইসকলেও সেই গুদাম বা ভঁৰালত চাউল-সমলীয়াৰ হতুৱাই চাউল-পাত দিয়াবলৈ নিয়ম ক'ৰা হ'ল। সকলো প্ৰজা পিয়ল কৰিবৰ নিমিত্তে চন্দ্ৰকান্ত সিংহৰ দিনত হোৱা বৰগোহাঁই ধঞ্জয়, দিহিঙ্গীয়া ফুকন পিজো, চেতীয়া ফুকন কাশীনাথ, বৰকাকতী, বণ্ডালৰ চন্দ্ৰধৰ বায়ক নিযুক্ত কৰা হ'ল। ভাগ ৰবকাকতীৰ হাতত থকা বাব কাকতৰ মতে-মতে খেলে-খেলে জমা স্থিৰ কৰি সেই জমাৰ শতকৰা ২ টকা হিচাপে মহীয়া দি চিৰিঙৰ জনাৰ্দন বৰবৰুৱাক সাধনিদাৰ পাতিলে। চন্দ্ৰকান্ত সিংহৰ ভনীয়েক সৰু আইদেওৰ গিৰিয়েক লাম্মাখৰু চেতীয়াৰ লম্বোদৰক বৰফুকন পাতিলে। তেওঁক ৫০ গোট লিকচৌ, ৩০০ টকা "মাহিনা" দি অচমীয়া ৫ কুম্পানীৰ ওপৰত কাপ্তান পাতি ৫০ টকা অৰ্থদণ্ড, ৩০ টা বেতৰ কোৰ, চিপাহীৰ ৬ মাহ লোৱালগাই ফাটেক দিবপৰা কৰি সোধৰ অধিকাৰ পতা হ'ল।

**দেৱানী-ফৌজদাৰী বিচাৰঃ** ইয়াতকৈ অধিক দণ্ড কৰিব-লগীয়া বিচাৰৰ ভাৰ ৰ'ল এথন কাউন্সিলৰ ওপৰত। সেই কাউন্সিলত

৩/৪ জন বহি সোধৰ বিচাৰ কৰিছিল। আপোন-আপোন খেলৰ বিষয়বিলাকে অৰ্থাৎ যি খেলৰ যি বৰুৱা ৰাজখোৱা শইকীয়া থাকে, তেওঁবিলাকে আপোন-আপোন মেলৰ সোধ-পোচ কৰিব লাগিছিল। ডাঙৰ জগৰ দেখিলে বা সেই খেলে ছিঙিব নোৱৰা মেল হ'লে তাক বৰবৰুৱাৰ তালৈ পঠিয়াই দিয়া হৈছিল, কোনো জঙ্গলুৱা বা ভালেমান মাটিবাৰীৰ গোচৰ হ'লে আৰু চুৰি, ডকাইতি, খুনি, ৰাজবিদ্ৰোহী, তিৰোতাত পতিত হোৱা সোধ সুধিবলগীয়া হ'লে কাউন্সিলত বিচাৰ কৰা হৈছিল। কাউন্সিলত চাহাবকেইজনাৰ বাহিৰেও বৰবৰুৱা, ফুকন, সভাপণ্ডিত, দলৈ, কটকী এই সকলো বহিছিল। কোনো সোধ সুধিবলগীয়া হ'লে সিবিলাকে শুচৰীয়া পদকীয়া, সাক্ষীৰ মুখ চুম্বকৰূপে লিখি লয়। তাৰ পিছত, সোধ-পোচ কৰি এঁটালে, মেলুৱাইসকলে যদি অপৰাধী বোলে, তাক উচিত মতে দণ্ড দিয়া হয়। ডকাইত, ৰাজদ্ৰোহী আৰু চোৰক জিজিঁৰি লগাই দুই-এবছৰকৈ বন্দীকৈ থয়। তিৰোতা চোৰক প্ৰাণে নেমাৰি তিৰোতাজনী তাৰ কানত তোলাই চাৰিআলিয়ে-চাৰিআলিয়ে ঘূৰাই লৈ ফুৰায়। ভোগ, অৰ্জন, দান, ক্ৰয়, ঋণ—এই পাঁচবিধ দায়ভাগ ব্যৱস্থামতেই চলিছিল।

**পাইক আৰু পাইকক মাটি ভগোৱাৰ নিয়ম:** "১৬ বছৰ পাৰ হ'লেই প্ৰত্যেক ল'ৰা মানুহ হয়; আৰু, মানুহ হ'লেই পাইকৰ লেখত পৰে। এনে পাইক তিনিটি তিনিটি গোট খুৱাই এটা এটা গোট কৰা হ'ল। ৰজাদিনত প্ৰজাৰ সংখ্যা অধিক থকাত চাৰিটা মূৰেৰেহে এটি গোট হৈছিল। মান-ভগনৰ দিনত এটাইবোৰ খানবান হ'লত তিনিটিকৈ কৰা হ'ল। আগেয়ে খেলে-খেলে পাইক আছিল। ন-কৈ দেশ পতাত বাৰ খেলৰ বাৰজন আনি একোটা-একোটা খেল পতা হ'ল। ৰিচাৰ্ডছ চাহাব থাকোঁতেই ৰামদত্ত আৰু আন-আন কাকতীসকলৰ দ্বাৰাই মানুহ পিয়ল কৰি কাঁড়ীৰ ১০০ গোট মানুহৰ ভিতৰত ২৭টা ওপৰ-ভগন বুলি বাদ দি,

বাকী ৭৬টা গোটত গোটেপতি ৯ টকাকৈ ; চমুৱাৰ ১০০ গোটৰ ভিতৰত ২২টাক ওপৰ-ভগন বুলি এৰি দি, বাকী ৭৮টাত ৮ টকাকৈ ; সোণোৱালৰ গোটত ১৮ টকাকৈ ; মৰিয়াৰ গোটত ১৫ টকাকৈ ; মিৰি-ডফলা-বহুতীয়াৰ গোটত ৩ টকাকৈ ; দেৱজীয়াৰ গোটত ৪॥০ টকাকৈ খাজনা লগোৱা হ'ল। এগোট কাঁড়ীৰ এটা এটা পাইকে চৰ্কাৰৰ ঘৰত সালবদল কৰি ৪ মাহ খাটি দিব লাগিছিল। সেই-বাবে, চৰ্কাৰৰ ঘৰৰপৰা সি শালি খেতি কৰিবপৰা তুপুৰা ৰূপিত মাটি বিনা-খাজনাই পাইছিল আৰু বাৰী পাতিবৰ নিমিত্তে যিমান লাগে সিমান মাটি পাইছিল ; বাৰী মাটিৰ খাজনা নাছিল। ভাই-ককাই বেচি হ'লে বা ভাগত মাটি কম পৰিলে, চৰ্কাৰৰ ঘৰৰপৰা সেই অনুপাতে চৰ্কাৰী মাটি পাইছিল। পোৱা পাইক অৰ্থাৎ মানুহ-টোৱে পতি তুপুৰাকৈ মাটি পাইছিল। পাইকক দি এঁটাই যি মাটি বাঢ়ি থাকে তাক উবাৰ বোলে। কোনো ৰায়তে বা পাইকে সেই মাটি চহিব খুজিলে, নিচেই তাকৰ খাজনাত চহিবলৈ পাইছিল। বাকী মাটিৰ জোখ কৰা নহৈছিল তাৰ ওপৰত গিৰিহঁতৰ সম্পূৰ্ণ স্বত্ব, পো-নাতিৰ দিনলৈকে বংশানুক্ৰমে দখল কৰি থাকিব পাৰে ; দান-বিক্ৰী হস্তান্তৰো কৰিব পাৰে। চৰ্কাৰৰ ঘৰত নখটা পাইকৰপৰা গা-ধন বুলি গাইপতি এটকাকৈ খাজনাও লোৱা হৈছিল। দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, নান্‌কাৰ, লাখেৰাজ মাটিৰ পুৰাত আধলিকৈ খাজনা লোৱা হৈছিল। এনেৰূপে ৰাজকৰ লগোৱাত দেশৰ মুঠ জমা ৩৫০০০ টকাতকৈ উৰ্দ্ধ নহৈছিল।

**মণিৰামৰ জয়ন্তীয়া যাত্ৰা :** ১৮২৪ চনত গুৱাহাটী ফালৰপৰা মানক খেদি অনাৰ পিচতেই, ডেভিদ স্কটে অসম আৰু শ্ৰীহট্টক একে লাট কৰিবৰ অভিপ্ৰায় কৰি জয়ন্তীয়াৰ মাজেদি এটা বাট উলিয়াবলৈ সংকল্প কৰিছিল। কিন্তু সেই সময়ত, সেই সংকল্প কাৰ্য্যত পৰিণত কৰিব পৰা নহ'ল। এতিয়া মানক ব্ৰহ্মকুণ্ডৰ সিপাৰলৈ খেদি, পুৰমুৰীয়া আবৰী জাতিবিলাককো ৰবাই দেশৰ অৱস্থা সুথিৰ কৰি

সেই কামলৈ মন মেলিবপৰা হ'ল। তেতিয়াৰ জয়ন্তীয়াৰ অন্তৰ্গত নংখ্‌লৌৰ ৰজা আছিল তিকত সিং। আমাৰ ৰজা থকোঁতে তেওঁৰ পূৰ্বপুৰুষসকলে আমাৰ দেশৰ মান-মাটি ভোগ কৰিবলৈ পাইছিল। চাহাবানী দিন হোৱাত তিকত সিঙে সেই মাটি স্কট চাহাবক খুজিলে। স্কটে এইটো চেলুকে লৈ খোপনি ধৰি জনালে বোলে, তিকত সিঙে যদি তেওঁৰ ৰাজ্যৰ মাজেদি কাছাৰ-শ্ৰীহট্টলৈ এটা আলিবাট কৰিবলৈ মাটি এৰি দিয়ে তেন্তে তেওঁ। অৰ্থাৎ স্কটেও তেওঁক অসম দেশৰ বিলাত-মাটি এৰি দিব। সভাসদ পৰিষদ চৰ্দাৰ সকলোৱে একেলেথাৰিয়ে দুদিনকৈ পৰামৰ্শ কৰিও সৰ্বসম্মতিক্ৰমে একোএটা খাটাং সিদ্ধান্ত কৰিব নোৱাৰিলে। তথাপি চৰ্দাৰহঁতে গম নোপোৱাকৈয়ে তিকত সিঙে স্কটক আলিবাট কৰিবলৈ অনুমতি দিবলৈ বাধ্য হ'ল।

জয়ন্তীয়া মানুহবিলাক এনেয়ে জঙ্গী, তাতে আকৌ জাকৰা পৰ্বতীয়া ঠাই, পদে পদে জীৱনৰ সংশয়, তাত আলি বন্ধাবলৈ গ'লে, অকল আলিকৰা কামকেই জানিলেই নহ'ব। খাছীয়াৰ মনৰ ভাব ধৰিব পাৰিব লাগিব, দুৰভিসন্ধিৰ আঁটকাল পাবপৰা হ'ব লাগিব, আলি বন্ধাৰ ভিতৰি উদ্দেশ্য যে ৰাজনৈতিক, তাক বুজি আচাৰ-ব্যৱহাৰৰ কুটনাটত ছান্দনীসৰকা দি সাৰি আহিব জানিব লাগিব আৰু শৰীৰো জাৰে পাই জুকলা কৰিব নোৱৰা আঁটিল হ'ব লাগিব। তাৰ উপৰিও, আলি বন্ধাই যাওঁতে ক'ত, কি ক্ষেত্ৰ, কিহৰ নিমিত্তে পৰি আছে আৰু তাক কি কামত লগাবপৰা হ'ব তাকো ভালকৈ চাবজনা হ'ব লাগিব। এইকেউটা পৰীক্ষাত যাৰ উত্তীৰ্ণ হ'ব পৰা আশা আছে তেওঁহে জয়ন্তীয়াৰ মাজে আলিবাট বন্ধাবলৈ আগবাঢ়িব পাৰিব। মণিৰাম যে এনে কামত কাজুৱা, তাৰ পৰিচয় স্কটে পূৰ্বেই চিংফৌ খামতি বৰাওঁতেই পাই থৈ আহিছে। এতিয়া তেওঁকেই মীৰমুন্সি ৰূপে. গুৱাহাটীৰপৰা জয়ন্তীয়ালৈ আলি বন্ধাবলৈ আৰু ঠায়ে ঠায়ে চাহাব আৰু চিপাহী-চন্তৰি থাকিবলৈ বঙলা-

বাহৰ সজাবলৈ ক্ষটে মাণ্ডি পঠিয়ালে। মহৰৎ-কা-পল্টনৰ (মৰমৰ ফৌজ) ডালিম সিং, জয়নন্দন সিং আৰু প্ৰাগদত্ত চুবেদাৰক লগত লৈ মণিৰাম জয়ন্তীয়া পৰ্বতলৈ উঠিল আৰু গুৱাহাটীৰপৰা চেৰাপুঞ্জীলৈ যাবপৰা প্ৰায় ৮৫ মাইল দীঘল বাট এটাৰ ছেউনী কাটিবলৈ আৰম্ভ কৰিলে। প্ৰথমতে চেৰাপুঞ্জীলৈকে বাটৰ খাপ আছিল—গুৱাহাটীৰপৰা ক্ৰমান্বয়ে গুৱাহাটী, খনামুখ, ৰাণীগুদাম, জেৰাং, মৌপীয়া, নখোলা, মাইৰাঙি, সঙ্গঙ্গী, মংলং, কলাপানী।* বাটৰ দাঁতিয়ে-দাঁতিয়ে চিপাহী-চন্তৰি থাকিব পৰা গাৰাদ আৰু চাহাবান লোক-সকল জিৰাব পৰা ঘৰ সজোৱালে। কিন্তু, সেই কাম হাতত লোৱাৰ ডেড় বছৰমানৰ পিচতে মণিৰাম আকৌ উজনিলৈ যাবলগীয়া হ'ল।

* এই বাটটো খুলিবলৈ ১৮২৭ চনতে গবৰ্ণমেণ্টে আদেশ দিয়ে আৰু ১৮২৯ চনত সম্পূৰ্ণ কৈ কৰা হয়। ব্ৰিগচ্ নামে আমিন চাহাব এজনৰ তত্বাৱধানত আলিবাট পোনোৱা হৈছিল। বাটটোক ব্ৰিগচ্ ট্ৰেচ (Briggs Trace) বোলা হৈছিল—History of Assam Rifles. L. W. Shakespear.

# ষষ্ঠ অধ্যায়

## নবীন চাহাবৰ আমোলত

### (১)

**ৰেভিনিউ চিৰস্তাদাৰ আৰু তছীলদাৰ-পদত মণিৰাম আৰু মণিৰামৰ পৰামৰ্শৰদ্বাৰাই ৰাজহ-নীতি সংস্কাৰ ঃ**

১৭৫০ শকৰ ১৪ জেঠ, ১৮২৮ চনৰ ২৬ মেইত নৌৰ্‌বিল (নবীন) চাহাবে ৰংপুৰত সম্পূৰ্ণ অধিপতিৰ এক্তিয়াৰ পোৱাত, অৰ্থাৎ উজনি অসমৰ পলিটিকেল এজেণ্ট হোৱাত, স্কটৰ লগত মীৰমুন্সি হৈ থকা মণিৰামক আনি লগত ল'লেহি। স্কট-নবীনে মণিৰামৰ বুদ্ধি-প্ৰতিভাৰ মোল যেনেকৈ বুজিছিল, দেশীয় ডাঙৰীয়াসকলে তেনেকৈ নুবুজিছিল। মণিৰাম আহি নবীন চাহাবৰ তলত ৰেভিনিউ চিৰস্তাদাৰ আৰু তছীলদাৰ হ'লহি। অকল সেয়েই নহয়, সকলো অসামৰিক কাৰ্য্যত তেৱেঁই সৰ্বেসৰ্বা হ'ল। যেই-সেই কামতে পটু দেখি, নবীন চাহাবে তেওঁৰ হাতভেই একপ্ৰকাৰ ভিতৰুৱা দেশ শাসনৰ ভাৰ দি দিলে। স্কট চাহাবৰ তলত নবীন চাহাব সুদক্ষ, আগপাচ গুণা আৰু তৎপৰ সামৰিক বিষয়া আছিল সঁচা; কিন্তু, ৰাজভঁৰাল টনকিয়াল কৰাত আৰু শাসনৰ ব্যৱস্থা লোৱাত, মণিৰামৰ বুদ্ধি-পৰামৰ্শ নোহোৱাকৈ নহৈছিল। প্ৰকৃততে, দেশৰ আয় বঢ়োৱাত নবীন চাহাব নিমিত্ত মাত্ৰ আছিল— ধাই আছিল মণিৰাম।

চিৰস্তাদাৰ হৈয়েই মণিৰামে চালে, ইমান এখন ডাঙৰ খণ্ডত

দেখোন খাজনা উঠে কম-বেচ ৩৫,০০০ টকা। ৰাজভঁৰালত ধন নহ'লে ৰাজ্যৰ অৱস্থা কেতিয়াও উন্নত কৰিব নোৱাৰি। এই সূত্ৰকে সাৰোগত কৰি তেওঁ ৰাজহ-নীতি কেইটামানৰ নিয়ম সলাই পেলালে। আগৰ পিয়লমতে উজনি-খণ্ডত সৰ্বমোট ৫৬৯ গোট অৰ্থাৎ ১৭০৭টা মুনিহ আৰু চিপাহীয়েসৈতে সৰ্বমুঠ ১৬ বছৰৰ ওপৰৰ পাইক ১৮০৫১ গোট অৰ্থাৎ ৫৪১৫৩ মানুহ পালে। তাকে কাঁড়ী, পাইক, মৰীয়া, সোণোৱাল "এইসকলৰ, লগুৱা-লিকচৌ-বিষয়-ৰাজকৰ পূৰ্বৰ ৰজাৰ নিয়ম-মতেই ৰাখিলে। ৰজা আৰু মেলত বহা গোহাঁই-কুঁৱৰী নথকা নিমিত্তে পাইকান্-চমুৱা, ফুকন-বৰুৱাৰ লিকচৌ পূৰ্বৰ নীতিতে ৰাখি, গোট পাইকৰ প্ৰতি বছাৰ আঠ টকাকৈ, দেৱলীয়া পাইকৰ গোটে চাৰি টকাকৈ লগাই ৰাজকৰ স্থিৰ কৰিলে।" আগেয়ে মাটি-মিৰিবিলাকৰ (মাটিত ঘৰ কৰি থকা) খাজনা লগোৱা নহৈছিল। এতিয়া সিবিলাকৰ পাইকে পতি ৬ টকাকৈ খাজনা লগোৱা হ'ল।

বিষয়াবিলাকৰ অৰ্থাৎ ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়াৰ লগুৱা-লিকচৌৰ বাবে এশ গোটত ২২ গোটকৈ ৰখা হ'ল। নান্‌কাৰ, লাখেৰাজ, দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মাটিৰ খাজনা আগৰ দৰেই থাকিল। খাতোৱাল পাইকবিলাকৰ গোটে বছৰি টঃ ২২॥০—৩৩৸০ অনাকৈ কৰ লাগিল। তাৰ বাহিৰেও, গৰু-ম'হ বোৱা বাবে হাল চাই-চাই ৭॥০ অনাকৈ খাজনা লগোৱা হ'ল। বঙ্গদেশৰ আহিৰে নিচেই নামমাত্ৰ মূল্যতে হাট-ঘাট-বিল লিলাম কৰি ডাকত দিয়া হ'ল। তাৰ আগেয়ে উজনিয়াল বিষয়া কিছুমানে মাজুলীৰপৰা কিছুমান লগুৱা-লিকচৌ পোৱাৰ নিয়ম আছিল। কিন্তু, মণিৰাম চিৰস্তাদাৰ হোৱৰ পাচত, প্ৰকৃত বিষয়া হৈ নেথাকিলে আঠ ভাগ বৰকাকতীয়েও সেই লগুৱা-লিকচৌ পাব নোৱৰা হ'ল। তেওঁবিলাকৰ ভাগত যি মাটি পৰিছিল, সেই মাটিৰ ওপৰত ৰাজহ নলগাই চৰ্কাৰৰ ঘৰৰপৰা ধন্নুৱাকৈ লোৱা নিয়ম কৰা হ'ল। দক্ষিণ-পাৰৰ ফুকন-বৰুৱাৰ

খেলে-খেলে সাধনিদাৰ পাতি নতুন নিয়মেৰে তেওঁবিলাকক খাজনা তুলিবলৈ লগোৱা হ'ল। ৰাজহ তোলা নীতিৰ সংস্কাৰ কৰি নতুন তহছীল কৰাত অৰ্থাৎ ৰাজহ তুলিবলৈ ধৰিলত, পূৰ্বে চেক ফুকন আৰু ভদ্ৰচন্দ্ৰ বৰবৰুৱা, বলোৰাম খঙীয়া-ফুকনৰ তহছীলদাৰীত য'ত ৩৫ হেজাৰতকৈও অধিক খাজনা যুঠিছিল, ত'ত ১৮২৮।২৯।৩০ চনত বাকীপৰি থকা খাজনা আদায় কৰাইসৈতে ক্ৰমান্বয়ে একলাখ কুৰি হেজাৰ, একলাখ বাইছ হেজাৰ আৰু একলাখ পঁচিছ হেজাৰ টকা জমা হ'লগৈ। উচ্চ বংশৰ হ'লেও, অযোগ্য ভেটীখোৱা কৰ্মচাৰী-বিলাকক গুচাই পেলোৱা হ'ল। নগা-মিৰি-বহতীয়ায়ো কাম পাবলৈ ধৰিলে।

**ৰংঘৰৰ আগৰ ন-আলি ঃ** নগদ ধন দি আলি-মথাৰি বন্ধোৱা হৈছিল। বৰ-আলিৰপৰা ৰংঘৰ তলাতলি ঘৰৰ মাজেদি ডুবৰিয়নি আলিত লগাই ৰংপুৰ কাৰেঙৰ ন-দুৱাৰৰ আগেদি এটি আলি কৰোৱা হ'ল। এই আলিয়েদি বৰআলিৰপৰা আমগুৰি ঘাটে পোনাই পাব হ'ব পৰা হ'ল।

**জয়সাগৰৰ পাৰৰ কাছাৰী ঃ** ১৮২৫ চনৰপৰা ১৮২৮ চনৰ মে' মাহলৈকে জয়সাগৰৰ পুখুৰীপাৰত, ওপৰত কৈ অহা কাউঞ্চিল আৰু চৰাচৰি পঞ্চায়ত বা কছাৰী বহিছিল। জুনিয়ৰ কমিছনাৰ কাউঞ্চিলৰ সৰ্বেসৰ্বা আছিল যদিও, তেওঁৰ তলতে থকা পঞ্চায়তে দেৱানী-ফৌজদাৰী মোকৰ্দমা বিচাৰ কৰিছিল। আগছোৱাত লম্বোদৰ বৰফুকন আৰু জনাৰ্দন বৰবৰুৱাই চূড়ান্ত সিদ্ধান্ত একোটা দিব পৰা আছিল। অগাপিচাকৈ এইকেইজন সভ্যয়েই সেই পঞ্চায়তৰ বিচাৰক আছিল ঃ—কাশীনাথ তামুলী ফুকন, উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱা, লথৌধৰ খাৰঘৰীয়া ফুকন, কৃষ্ণানন্দ বৰুৱা, লুকিনাথ শেনচোৱা বৰুৱা, ৰাধানাথ বৰবৰুৱা, মাধৰাম বৰগোহাঞি, জাবৰ বুঢ়াগোহাঞি, অভিমান সিং জমাদাৰ, বকতসিং চিপাদাৰ, ত্ৰিলোচন ডেকাফুকন, ইন্দুগুবিন্দ সকমেলীয়া বৰুৱা আৰু মোহন

বৰুৱা-ৰাজখোৱা ; কানুৰাম পানীফুকন, জাতুৰাম ডেকাবৰুৱা, বাপুৰাম ফুকন, দেহীৰাম ন ফুকন, গুৱাহটীয়া ডেকা ফুকন আৰু 'মুক্তিয়াৰ ৰামদত্তৰ পুতেক মণিৰাম'।*

**তিনিউখন পঞ্চায়তৰ চৰ্দাৰ মণিৰাম:** মণিৰাম বৰুৱা চিৰস্তাদাৰ হোৱাৰ পাচত, আগৰ নিয়ম আৰু বিচাৰ-পদ্ধতি সলাই সেইবিলাকৰ ক্ষমতা অলপ লৰচৰ কৰা হ'ল। আগৰ কাউঞ্চিল আৰু চৰাচৰি পঞ্চায়ত আছিল। এতিয়া সৰু পঞ্চায়ত, বৰ পঞ্চায়ত আৰু চৰচৰি পঞ্চায়ত তিনিখন কৰা হ'ল। এই তিনিউখন পঞ্চায়তৰ কথাসোধা চৰ্দাৰ হ'ল মণিৰাম।*

বৰ পঞ্চায়ত, সৰু পঞ্চায়ত, এই দুয়োখনতে ধাৰলৈ দিয়া বা পাব-লগীয়া ধন আদি গোচৰৰ বিচাৰ কৰা হৈছিল। বৰখনত ৩০০ৰ পৰা হেজাৰ টকালৈকে সোধ হৈছিল, সৰুখনত ৩০০ টকাৰ কমে হৈছিল। কোনো মানুহে ৰাজকৰ সৰহকৈ দিবলগীয়া হ'লে বা ৰাজকৰ সমূলি নিদিলে আৰু খাটিখোৱা মানুহে মাটিবাৰী বঢ়া-টুটাকৈ পালে, চৰাচৰি বোলা পঞ্চায়তখনত বিচাৰ কৰা হৈছিল।

মানুহ মৰা, ডকাদিয়া, চুৰকৰা, জাতমৰা, ৰাজবিদ্ৰোহিতা কৰা আদি ফৌজদাৰী-সংক্ৰান্ত জগৰৰ বিচাৰ কৰিবলৈ নিউবিল চাহাবে বৰ-সৰু দুয়োখন পঞ্চায়তৰপৰা ৫ জন বা ৭ জন মুখিয়াল লোক বাছি আনি সুকীয়া আদালত বহুৱাইছিল। তাত সিদ্ধান্ত কৰিব নোৱৰা বা একমত নোহোৱা সিদ্ধান্ত আৰু ৰাজবিদ্ৰোহী হ'লে কমিছনাৰ ডেভিদ্ স্কটৰ আদালতৰপৰা অনুমোদন কৰাই আনিব লাগিছিল।

**যোৰহাটত পঞ্চায়ত-ঘৰ:** ১৮২৮ চনত নৱেম্বৰ মাহত নিউবিল চাহাবে ৰংপুৰৰ জয়সাগৰৰ পাৰৰপৰা সভা তুলি আনে। এই পঞ্চায়ত-ঘৰকে পুৰন্দৰ সিংহই ৰাজ্য পোৱাৰ আগলৈকে কাহাৰী ঘৰ বুলি কোৱা হৈছিল। তাৰ ওচৰতে, অসমৰ তৰুৱা চিপাহী আৰু

* তীৰ্থেশ্বৰ বুঢ়াগোহাঁই নাওবৈচা ফুকন ; যদুনাথ শৰ্মা হেড্ মহৰী।

অসমীয়া চিপাহীৰ পল্টন থাকিবৰ নিমিত্তে ছাউনীও পতা হৈছিল। ৰংপুৰতো পল্টনৰ ছাউনী এটা আছিল। জয়সাগৰ-পুখুৰী-পাৰৰপৰা পঞ্চায়ত সভা তুলি নিয়া হ'ল যদিও, দেৱানী পঞ্চায়ত সভাখন তাত ৰাখি থোৱা হ'ল।

(২)

**বৃটিছ-অভিযান-বিৰোধীসকলৰ প্ৰথম প্ৰয়াস:** দেশীয় সঁজাতী লগত লৈ বৃটিছৰ ৰাটকটিয়াবিলাকে চিংফৌ-খামতি-আবৰ ৰবাই শদিয়াত কোঁঠ পাতে আৰু তাতে বৃটিছ ফৌজ ৰাখি ইকালে-সিকালে দেশ চাবলৈ ধৰে। ১৮২৫ চনৰ ফেব্ৰুৱাৰী মাহত মানৰ হাতৰপৰা ৰাপুৰ কোঁঠ উদ্ধাৰ কৰোঁতেই যে মানৰ ভিতৰত দুফৈদ হৈ, এফৈদে ইংৰাজক ৰবিছিল আৰু ইফৈদ উভতি যাওঁগৈ বুলি গুচি গৈছিল, সেই উভতিযোৱা গৰিষ্ঠ দলৰ ভিতৰতে ধতুৰা গোহাঁইৰ পুতেক মিৰিসন্দিকৈ, ধনঞ্জয় বৰগোহাঁইৰ পুতেক হৰনাথ, মইনা ফুকন আদি ভালেমান বিষয়া আছিল। কোনো-কোনোৰ মতে জম্মি—পিয়লীও আছিল। তেওঁবিলাকে বৃটিছৰ আগমন সমূলিকে ভালপোৱা নাছিল। তাতোকৈও ভালপোৱা নাছিল "কলিতা ল'ৰা" মণিৰামৰ বাপেক-পুতেকে প্ৰধান হৈ বৃটিছক সহায় কৰি "ভাঙিব লগীয়াক নেভাঙি, নেভাঙিবলগীয়া বিষয়াক ভাঙি ন-কৈ দেশ পতাত।" মান-সেনাপতি চাম ফুকনে বৃটিছৰ লগত সন্ধিৰ প্ৰস্তাৱ চলাওঁতে, এওঁ-বিলাকেই বোলে ৰংপুৰত চন্দ্ৰকান্ত সিংহ আৰু যোগেশ্বৰ সিংহক লুকুৱাই থৈছিল। সেইবাবে, এওঁবিলাকক যোগেশ্বৰৰ অনুৱৰ্তী বুলিয়েই সন্দেহ কৰিবৰ যথেষ্ট কাৰবৰ যথেষ্ট কাৰণ আছিল।

মানৰ উপদ্ৰৱ অত্যাচাৰত ভৎ নেপাই সৰহভাগ অসমীয়া মানুহে বৃটিছতে শৰণে পশিছিল যদিও, এওঁবিলাকে উৰঁলি যোৱা মানৰ অধীনৰ স্বাধীনতাতে মৰিও-মৰকামোৰ নেৰাৰ দৰে লাগি আছিল। সেই দেখি, মনে-মনে যোগেশ্বৰ সিংহৰ বায়েক পদ্মৰেখাৰ গিৰীয়েক

মানৰজাৰ লগত তলে-তলে অভিসন্ধি কৰি দাঁতিকাষৰীয়া চিংফৌ-খামতিক লগত লৈ তেওঁবিলাকে বাহিৰৰপৰা আক্ৰমণ কৰি, বৃটিছৰ খাৰ-ঘৰ আদিত জুই লগাই, থানা-গুদামঘৰ ভাঙি বৃটিছৰ স্থিতাপিত বাধা দিবলৈ চেষ্টা কৰিছিল। অসমৰ তলানলা পোৱা ব'ম নামেৰে চিংফৌ এজনেই আছিল এই উচটনিৰ গুৰি। তেৱেঁই আছিল চিংফৌ-আক্ৰমণকাৰী দলৰ গুৰিয়াল। তেওঁ জাঁজীৰপৰা কিছুমান মানুহো ধৰি নি, অস্ত্ৰশস্ত্ৰৰ যোগাৰ দিম বুলি অভয় দিয়াত মানৰ দিনীয়া স্বাধীনতা ৰক্ষা কৰিবলৈ গুলোৱাসকলৰ মন-গা উঠি গ'ল।

সিবিলাকে গোলাঘাটৰ দক্ষিণ-হেঙ্গেৰা, বছাপথাৰ, যোৰহাটৰ তৰাতলী, ঢোপাবৰ আৰু জয়পুৰৰ সাপজান পৰ্বতৰ তৰাতলীত যুদ্ধৰ আখৰা কৰিবলৈ ধৰিলে। বৃটিছৰ লগত কাম কৰি থকা জনদিয়েক কৰ্মচাৰীয়েও সেই যুঁজৰ-আখৰাত সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। যুদ্ধৰ সকলো আয়োজন কৰিছিল হৰনাথ গোহাঞে, গমধৰ কোঁৱৰক ৰজা পাতি লৈ। সেই যুদ্ধ প্ৰচেষ্টাত এইসকল লোকে ঘাইকৈ উজান দিছিল—ধৰ্মধৰ ৰাজগুৰু ( যি-চাম-ফুকনৰ চিঠি লৈ কটকী-স্বৰূপে ইংৰাজ সেনাপতিৰ আগত সন্ধিৰ প্ৰস্তাৱ আগ বঢ়াইছিল ), ধেনুধৰ কোঁৱৰ, মিৰি সন্দিকৈ ঘৰৰ ধনঞ্জয় বা পিয়লীয়া বৰগোহাঁই, ৰূপচন্দ্ৰ কোঁৱৰ, ধনঞ্জৰ পুতেক হৰনাথ—হৰকান্ত আৰু জোঁৱায়েক জীউৰাম ডুলীয়া বৰুৱা, দেউৰাম বা গদাধৰ দিহিঙ্গীয়া ফুকন, মুমলী বুঢ়াগোহাঞি, জলি ফুকন আৰু পিয়লি ফুকন।

**গমধৰ কোঁৱৰৰ বিচাৰ:** বৃটিছৰ শক্তিশালী অভিযান ব্যৰ্থ কৰিবলৈ এওঁবিলাকে পোনপ্ৰথমেই শদিয়াৰ খাৰ ঘৰত জুই দিয়ে। ইবিলাকে ভাবিছিল শদিয়াৰ "মেগেজিন" ( খাৰঘৰ ) ঘৰটো জুই লগাই পুৰি পেলালেই বৃটিছ ফৌজ আঁতৰি যাব, তাৰ পিচত ক্ৰমান্বয়ে পৰ্বতীয়া জাতিবিলাকে সৈতে গোট খাই ৰংপুৰ—যোৰহাট-গুৱাহাটীৰ কোঁঠবোৰ ধ্বংস কৰিবলৈ। কিন্তু, শদিয়াৰ ঘৰ পোৰোঁতেই

লেফ্‌টেনেণ্ট ৰদাৰফৰ্ড চাহাবে গমধৰৰ তাবিলত থকা মানুহখিনিক ছেদেলি-ভেদেলি কৰি পেলালে। দুই-তিনি বেলি ফাটেকৰপৰা পলাই গৈ, ভেশছন কৰিও সাৰিব নোৱৰা যেন দেখি গমধৰে আপোনা-আপুনি যোৰহাটত ধৰা দিয়েগৈ। যোৰহাটত "মুক্তিয়াৰ ৰামদত্তৰ পুতেক মণিৰাম বৰুৱা, কাৰ কাপ্তান চাহাব মাধৰাম বৰগোহাঁই, ৰাধানাথ বৰবৰুৱা, চেতীয়া ফুকন, ডেকা ফুকন, মোহন বৰা ৰাজখোৱা, কানুৰাম পানীফুকন, দুৱৰাৰ দেহীৰাম ন ফুকন, গুৱাহটীয়া ডেকাফুকন"—পঞ্চায়তৰ এইসকলে বিচাৰ কৰি ১৮২৮ চনৰ নবেম্বৰ মাহত গমধৰ আৰু তেওঁৰ লগৰীয়াবিলাকক ৰাজ-বিদ্ৰোহী বুলি মৃত্যুদণ্ড দিয়ে। নোৱাৰিলে সেই দণ্ড ৰেহাই দি কোনোক ৭ বছৰ কোনোক ৫ বছৰকৈ ফাটেকত থাকিব লগা কৰে! গমধৰ প্ৰথমতে যোৰহাটৰ ফাটেকত আছিল; ফাটেকৰপৰা পলাই গৈ ভেশছনকৈ ফুৰাৰ পাচত আকৌ ধৰা পৰিল। তেতিয়া ডেভিদ স্কটে তেওঁক ১৪ বছৰ ফাটেক ( জনমভৰ? ) দি ভাটীৰ ৰংপুৰ জেলত থয়।* (i)

**পিয়লী ফুকনহঁতৰ খাৰঘৰ আক্ৰমণঃ** গমধৰক ৰজা পাতি লোৱা দলটোৰ শক্তি হ্ৰাস কৰা হ'ল যদিও নিৰ্মূল কৰিবপৰা নহ'ল। আধাআধি মৰিল হয়, পিচে ধনঞ্জয় বায়ু থাকি গ'ল। গমধৰৰ লগৰ ধৰা নপৰা দ্ৰোহীবিলাক পলাই গৈ চিংফৌ-খামতি মটকত সোমালগৈ। পুতেকহঁতে সৈতে ধনঞ্জয়ে বা ধঞ্জয়ে মটক দেশৰপৰা সকলোলৈকে চিঠি-পত্ৰ দি বৃটিছৰ বিৰুদ্ধে থিয় হ'বলৈ উচটাই ফুৰিছিল। সংখ্যাত তাকৰ হ'লেও, বৃটিছ সমৰ্থনকাৰী গৰিষ্ঠ দলৰ বিপক্ষে যুঁজিবলৈ তেওঁবিলাকে পুনঃ পুনঃ চেষ্টা কৰিছিল—

---

* (i) চৰ্কাৰী নথিয়ে ৭ বছৰ বুলি কয়। অসম বুৰঞ্জী এথনত কিন্তু ১৪ বছৰ আছে। অৱশ্যে এই ১৪ বছৰটো পাচৰ বাৰৰ দণ্ডতহে উল্লেখ আছে; ফালি কোৱা নাই।

কিন্তু দেখাই নহয়, লুকাই চুৰকৈ। তেওঁবিলাকে চিংফৌৰ ৰাকুম কুংমিন, মটকৰ বৰ সেনাপতি সৰ্বানন্দৰ মাজু পুতেক কলিবৰ আৰু ইংৰাজৰ লগত থকা কেবাজনো বিষয়াৰৈ চিঠি-পত্ৰ লেখি তেওঁ-বিলাকৰ ফলীয়া কৰি ল'লে। তাৰে দুজনমানে বিশ্বাসঘাতকতাও কৰিলে ; তথাপি ঢোপাবৰ, লাকোৱা, জয়পুৰ অঞ্চলৰ চাৰিশমান মানুহ লৈ তেওঁবিলাকে আকৌ তৰোতলীত ধেনুকাঁড় মাৰি যুদ্ধৰ অভ্যাস কৰিবলৈ ধৰিলে। ৰংপুৰত তেতিয়া ৩০টা মান চিপাহীয়ে সৈতে জমাদাৰ এটা খাৰঘৰ বা কাঁঠৰখীয়া আছিল। সেই খাৰঘৰটোকে জুই লগাই পুৰি উজনি অসমৰ বৃটিছ-থানিকা ভাঙিবলৈ পাং প্ৰাতি যুদ্ধত জয় হ'ব নে নহ'ব দেওপূজা কৰি মঙ্গলো চালে। পূজাত দেও উঠাজনে জয় হ'ব বুলি কোৱাত ১৮৩০ চন ২৫ মাৰ্চ তাৰিখে ৰংপুৰৰ খাৰঘৰত জুই দিবলৈ উকলিকৃত হৈ ওলাল। সেই মতেই, সেই ৰাতি জুই দিবলৈ জীউৰাম দুলীয়া বৰুৱা, খামতি বুঢ়াগোহাঁই, ধনঞ্জয়, হৰনাথ বৰগোহাঁই আৰু জনদিয়েক ওলাই আহিল। বুঢ়াগোহাঁইৰ লগত আখেজ থকা বাবে পিয়লি ফুকন পাচত গৈছিল। জীউৰাম দুলীয়া বৰুৱাই নাহৰগুটি সি-লোৱা কাঁড়ৰ আগত জুই লগাই খাৰঘৰটোলৈ মাৰি পঠিয়ালে। খাৰ ঘৰৰ চাল খেৰেৰে ছোৱা আছিল। সেই কাৰণে, তৎক্ষণাৎ জুই লাগি গোটেইখন দিন যেন পোহৰ হ'ল। কোম্পানীৰ চিপাহীয়ে খেদা মাৰি যোৱাত এটাইবোৰে ভিৰাই লৰ মাৰিলে। লোকৰ কানত উঠি পাচত বৈ চাই থকা পিয়লি ফুকনহে মাথোন পলাব নোৱাৰিলে। বৃটিছৰ সঁজাতী হিন্দুস্থানী চিপাহী জালিম সিং, আৰু প্ৰাগদত্ত চুবেদাৰে পলৰীয়া কেইজনক গেলেকীত ধৰিলেগৈ। তেওঁবিলাকৰ লগৰে ধনঞ্জয় বৰগোহাঁই আৰু জল্মি ফুকন সাৰিল।

**পিয়লি ফুকনৰ বীৰোচিত বাক্য :** হৰনাথ বৰগোহাঁই,

জীউৰাম ছলীয়া বৰুৱা, ৰূপচন্দ্ৰ কোঁৱৰ, দেউৰাম দিহিঙ্গীয়া ফুকন* আৰু ব'ম চিংফৌক ধৰি নি বিচাৰৰ নিমিত্তে চিপাহীইঁতে বন্দীকৈ থ'লেগৈ আৰু পিয়লি ফুকনক ধৰি আনি কাপ্টান নৌৱিল (নবীন) চাহাবৰ আগত হাজিৰ কৰিলেহি। নৌৱিলে ফুকনক সুধিলে, "তুমি বিদ্ৰোহিতাচৰণ কিয় কৰিছিলা ?" ফুকনে উত্তৰ দিলে, "মই দেশ উদ্ধাৰ কৰিবলৈ অহা সঁচা ; পাৰিত পক্ষে, কোনেও পৰাধীন হৈ থাকিবলৈ ভাল নেপায়। আমি মৰিম বুলি ভয় কৰি তোমালোকক খেদিবলৈ ওলোৱা নাই।"*১ পিয়লি ফুকনৰ বীৰোচিত বাক্য শুনি চাহাব মনে মনে থাকিল। চাহাবে "বিদ্ৰোহিতাচৰণ"ৰ প্ৰতিশোধ লোৱাত, পিয়লি অলপো বিচলিত হোৱা নাছিল। জয়সাগৰ পুখুৰী পাৰত সদৰ-দেৱানী-পঞ্চায়ত আছিল। বৃটিছ-দ্ৰোহিতা বা প্ৰতিৰোধৰ বিচাৰ শুনিবলৈ সকলো দ্ৰোহীয়াকে সেই পঞ্চায়তলৈ পঠিয়াই দিয়া হ'ল। পণ্ডিত-বিষয়া মেলুৱাইসকলে সুধি-পুচি সিবিলাকক ৰাজদ্ৰোহী বুলি সিদ্ধান্ত কৰিলে আৰু সেই অপৰাধৰ বাবে ফাঁচী দিব লাগে বুলি ৰায় বান্ধিলে। ৰায় দিয়াৰ পাচত ৰজাদিনীয়া নিয়ম-মতে ৰাইজে মনা ৰজাৰ বিৰুদ্ধে থিয় দিয়াবিলাকৰ কি শাস্তি বুলি নবীন চাহাবে সোধাত পঞ্চায়তৰ চৰ্দাৰ মণিৰামে—ৰজাদিনীয়া ধাৰাবিধি দেখুৱাই ক'লে, "ৰাজবিদ্ৰোহীক নানান লঘু-লাঞ্ছনা কৰি

---

* ১ "জীৱনাদৰ্শ"—নীলকুমুদ বৰুৱা

* পদ্মৰেখা আইদেওৰ ভনীয়েক তৰাৱতী আইদেওৰ গিৰীয়েক। এওঁলৈ মান ৰজাই কুকুৰ এটা উপহাৰ দিছিল। ফুকনে কুকুৰটোৰ নাম দিছিল "বাঘৰায়।" ওচৰ-চুবুৰীয়া বগা গোহাঁইবো আছিল এটা ভতুৱা কুকুৰ। গোহাঁয়ে "বাঘৰায়, বাঘৰায়" বুলি মাতি ফুকনক ইতিকিং কৰিছিল। দিহিঙ্গীয়া ফুকনে গোহাঁইক সেই খণ্ডতে কাণতলীয়া চৰ এটা মাৰি দাঁত সৰুৱাই দিলে। বৰতী চাহাবক গোচৰ দিলত, চাহাবে ফুকনক দণ্ড কৰক ছাবি ভতুৱা কুকুৰটোক "বাঘৰায়" বুলি কৈ আওপাকে ফুকনক অপমান কৰা বাবে গোহাঁইৰহে দণ্ড হ'ল।

—ভদীনাথ বা ভদ্ৰৰাম বৰগোহাঁই

ফাঁচী দিয়া হয়।" পঞ্চায়তে ফাঁচীৰ ৰায় দিব পাৰে, কিন্তু স্কটৰ অনুমোদন নহ'লে ফাঁচী দিব নোৱাৰে। সেই কাৰণে, তেওঁবিলাকক ফাঁচী দিয়া ৰায়টো অনুমোদনৰ নিমিত্তে স্কটলৈ পঠিয়াব লগীয়া হ'ল। স্কট তেতিয়া চেৰাপুঞ্জীত। পঞ্চায়তৰ মৃত্যুদণ্ড ৰায়টো অলপ লৰচৰ কৰি তেওঁ জীউৰাম-পিয়লিৰ মৃত্যুদণ্ড বাহাল ৰাখিলে। কিন্তু, চেৰাপুঞ্জীৰপৰা হুকুম আহি নৌ পাওঁতেই ১৮৩০ চনৰ ২৬ জুলাই তাৰিখে, পেটৰ বিষ হৈ নবীন চাহাবৰ মৃত্যু হ'ল। ইফালে হুকুম আহি পোৱাত পলম হোৱা দেখি জেম্‌ছ মেথী চাহাবৰ আদেশত পিয়লি আৰু জীউৰাম দুহ্মীয়া বৰুৱাক শিৱসাগৰ পুখুৰী পাৰৰ ঈশান কোণত ফাঁচী দিয়া হ'ল। ব'ম চিংফৌ, দেউৰাম দিহিঙ্গীয়া ফুকন[১] ৰূপচন্দ্ৰ কোঁৱৰ আৰু হৰনাথ বৰগোহাঁইক ঢাকালৈ দেশান্তৰী কৰা হ'ল। ধেনুধৰ কোঞৰক স্থানীয় ফাটেকতে সুমুৱাই থোৱা হ'ল।

**অসমীয়া ফৌজৰ কাপ্টান মণিৰাম ঃ** ১৮২৫ চনত ৰিচাৰ্ডছ্ চাহাবে "আসাম মিলিছিয়া" বুলি এটি অসমীয়া ৰণুৱা ফৌজৰ গঠন কৰিছিল; তাকে ৫ কোম্পানী চিপাহীৰ ফৌজ বোলা হৈছিল। সেই ফৌজৰ কাপ্টান আছিল গন্ধীয়াল ফুকন লম্বোদৰ বৰফুকন। বৰফুকন আৰু কাপ্টান—এই দুয়োটা বাব পোৱা বাবে তেওঁক ৫০ গোট (১৫০টা) লিকচৌ আৰু মাহে ৩০০৲ টকা দৰ্মহা দিয়া হৈছিল। আৰু সোধৰ অধিকাৰ পাতি ৫০৲ টকা অৰ্থ দণ্ড কৰিব আৰু ৩০টা বেতৰ কোব আৰু ছমাহলৈকে লোৱা লগাই কইদ বা ফাটেক দিবপৰা ক্ষমতাও দিয়া হৈছিল। ১৮২৮ চনত খাচীয়া পৰ্বতত ৰণ ওলালত, ইংৰাজৰ য'ত য'ত চিপাহী পল্টন আছিল, সকলো যাবলগীয়া হ'ল; কিন্তু বৰফুকন নগ'ল। তেওঁ কামত গাফিলি কৰিছে যেন ভাবি, নাইবা দ্ৰোহীয়াৰ লগ লাগিছে বুলি নবীন চাহাবে তেওঁৰ কাপ্টানী বাব ভাঙি সোধ-পোছৰ এক্তিয়াৰ

১. এওঁক পাচত শিৱসাগৰৰ খনিকৰ মৌজা দিয়া হৈছিল।

আৰু দৰ্মহা গুচাই পেলালে।* বৰফুকন বিষয়টোৰ বাহিৰে আন সকলো ক্ষমতা ৰেভিনিউ চিৰস্তাদাৰ মণিৰামৰ গাত অৰ্পণ কৰিলে। অস্থায়ীভাৱে মণিৰাম ৫০০ চিপাহীৰে গঠিত অসমীয়া ফৌজৰ কাপ্টান হ'ল। এই ফৌজৰ কাম আছিল খাজনা তোলা আৰু শান্তি ৰক্ষা কৰা। মুঠ কথা, অসামৰিক সৈন্য-সেনাৰ কাপ্টান আছিল মণিৰাম বৰুৱা।

**মণিৰামৰ ক্ষমতা আৰু প্ৰতিপত্তি :** গুৱালপাৰত থাকোঁতেই স্কট চাহাবৰ লগত ভালেমান বঙালী আৰু বিদেশী কৰ্মচাৰী আছিল। অসমীয়া ভাল-ভদ্ৰৰ বুদ্ধিমন্ত লোকক বুটিছ শাসন-পদ্ধতিৰ চাকত গঢ়ি ল'বৰ অভিপ্ৰায়েৰে কেইবাজনো উচ্চ বংশৰ লোকক ডাঙৰ ডাঙৰ কাম দিছিল। গজলীয়া ডেকা অৱস্থানৰপৰাই মণিৰাম তেওঁৰ বিশ্বস্ত গাৰ মানুহ। নবীন চাহাব পলিটিকেল এজেণ্ট হ'লত মণিৰামৰ ক্ষমতা আৰু প্ৰতিপত্তি বাঢ়িবলৈ ধৰিলে। তেওঁৰ দিনতে মণিৰাম তছীলদাৰ, চৰাচৰি পঞ্চায়তৰ চৰ্দ্দাৰ, ৰেভিনিউ চিৰস্তাদাৰ আৰু আসাম মিলিছিয়াৰ কাপ্টান। স্কটৰ পোনপটীয়া অধীনত আদিৰেপৰা থাকি আৰু মীৰমুঞ্চি হৈ যিখিনি অভিজ্ঞতা লাভ কৰিলে, সেইখিনিয়েই তেওঁক কুপাৰ আৰু নৌৱিলৰ শলাগৰ পাত্ৰ কৰিলে। নবীন চাহাবৰ আমোলত মণিৰামৰ ক্ষমতা আৰু প্ৰতিপত্তি বৈ বৈ গৈছিল—"যেই কয় সেই হয়।" বিদ্ৰূপাত্মক ভাবেই হওক বা ঈৰ্ষা ভাবতেই হওক অন-কলিতা ৰাইজৰ মানত তেওঁ 'কলিতা-ৰজা' হৈছিলেই। স্কট-নবীনৰ প্ৰিয়পাত্ৰ হোৱা দেখি ভগাবিষয়া কিছুমানৰ ইমান চকু পুৰিছিল যে সিবিলাকে পৰস্পৰ কোৱাকুই কৰিছিল, "এতিয়াৰ দানিকত গুনা মুখে চাহাবৰ দৃষ্টি মণিৰাম দোলাখৰীয়া বৰুৱাৰ তাত পৰিছে। খোৱা পৰ্ব্বত বগাইছে,

* পিছত, এওঁক বোকনী চাপৰিত মৌজা দিয়া হয়। কিন্তু চলাব নোৱৰাত সেই মৌজা কমল ছিকদাৰীৰ হাতলৈ যায়।

—হোৱাইটৰ টোকা।

যোৰাও চৰ্তাৰ ( চৰ্দাৰ ) হৈছে, পচা কাঠবোৰ গজালি ওলাইছে ।”
ৰজাঘৰে প্ৰজাঘৰে ক্ষমতা-সন্মান-সুখ্যাতিয়ে পাচ লোৱাত সকলো
পিনে তেওঁৰ জয়জয় ময়ময় হ'বলৈ ধৰিলে। তেৱেঁই বহুতক
কাকতী বৰুৱা, বৰা, হাজৰিকা পাতিলে ; বহুত ঠাইত কেইবাখনো
সত্ৰও স্থাপন কৰিলে। লাহে-লাহে অসমৰ উজনি-ভাটীয়ে পৰ্বতে
পাৰতে মণিৰামৰ প্ৰভুত্ব-প্ৰতিপত্তি ফুটি-ফাটি গ'ল ।

১৮৩০ চনৰ ২৬ জুলাই তাৰিখে ৩৪ বছৰ বয়সত জন ব্ৰায়েন নৌৱিল ( নবীন ) চাহাবৰ মৃত্যু হয়।* সেই মৃত্যুৱে মণিৰামৰ অন্তৰত দাৰুণ আঘাত দিলে। কাৰণ, আগৰ ডোখৰত স্কটে, পাচত নবীন চাহাবেই মণিৰামক সামৰিক-অসামৰিক দুয়ো বিভাগতে, বিশেষকৈ ৰাজ্যপতা আৰু ৰাজ্যশাসন-সম্পৰ্কীয় প্ৰশাসনীয় কাৰ্য্যত চকুৱাল ৰাজনীতিবিদ্ কৰি থৈ গ'ল। চাহাবৰ তলতীয়া হৈ কাম কৰিছিল যদিও চাহাবে মণিৰামক, মণিৰামে চাহাবক ইমান ভাল পাইছিল আৰু বিশ্বাস কৰিছিল যে দুয়ো নলে-গলে লগা বন্ধুকে বুলিব পৰা হৈছিল। ইংৰাজৰ সাহ, ইংৰাজৰ বিচক্ষণতা, ইংৰাজৰ কৰ্ত্তব্যনিষ্ঠা, ইংৰাজৰ জাতীয়তা সকলো মণিৰামে স্কট-নবীনতে শিকে। নগাঁৱৰ হাটবৰত যেতিয়া চাঙৰ ওপৰত তুলি, তলত জাঁকি দি অসমীয়া মানুহক মানে জুই লগাই পুৰি যায় আৰু যেতিয়া লেফটেনেণ্ট নবীন চাহাবে মানখেদা সামৰিক অভিযান চলাই যায় তেতিয়া তেওঁ দেশৰ ৰীতি-নীতি ইতিবৃত্ত সকলোৰে ভু-ভা লৈ গৈছিল। মানে লুটি-পুটি এৰি থৈ যোৱা হাটবৰৰ মানুহ এঘৰত চাহাবে পুথি এখন পায়। সেইখন পুথি যে বিষ্ণুনামৰ পুথি,

* Sacred to the memory of Capt J. B. Neufville 42nd Regiment, Political Assistant and Commanding in Upper Assam deceased on 26th July 1830, aged 34 years, erected in-remembrance of past kindness at Jorhat—"নবীন চাহাবৰ কবৰ, যোৰহাট। এতিয়া শহৰ চিনেমা হ'ল।"

মণিৰামেই চাহাবক কৈ দিয়ে[১] চাহাবে পুথিখন সামৰি সুঁতৰি আটোমটোকাৰিকৈ বান্ধিছাটি ফৰ্ট উইলিয়ামলৈ পঠিয়াই দিলে। চিংফৌ-খামতি আৰু আবৰ দেশত অনুসন্ধান কৰিবলৈ যাওঁতে, অচিনাকি ঠাইবোৰৰ পুঙ্খানুপুঙ্খ বিৱৰণ, ভৌগোলিক অৱস্থান আৰু ভৌতিক সমৃদ্ধিৰ তথ্য সংগ্ৰহ কিৰূপে কৰিব লাগে, তাক নৌৱিল-হোৱাইটৰ সহযোগতেই বঢ়িয়াকৈ শিকে। স্কটৰ লগত থাকি আৰু নবীনৰ সহযোগী হৈ যি অভিজ্ঞতা লাভ কৰিলে সিয়েই মণিৰামৰ জ্ঞানবুদ্ধি চকচকীয়া কৰি তুলিলে। মানৰ দিনত হোৱা আসুৰিক ব্যৱহাৰত অলাকলা হৈ থকাৰ পিচত, বৃটিছৰ ব্যৱহাৰ কেনেকুৱা হ'ব পাৰে তাৰ চিন অসমীয়া ৰাইজে নবীন চাহাবৰ মৰমিয়াল আচাৰ-ব্যৱহাৰতে পানীৰ চিন ভেটত পোৱা-দি পাবলৈ ধৰিলে। এনে সৰবৰহী সহচৰজনক হেৰুৱাই মণিৰাম সচাঁকৈয়ে—সাৰথিবিহীন হ'ল।

নৌৱিলৰ পাচত লেফটেনেণ্ট মেথী চাহাব কিছুদিনৰ নিমিত্তে ৰংপুৰত আছিল। তেওঁক গুৱাহাটীলৈ বদলি কৰাত, মেজৰ হোৱাইট চাহাব উজনি অসমৰ পলিটিকেল এজেণ্ট নিযুক্ত হয়; আৰু সিফালে গুৱাহাটীত ক্ৰমান্বয়ে ক্ৰেকফ্‌ট আৰু ৰবাৰ্টচনে ডেৱিদ্ স্কটৰ কাম চলায়।

নবীন চাহাবক হেৰুৱাই মনৰ বেজাৰতেই হওক নাইবা মেথী চাহাবৰ লগত মনান্তৰ হোৱা বাবেই হওক, ১৮৩০ চনত মেথীয়ে ৰংপুৰৰ ভাৰ লোৱাৰ কেইবা মাহৰ পিচতেই, মণিৰাম চিৰস্তাদাৰ তেওঁৰ পূৰ্বৰ হাকিম ডেৱিদ্ স্কটৰ ওচৰলৈ যায়। স্কট তেতিয়া চেৰাপুঞ্জীত। যাওঁতে বাটত তেওঁ পূৰ্বে কৰাই থৈ অহা আধাডুখৰীয়া আলি আৰু "চৰাই ঘৰ" (আলহী জিৰোৱা ঘৰ) কিটা চাই গৈছিল। এনেতে, আদ বাট পাওঁতেই স্কট ঢুকাল বুলি বাতৰি আহিল। গোলাঘাটৰ ৰায় বাহাদুৰ যাদৱচন্দ্ৰ বৰুৱাৰ

১. গবৰ্ণমেণ্ট গেজেট, জানুৱাৰী ১৩, ১৮২৫।

মুখত শুনা মতে, এই সময়তে কেপ্টেইন জেন্‌কিঞ্চেৰেসৈতে মণিৰাম লগ পোৱাপুই হয়। জেন্‌কিঞ্চ্‌ আহিছিল কলিকতাৰপৰা বঙ্গদেশৰ ঈশান কোণত থকা দেশবোৰৰ প্ৰাকৃতিক অৱস্থা আৰু সম্পদৰ অনুসন্ধান কৰিবলৈ। ৰতনে ৰতন চিনি পোৱাৰ দৰে, অলপদিনীয়া দেখা সাক্ষাতেতে জেন্‌কিঞ্চে মণিৰামৰ বুদ্ধি-বৃত্তি ভালকৈ চিনি পালে। সেই আপাহতে জেন্‌কিঞ্চে মণিৰামক মণিপুৰীয়া ৰজা গম্ভীৰ সিংহৰে সৈতে চিনাকি কৰি দিয়ে। এই সুযোগতে, মণিৰাম বৰুৱাৰ আৰু এজন সামৰিক ঐতিহাসিকৰ লগত পৰিচয় ঘটে। সেইজন হৈছে লেফ্‌টেনেণ্ট পেম্বাৰ্টন। জেন্‌কিঞ্চ্‌, পেম্বাৰ্টন আৰু গম্ভীৰ সিংহৰ ভায়েক এজন দৈয়াঙেদি গোলাঘাটৰ নোগোৰালৈকে আহে। জেন্‌কিন্‌ঞ্চৰ ফৌজটোক মণিৰামেই বাট দেখুৱাই আনে আৰু ঠাই-ঠুই আৰু মানুবোৰৰ কথা সুধিপুছি চাহাবহঁতক কয়। নোগোৰাৰপৰা পেম্বাৰ্টন উভতি গ'ল। জেন্‌কিঞ্চ্‌ আৰু মণিপুৰীয়া কোঁৱৰজন উজাই যোৰহাটলৈকে আহিল। এই সময়ত যজ্ঞোৰাম খাৰঘৰীয়া ফুকন যোৰহাটত আছিল। তেওঁ জেন্‌কিঞ্চক দেশৰ বুৰঞ্জী আৰু আৰ্থিক সম্পদৰ বিষয়ে বহুত কথা জনায়। মণিৰামেও জনায়। ইয়াৰ আগেয়ে ইওৰুপীয় দৃষ্টিৰে ৱিলকক্স (Wilcox), স্কট, নৌৱিল, ব্ৰুচ, বাৰ্ণী (Burney), বেডিংফিল্ড (Bedingfield) চাহাবে অসমৰ ভৌগোলিক বিৱৰণ, খনিজ সম্পদ আৰু ৰাজনৈতিক তথ্য সংগ্ৰহ কৰি একো-একোটা ইতিবৃত্ত প্ৰকাশ কৰিছিল। সেই-বোৰৰ ভু-ভা লোৱা হৈছিল প্ৰায়েই মজলীয়া তৰপৰপৰা। এতিয়া খাৰঘৰীয়া ফুকন আৰু মণিৰামৰ নিচিনা জনাশুনা লোকৰপৰা সেইবোৰৰ বহুত কথা সমৰ্থিত হোৱাত জেন্‌কিঞ্চে অনুসন্ধান কৰা সমৃদ্ধি তথ্যৰ সত্যতা গজগজীয়া হ'ল।

নোগোৰা বোলা ঠাইডোখৰ গোলাঘাটৰপৰা দক্ষিণ-পশ্চিমে ৯ মাইল মান দূৰৈত। ইয়াৰ মাজেদিয়েই দৈয়াং নৈ বৈ গৈছে। নোগোৰা নামটো ১৮৩৫ চনৰপৰাহে হয়। এই চনত নগাবিলাকে

ইংৰাজৰ বিপক্ষে থিয় দিছিল। সিহঁতক দমাবলৈ অনা গোড়া পল্টনবোৰে ইয়াতে কোঠ মাৰিছিল বা ছাউনী পাতিছিল। জেনকিন্‌চৰ লগত অহা গোড়া চিপাহীও ইয়াতে ৰৈছিল। পুৰণি গোড়াৰপৰা বেলেগ বুজাবলৈ পাচত অহাখিনিক ন-গোড়া বোলা হ'ল। "ন-গোড়া" চিপাহীয়ে কোঠমৰা বাবেই ঠাই ডোখৰৰ নাম নোগোড়া বা নোগোৰা হয় গৈ।* এইখিনিতে মণিৰামৰ দুঃসাহসিক পৰ্য্যটক জীৱনৰ আদিপৰ্ব শেষ হয়।

---

* আজিকালি য'ত দিহিং সত্ৰ আছে, সেইডোখৰ ঠাইকে নোগোৰা বোলে। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে সথিয়েক দিহিঙৰ চিকণ গোসাঁইক ৰৰহোলা, গাহৰখলা, হেৰেহেৰি, দলৌজান আদি ভিতৰ কৰি যিখন খাত দিছিল, সেইখনক নগৰীয়া খাত বুলিছিল। নগৰীয়াৰপৰাই নোগোৰা হ'ল বুলি কোনো কোনো লোকে কয়। এই অনুমানৰ ঠেকটো ঢিলা। ৰ, শ,।

# সপ্তম অধ্যায়

## পুৰন্দৰ সিংহৰ আমোলত ৰৰভণ্ডাৰ বৰুৱা বা মন্ত্ৰী

( ১৭৫৪ শকৰ ফাগুনৰপৰা ১৭৬৮ শকৰ ১৬ আহিন )

( ১ )

**অসম-ৰজাৰ হাতত অসম দেশ প্ৰত্যৰ্পণ কৰা সম্পৰ্কে ঃ** মানৰ লগত কৰা ৰণ শেষ হোৱাৰ লগে-লগেই আৰু তাৰ অলপ পাচত ডেৱিদ্ স্কট আৰু ক্ৰেকফ্‌টে যুদ্ধ শেষ হ'লেই দেশখন আগৰ দৰে ৰজাৰ হাততে অৰ্পণ কৰিবলৈ স্থিৰ কৰিছিল—অন্ততঃ এজন ৰজা বাছি উলিওৱা নহয় মানে দেশীয় লোকৰ ওপৰতে শাসন ভাৰ ন্যস্ত কৰা ভাল হ'ব বুলি ভাবিছিল। কিন্তু সেই ভাৰ দিয়াত এটি চৰ্ত্ত আছিল। চৰ্ত্তটো হৈছে—আৱশ্যক হ'লে বৃটিছে ৰজাৰ আভ্যন্তৰীণ শাসনত হস্তক্ষেপ কৰিব পাৰিব। সেই সময়ত ৰাজবিষয়াসকলৰ মাজত মতভেদ হৈ থকা বাবেই এনে প্ৰস্তাৱ কৰাৰ ঘাই কাৰণ আছিল। ১৮২৪ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখেই কোম্পানীৰ উচ্চ কৰ্ত্তৃপক্ষই সেই প্ৰস্তাৱ সমৰ্থনো কৰিছিল। আৰু সেই অনুসৰিয়েই সেই বছৰৰ মাৰ্চত যিখন ইস্তাহাৰ বা ঘোষণা পত্ৰ প্ৰচাৰ কৰা হৈছিল তাত প্ৰকাশ্যে বৃটিছ-গৱৰ্ণমেণ্টৰ হৈ ডেৱিদ্ স্কটে ঘোষণাই কৰিছিল, "আমি তোমালোকৰ দেশ জয় কৰা পিয়াহ মাৰিবলৈ অহা নাই" অৰ্থাৎ তোমালোকৰ দেশ ল'বলৈ অহা নাই।

**পুৰন্দৰ সিংহ হে ৰজা হ'বৰ যোগ্য ঃ** সেই দেখি, মান খেদা হ'লত স্কটে এই দুটা প্ৰস্তাৱৰ যেই সেই এটা ৰাখিবলৈ গৱৰ্ণমেণ্টক

পৰামৰ্শ দিয়ে :—হয়, গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাডোখৰ ৰজা এজনক বছৰি দুই লাখ টকাত লালবন্দীকৈ দিয়া হওক ; নহয়, বিশ্বনাথলৈকে নামনি অসম ডোখৰ বঙ্গদেশৰ লগত ভুক্ত কৰি. মটক-চিংফৌ-খামতিৰ দেশ খনি বাজ কৈ, উজনি অসম ডোখৰ অসমৰজাৰ হাতত অৰ্পণ কৰা হওক। চন্দ্ৰকান্ত সিংহয়েই ৰজা হ'বপৰা উপযুক্ত লোক ; তেওঁৰ পাচত হে পুৰন্দৰ সিংহ। পুৰন্দৰ সিংহৰ বিষয়ে স্কটে লেখিছিল :—

"চন্দ্ৰকান্ততকৈ পুৰন্দৰ সিংহ বেচি যোগ্যবান আৰু কথাজনা। কিন্তু পুৰন্দৰৰ স্বভাৱটো গোঙোৰা আৰু তেওঁ লগুৱা-লিকৃচৌৰ কথা শুনে। আমাৰ ৰাজ্যত ভালেমান দিন থকা গুণে বৃটিছ-গৱৰ্ণমেণ্টলৈ তেওঁৰ ভক্তি আছে আৰু তেওঁৰ পৰিয়ালক ভৰণ-পোষণ দিয়া বাবে তেওঁ আমাৰ গৱৰ্ণমেণ্টৰ প্ৰতি কৃতজ্ঞও। সৰ্ব-সাধাৰণ ৰাজকোঁৱৰতকৈ তেওঁ শিক্ষিতও। যথেষ্ট ধনসম্পত্তিৰ অধীশ্বৰ হৈ থকা বাবে তেওঁ ৰাজোচিত মান-সম্মান ৰক্ষা কৰি থাকিব পাৰিব আৰু নাম্লং-নবম্লং হৈ থকা ৰজাতকৈ তেওঁ প্ৰজাক সুখে-সন্তোষে ৰাখিব পাৰিব।" উজনি অসমৰ বিষয়ে যি প্ৰস্তাৱ দিয়া হৈছিল, তাক তেতিয়া গৱৰ্ণমেণ্টৰ উচ্চ কৰ্তৃপক্ষসকলে গ্ৰহণ নকৰিলে ; নকৰি, খাচ দখলত থকাটোকে ভাল বুলি বিবেচনা কৰিলে। কিয়নো, গৱৰ্ণমেণ্টৰ ধাৰণা হ'ল— সম্ভ্ৰান্ত লোকসকলক একোটা-একোটা ডাঙৰ কাম দিলে, বিচাৰ আৰু ৰাজহ-বিভাগত দায়িত্বপূৰ্ণ বিষয় দি ৰাখিলে, অসন্তোষৰ একো কাৰণ নেথাকিব। মনেৰে পাণ্ডি লোৱা এই ধাৰণাৰ বিৰুদ্ধে স্কটে গৱৰ্ণমেণ্টক প্ৰবোধ দিলে, বোলে অসমীয়া মানুহে কেতিয়াও খাজনা দি পোৱা নাই। এতিয়া খাজনা লগাই বা বঢ়াই দিলে তল খাপৰ মানুহবিলাকে বিপদ আহিল বুলি ভাবিব। অকল সেয়ে নহয়, ৰাজপৰিয়াল—পাত্ৰ-মন্ত্ৰী প্ৰমুখ্যে বৰুৱা-ফুকন, গোসাঁই-মহন্ত কৰ্মচাৰীসকলোৱে আমাৰ কৰ্তৃত্ব প্ৰৱৰ্তনত ঘৃণাৰ দৃষ্টি পেলাব।

শেহস্তত, তেওঁবিলাকৰ ধ্বংসস্তূপৰ ওপৰত হে আমাৰ শাসন প্রতিষ্ঠা কৰিবলগীয়া হ'বগৈ।"

সুবিবেচিত হ'লেও, স্কটৰ পৰামৰ্শ নৰজিল। সাত বছৰ কাল গৱৰ্ণমেণ্টৰ উচ্চ কৰ্তৃপক্ষসকলৰ ব্যৱস্থা অনুযায়ীয়েই অসমৰ শাসন পদ্ধতি চলিল। স্কটে আশঙ্কা কৰা মতে দেশত অশান্তিৰো সৃষ্টি হ'বলৈ ধৰিলে। গমধৰ-জীউৰাম-হৰনাথহঁতৰ প্ৰতিৰোধৰ যুদ্ধখন সঁচাসঁচি কেৰ্কেটুৱা-ভাওনাত পৰিণত কৰা হ'ল যদিও, মান দেশৰ-পৰা তলে-তলে উচটনি আহিয়েই আছিল। এনেবোৰ ঘনে-ঘনে হৈ থকা বিক্ষোভ-অসন্তোষৰ মূৰ মাৰিবৰ নিমিত্তে স্কটে মৃত্যুৰ দুপষ মানৰ আগতে ১৮৩১ চনৰ জুন মাহত উচ্চ কৰ্তৃপক্ষলৈ লেখিলে, "৬০০ বছৰকৈ একে লেথাৰিয়ে ৰাজভোগ কৰোঁতা ৰাজপৰিয়ালটোৱে দুটামান আচহুৱা মানুহ দেখিয়েই যে তেওঁবিলাকৰ মনত পুহি থকা ভৱিষ্যৎ-ক্ষমতাৰ আকাঙ্ক্ষা পৰিত্যাগ কৰিব, এনে অনুমান কৰিলে ভুল কৰা হ'ব। সেই কাৰণে, যোৰহাটৰ অঞ্চলতে, ধনশিৰীৰ পূবে চন্দ্ৰকান্ত সিংহৰ সলনি পুৰন্দৰ সিংহকে ৰাজ্য এডোখৰ দি ৰজাৰূপে সিংহাসনত বহুউৱা উচিত হ'ব। এনেৰূপে শাসনৰ ব্যৱস্থা কৰিলেই যোত্ৰহীন বিষয়াসকলৰ ক্ষোভ-অসন্তোষ আপোনা-আপুনি নাইকিয়া হ'ব।" ইতিমধ্যে স্কটৰ মৃত্যু হ'ল আৰু স্কটৰ ঠাইত মিঃ ৰবাৰ্টছন কমিছনাৰ আৰু গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট হৈ ৰহিল। এজেণ্ট হৈয়েই তেওঁ গুৱাহাটীত পুৰন্দৰক লগ ধৰিলেহি। কথা-বতৰা পাতি ৰবাৰ্টছনে ৰজাক বৰ ভাল পালে। মেজৰ হোৱাইট, লেফ্‌টেনেণ্ট মেথী আৰু লেফ্‌টেনেণ্ট ৰদাৰফৰ্ডেও শলাগিলে। স্কটৰ পৰামৰ্শকে সমৰ্থন কৰি ৰবাৰ্টছনেও কোম্পানীৰ কৰ্তৃপক্ষলৈ জনালে,—

"অসমৰ ৰাজবংশত ৰজা পাতিবপৰা উপযুক্ত লোক পুৰন্দৰ সিংহ আছে। তেওঁৰ স্বভাৱ-চৰিত্ৰ আৰু অভিজ্ঞতালৈ চাই ডাঠি ক'ব পাৰি যে কৰ্তৃপক্ষসকলে অপাত্ৰত দেশ শাসনৰ নিচিনা গুৰুভাৰ অৰ্পিত হ'ব বুলি যি আশঙ্কা কৰিছে, সেই আশঙ্কা ৰজা হ'লে,

পুৰন্দৰ সিংহই নিশ্চয় আঁতৰাব পাৰিব।" "ফ্ৰেণ্ড অব্ ইণ্ডিয়া" আদি খনদিয়েক গোড়া কাকতে পুৰন্দৰক ৰাজ্য দিবলৈ বাৰণ কৰিছিল। তথাপি সেইবোৰ সমালোচনালৈ কটাহি নকৰি, গৱৰ্ণৰ জেনাৰেলে উজনি অসমৰ এছোৱা পুৰন্দৰ সিংহক দিবলৈ স্থিৰ কৰিলে আৰু তেওঁৰে সৈতে নিৰ্বন্ধ কৰিবলৈ এজেণ্ট ৰবাৰ্টছনক পঠিয়ালে।

**পুৰন্দৰ-ৰবাৰ্টছনৰ সন্ধিপত্ৰ ঃ** সেই আদেশ অনুসৰি, ১৮৩৩ চনৰ ২ মাৰ্চ তাৰিখে ( ১৯৫৪ শকৰ ২০ ফাগুন ) ৰবাৰ্টছনে এই চুক্তি বা নিৰ্বন্ধ বান্ধি পুৰন্দৰ সিংহক উজনি অসমৰ ৰজা পাতিলে :—

১। পূৰ্বৰ ভৰলী সীমা গুচাই, লুইতৰ উত্তৰ পাৰে, বিশ্বনাথ, কাছজানৰ পৰা দিহিং মুখলৈ ; দক্ষিণ পাৰে, ধন শিৰী নৈৰপৰা বুঢ়ী দিহিঙলৈ ; উত্তৰে-দক্ষিণে পৰ্বত—এই দেশ খনি কোম্পানীয়ে পুৰন্দৰ সিংহক এৰি দিয়ে।

২। পুৰন্দৰ সিংহই কোম্পানীক বছৰি পঞ্চাচ হেজাৰ টকা কৰ দিবলৈ মান্তি হয়।

৩। পুৰন্দৰ সিংহই ন্যায় ধৰ্ম আচৰণ কৰি সকলো সোধ সুধিব ; পূৰ্বৰ ৰজাসকলৰ দৰে দোষীৰ নাক-কাণ নেকাটিব বা চকু-ঘিলা নেকাঢ়িব ; লঘু দোষতে গুৰু দণ্ড নকৰিব ; কোম্পানীৰ ৰাজ্যত চলা নিয়ম অনুসৰি বিচাৰাদি কৰিব আৰু তেওঁৰ ৰাজ্যত সতী-যোৱা প্ৰথা ৰহিত কৰিব লাগিব।*

৪। বৃটিছ সৈন্যক পুৰন্দৰ সিংহৰ ৰাজ্যৰ মাজেদি অবাধে অহা-যোৱা কৰিবলৈ দিব লাগিব আৰু সেই সৈন্যক তেওঁ খাদ্য-সামগ্ৰী আৰু যানবাহন দি সহায় কৰিব লাগিব। সেই সাহায্যৰ বাবে অৱশ্যে সমুচিত মূল্য পাব।

৫। যোৰহাটতে বা আন ঠাইতে অৰ্থাৎ পুৰন্দৰৰ ৰাজ্যৰ

* শিৱসাগৰৰ ব্ৰহ্মপুৰত ( কোঞ্চৰপুৰত ) তেতিয়া সতীযোৱা প্ৰথা চলি আছিল—আত্মাৰাম ডেকা বৰুৱা—"সমাচাৰ দৰ্পণ"

য'তে বৃটিছ সেনাৰ স্থায়ী ছাউনী পাতিবলৈ মনোনীত কৰা হয় তাৰ চাৰি সীমাৰ ভিতৰত পুৰন্দৰ সিংহই একো ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰিব। এই ছাউনীৰ বাবে (থানা) কিবা ওজৰ আপত্তি হ'লে, বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰতিনিধিয়ে তাৰ বিচাৰ কৰিব।

৬। শদিয়াত বা অইন ঠাইত ইংৰাজৰ ফৌজ-পল্টন ৰাখিবলগীয়া হ'লে, সেই ফৌজক পুৰন্দৰ সিংহই যানবাহন, ৰছদ-পাতি দি সকলো প্ৰকাৰে সহায় কৰিব।

৭। এই সন্ধিৰ নিৰ্বন্ধানুসৰি ৰাজ্যৰ ভিতৰুৱা কামকাজ চলাবৰনিমিত্তে উজনি অসমত থকা বৃটিছৰ প্ৰতিনিধি নাইবা গৱৰ্ণৰ জেনাৰেলৰ এজেণ্টে যি উপদেশ দিব তাক পুৰন্দৰ সিংহই আখৰে আখৰে মানি চলিব লাগিব।

৮। পুৰন্দৰ সিংহই কোনো বাহিৰা ৰজা বা ৰাজ্যেৰেসৈতে কোনো প্ৰকাৰৰ চিঠি-পত্ৰ চলাচল কৰিব নোৱাৰিব। ক'ৰবাত কিবা কৰিবলগীয়া হ'লে, পলিটিকেল এজেণ্ট বা গৱৰ্ণৰ জেনাৰেলৰ এজেণ্টৰ লগত সোধা-পোছা কৰিহে কৰিব পাৰিব।

৯। কোম্পানী ৰাজ্যৰপৰা কোনো মানুহে বিচাৰৰ ভয়ত পুৰন্দৰৰ ৰাজ্যত আশ্ৰয় ল'লে, পুৰন্দৰ সিংহই তৎক্ষণাৎ সিহঁতক পলিটিকেল এজেণ্ট বা গৱৰ্ণৰ জেনাৰেলৰ এজেণ্টক গতাই দিব লাগিব। পুৰন্দৰৰ ৰাজ্যৰপৰাও সেইদৰে কোনো মানুহে কোম্পানীৰ ৰাজ্যত আশ্ৰয় ল'লে ৰজাই কোম্পানীলৈ তাৰ সংবাদ দিব লাগিব।

১০। বৰ-সেনাপতিৰ দেশৰ ওপৰত পুৰন্দৰ সিংহৰ একো হাত নাই বুলি এই সন্ধিপত্ৰৰদ্বাৰাই বুজিব লাগিব।

১১। অসমৰ কানিয়েই অসমীয়াক নানান দুৰ্গতি কৰিছে। কোম্পানীৰ ৰাজ্যত এই কানিবিহ গুচাবলৈ যি উপায় অৱলম্বন কৰা হয়, তাকে পুৰন্দৰ সিংহয়ো কৰিব লাগিব। ৰজাৰ এই সন্ধিৰ নিৰ্বন্ধবোৰ ঠাৰে-ঠিকে পালন কৰিলে, বৃটিছ গৱৰ্ণমেণ্টে বিদেশী শত্ৰুৰ আক্ৰমণৰপৰা ৰজাক ৰক্ষা কৰিব। কিন্তু ৰজাই যদি

ইয়াৰ কিবা ব্যতিক্ৰম কৰে ( ঈশ্বৰে নকৰক ) আৰু তেওঁৰ প্ৰজাক যদি অত্যাচাৰ কৰে কোম্পানীয়ে তেওঁক গুচাই আইন এজনক ৰজা ল'ব পাৰিব, নাইবা, দেশখনকে কোম্পানীয়ে খাচ দখললৈ আনিব।

২০।১১।১৮৫৪ শক<br>
২ মাৰ্চ, ১৮৩৩<br>
২০ ফাল্গুন, ১২৩৯ সাল<br>
গুৱাহাটী

টি. চি. ৰবাৰ্টছন

**পুৰন্দৰ সিংহৰ অভিষেক :** উক্ত সন্ধি পত্ৰখন সম্পাদন কৰি, ১৭৫৪ শক ২৭ ফাগুনৰ দিনা ৩৫ নম্বৰী দেশীয় চিপাহী পল্টনেসৈতে ৰাজসন্মান দেখুৱাই পল্টনৰ অধিনায়ক লেফ্‌টেনেণ্ট মুৰহাউচে পুৰন্দৰ সিংহক যোৰহাটলৈ লৈ আহে। ৰাজ্য পোৱাৰ লগে লগেই, স্বৰ্গদেৱে সোণামুৱাৰ ঘৰৰ কৃষ্ণকান্ত শৰ্মাক মজিন্দাৰ বৰুৱা, দীননাথ শৰ্মাক বেজবৰুৱা আৰু চুৰবাকাকতীৰ হেমকণ্ঠক নামডাঙ্গীয়া ৰাজখোৱা পাতি উজাই আহোঁতে লগতে লৈ আহে। "১৭৫৪ শকৰ ২৯ চ'তত মহগড় ঘাট পাই থকাতে পৰদিনে অৰ্থাৎ গৰু বিহু দিনা বালিৰ ছৈঘৰৰ চ'ৰাতে মণিৰাম চিৰস্তাদাৰৰ বাপেক ৰামদত্তক দোলা-কাষৰীয়া বৰুৱা পাতিলে।" ১৭৫৫ শকৰ ব'হাগৰ ১ তাৰিখে মানুহ বিহুৰ দিনা যোৰহাটত অভিষেক উৎসৱ পাতি পুৰন্দৰ সিংহক ৰাজগাদীত বহুউৱাৰ কথা আছিল। কিন্তু মহগড়ৰপৰা যোৰহাটলৈ অহাত পলম হোৱা-বাবে সেই দিনটো হোঁহোকাবলগীয়া হ'ল, তথাপি ৪ তাৰিখৰ দিনা ৰজাক দেৱানী আৰু মাটিবাৰী সম্পৰ্কীয় সকলো কাগজ-পত্ৰ গতাই দি, দিন-বাৰ চাই ৮ ব'হাগৰ দিনা যোৰহাটত অভিষেক উৎসৱ পতাটো স্থিৰ হ'ল।

১৭৫৫ শকৰ ব'হাগৰ ৮ দিন যাওঁতে যথানিয়মে অভিষেক উৎসৱ পাতি পুৰন্দৰ সিংহক ৰাজপাটত বহুউৱা হ'ল। স্বৰ্গদেৱ বুলি সকলোৱে সেৱা কৰিলে। ৰৰবৰুৱাৰ নিচিনাকৈ পলিটিকেল এজেণ্ট

আডাম হোৱাইটে সন্ধিৰ নিৰ্বন্ধবিলাক দোহাৰি বুজাই দি যেতিয়া, ওপৰত চন্দ্ৰতাপ তৰা, শুভ্ৰ কাপোৰ পৰা কেৰাখলপীয়া সিংহাসনত বহুৱাই পুৰন্দৰক ৰাজ্যভাৰ অৰ্পণ কৰে তেতিয়া ১৯ জাঁই হিলৈ মৰা হৈছিল"; "আসাম লাইট ইন্‌ফেন্ট্ৰিৰ ৫০০ চিপাহীয়ে কৰেঙৰ আগত ঠেম কৰিছিল; ৩০০ খঙ্গা হিলৈ শাৰী পাতি সজাই থোৱা হৈছিল; তেলটেঙা ঘঁহি কপালী, গলমণিকা, জুমুকা পিন্ধাই, গাদীখনহঁত বাৰেবৰণীয়া সতৰঞ্চি-চক কাপোৰেৰে সজাই-পৰাই ৩।৪ পাল হাতী সৰ্গদেৱৰ সমুখকৈ পাশাত দি ৰখা হৈছিল। গায়ন-বায়ন, ঢোল-খোল, কালি-শিঙাৰ মাতত কাৰো মাত কোনেও শুনা হৈছিল। প্ৰজাৰ হেন্দোলদোপত "বসুমতী ফাটি যাওঁ ফুটি যাওঁ হৈছিল।"

উৎসৱৰ শেষলৈকে উপস্থিত থকা প্ৰত্যেকজন চাহাবকে সোণৰ খাৰু একোপাট আৰু পাটৰ কাপোৰ একো সাজ দি শৰাইৰে মান ধৰা হৈছিল।

আগৰবাৰ ৰজা হওঁতে পুৰন্দৰ সিংহ আছিল স্বতন্ত্ৰীয়া—নিজেই যি কৰোঁ বোলে সেই। এতিয়া আৰু সেই আগৰ ৰাজক্ষমতা নাই। বৃটিছ-শাসনৰ অনুৰূপে আৰু বৃটিছৰ আদেশ মানি চলিব লগা হ'ল। তথাপি, নাই মোমাইতকৈ কণা মোমায়েই ভাল। সঙ্কুচিত ক্ষমতা আৰু মান-মৰ্য্যাদা যিমানখিনি পোৱা হৈছে, তাৰ সদ্ব্যৱহাৰ কৰাটোৱেই বুদ্ধিমানৰ কাম বুলি সকলো সন্তুষ্ট থাকিল। কৌলিক প্ৰথা অনুসৰিয়েই সৰ্গদেৱৰ পাত্ৰমন্ত্ৰী আৰু অমাত্যবৰ্গ মনোনীত হ'ল।

বুঢ়াগোহাঞি—পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ নাতি কুবেঁগঞা মুহীধৰ।[১]

বৰগোহাঞি—মাধৰাম, মালভোগ।

বৰপাত্ৰ গোহাঞি—দণ্ডেশ্বৰ।

দিহিঙীয়া ফুকন—কানু

১. ১৮৪৯ চনত মৃত্যু হয়। ১৮৪০ চনত মাহে ১০০_টকাকৈ পেঞ্চন পাইছিল।

ডেকাফুকন—মুহীধৰ বুঢ়াগোহাঞিৰ দদায়েক ত্ৰিলোচন।[২]

ৰবৰুৱা—ৰাধানাথ।

দোলাশৰীয়া বৰুৱা—ৰামদত্ত।

বছা ৰাজখোৱা—কেঁচুৱা পোৱালি।

নেওগ ফুকন—মজুৰ।

মোচাই ফুকন—চেংেলীবৰীয়া।

মলাইঘৰীয়া বৰুৱা—চাৰিঙীয়া দেওধাই ফুকনৰ ঘৰৰ পেটফুটা বৰুৱা। তেওঁৰে পুতেক জয়ধৰ।

চেংধোৱা ফুকন—শুকুৰা আৰু ভায়েক মনাই। মনাইৰ পুতেক বঙালী ফুকন।[৩]

বৰ বাইলুং বৰুৱা—নৰা বাইলুং ফুকন।

মজিন্দাৰ বৰুৱা—কৃষ্ণকান্ত বৰুৱা।

বেজবৰুৱা—দীননাথ শৰ্মা।

তামুলী ফুকন—কাশীনাথ শৰ্মা, দেৱানী চিৰস্তাদাৰ।

পৰ্বতীয়া বৰুৱা—ধৰশীলৰ ঘৰৰ হৰনাথ শৰ্মা, বোবকাৰী নবিছ।

ফৌজদাৰী চিৰস্তাদাৰ—ছুৰৰা কাকতী লথোধৰ (পাচত ফুকন)।

" —লথোধৰ ফুকনৰ পাচত, গোপীকান্ত বৰুৱা,

কলেকূটৰী চিৰস্তাদাৰ
আৰু চাংকাকতী বা
বৰভাণ্ডাৰী বা ঘাই
মন্ত্ৰী বা দেৱান; —ছুৰৰা কাকতীৰ মণিৰাম বৰুৱা।

মৌজাদাৰ—১। নিত্যানন্দ দত্ত, ২। গোপাল সিং, ৩। ব্ৰজনাথ

---

২. গবৰ্ণমেণ্টৰপৰা মাহে ৩০_ টকাকৈ পেঞ্চন পায় ১৮৪০ চনৰ ৯ মাৰ্চৰপৰা

৩. ১৮৪১ চনত বঙালী গগৈ ফুকনৰ মৃত্যু।

পাল, ৪। কৃষ্ণানন্দ জমানবীচ ( নামতীয়াল কাকতী ), ৫। জনাৰ্দন ভঁড়ালী বৰুৱা ( চলিহা কাকতী ), ৬। মণিৰাম।

বিশ্বনাথত আছিল পলিটিকেল এজেন্ট মেজৰ আডাম হোৱাইট।* এওঁ তাৰপৰাই উজনি অসমৰ শাসন-সংক্ৰান্ত কাৰ্য্যত চকু দি শাসন পদ্ধতি নিয়ন্ত্ৰণ কৰিছিল। পুৰন্দৰ সিংহই সন্ধি পত্ৰৰ নিৰ্ব্বন্ধ মতে ৰাজ্য শাসন কৰিছে নে নাই তাক চোৱাচোৱেই আছিল এওঁৰ প্ৰধান কাম। তাৰ উপৰিও, ৰাজ্যৰপৰা মানুহ গৈ শদিয়া, চিংফৌ, খামতি আৰু বৰ সেনাপতি দেশেৰেসৈতে যাতে ৰাজনৈতিক সম্পৰ্ক স্থাপন কৰিব নোৱাৰে তালৈও এওঁ সততে দৃষ্টি ৰাখিছিল।

**পুৰন্দৰ সিংহৰ সৈন্যপদাতিঃ** বাহিৰা উপদ্ৰৱ বা ভিতৰুৱা অশান্তিৰপৰা পুৰন্দৰৰ ৰাজ্য ৰক্ষা কৰিবৰ নিমিত্তে হোৱাইট চাহাবৰ পৰামৰ্শ মতে ভৰলুৱা হিলৈদাৰী, কোঞৰ হিলৈদাৰী, মনাই মাজী হিলৈদাৰীৰে গঠিত ৫০০ বন্দুৱা চিপাহীৰ এটি ফৌজ ৰখা হৈছিল। ৰাজ্যৰ খাজনা আদায় কৰা আৰু দ্ৰোহী মানুহ ধৰি নিয়াত বা শাস্তিবন্দী কৰাত এই ফৌজ বিশেষভাৱে নিয়োজিত হৈছিল। ফৌজৰ প্ৰত্যেক চিপাহীয়ে মাহে ১৮০ কৈ দৰ্মহা আৰু পৰিয়ালটোৱে পতি খাব পৰাকৈ মাটি বৃত্তি পাইছিল। চিপাহীৰ পোছাক আছিল —বিলাতী জাখৰ আৰু চুৰিয়া। চুৰিয়াৰ ওপৰত কঁকালত গৰু ছালৰ টঙালি; তাৰ ওপৰতে ফাঁকত ভৰাই ওলোমাই লোৱা একোখন কিৰিচ বা তৰোৱাল। ফৌজৰ হিলৈদাৰীহঁতক বৃটিছৰ আৰ্হিৰে হিলৈ মাৰিবলৈ শিকোৱা হৈছিল। গোটেই ফৌজটো বা সৈন্যপদাতিৰ কাপ্টান আছিল স্কটলেণ্ড দেশীয় এজন চাহাব আৰু চুবাদাৰ আছিল ছত্ৰসিং আৰু ৰূপসিং। ফৌজটোৰো তত্বাৱধান ল'ব লাগিছিল মণিৰাম বৰভণ্ডাৰ বৰুৱাই।

ৰাজসিংহাসনত আৰোহণ কৰাৰ লগে লগেই পুৰন্দৰ সিংহৰ

* ১৮৩৭ চনৰ ৮ অক্টোবৰ তাৰিখৰপৰা চতীয়াত সদৰ ঠাই হয়। বিশ্বনাথ এৰা পৰে তেতিয়াৰপৰা।

ৰাজ্যত নানান বেমেজালিয়ে দেখা দিবলৈ ধৰিলে। দ্বিতীয় বছৰৰ কিস্তিত বৃটিছ গৱৰ্ণমেণ্টক শোধাবলগীয়া কৰো শোধাবপৰা নহ'ল।* প্ৰজাৰ সংখ্যাও তাকৰ হৈ আহিছিল। তাকৰ হোৱাৰ কাৰণ ভালেমান; পুৰন্দৰৰ প্ৰতিদ্বন্দী চন্দ্ৰকান্ত সিংহৰ সমৰ্থনকাৰী কেইবাজনো ডাঙৰীয়াই ৰাজ্যৰ শৃঙ্খলা স্থাপনত হেঙাৰ পুতিবলৈ ধৰিছিল; ৰজাৰ ঘাই আহুকাল হ'ল একেটা দলিৰে দুটা চৰাই মাৰিবলগীয়াত। এফালে দেশত পুৰণি নীতি-নিয়মো ৰক্ষা কৰিব লাগে আৰু সিফালে বৃটিছ-গৱৰ্ণমেণ্টকো নতুন নিয়ম প্ৰৱৰ্তন কৰি সন্তোষ দিব লাগে। দুই-নাও দুই-ভৰি হৈ ৰাজ্য শাসন কৰিবলগীয়া হোৱাত ৰজা-বিষয়াসকলো বিমোৰত পৰিল। সেই কাৰণে, সকলো কথা বাদ দি বৃটিছ চৰ্কাৰক শোধাবলগীয়া বছেৰেকীয়া কিস্তিৰ ধনখিনি সংগ্ৰহ কৰাতেই সকলোৰে যত্ন-পৰিযত্ন প্ৰয়োজিত হ'বলৈ ধৰিলে। কিন্তু, বিষয়া কৰ্মচাৰীবিলাকৰ চিন্তা বিবেচনাত কি বিভ্ৰাট ঘটিল ক'ব নোৱাৰি, "প্ৰজাবিলাকক তেওঁবিলাকে বিবিধ প্ৰকাৰে দুখ দিবলৈ ধৰিলে। মানুহে খাল-ডোঙত মাছ সিঁচিবও নোৱৰা হ'ল; মাছ মাৰিলে, টেকেলা-বেঙেনাই কয়হি বোলে, সেইবোৰ মাছৰ পোনা মানে ৰজালৈ মেলি থৈ গৈছে। সি এতিয়া ৰজাঘৰীয়া সম্পত্তি, তাৰ কৰ দিব লাগে। যাৰ ঘৰত দুটা বা চাৰিটা ম'হ থাকে, ৰজাৰ খুটিৰপৰা নিছে বুলি কৈ দণ্ড কৰে। ঘাই ঘাই বিষয়াবিলাককো "ৰাজ্যৰ কৰ দিবলৈ ধন নাই, ধন দে" বুলি নানান্ যন্ত্ৰণা দিছিল। ৰজাঘৰীয়া বিচাৰো বৰ একাচেকা-ভাৱে হৈছিল। এইবোৰ কাৰ্য্যত ৰজাৰ সন্মতি আছিল নে নাছিল,

---

* "উজান শিৱসাগৰ অথচ যোৰহাটত পুৰন্দৰ ৰাজা লালবন্দী পাই দেশ শাসন কৰিব ধৰিলে, কিন্তু তৎপুত্ৰ কামেশ্বৰ চাৰিঙ্গ ৰাজাক লালবন্দীৰ টাকা ল'ৰৰ পুৰন্দৰ ৰাজা অধ্যক্ষ পাতিলে তেওঁ বিষয়াসকলক টান দি অনেক দণ্ড কৰা শুনা গৈছিল।

—হৰকান্ত সদৰামীনৰ আত্মজীৱনী, ১৮৩৪, ১৪ পৃঃ

সঠিককৈ ক'ব নোৱাৰি যদিও, পুত্তেক কামেশ্বৰ সিংহ যুৱৰাজৰ যে আছিল তাক ন-দি ক'ব পাৰি। তেওঁ ইমান লম্পট আৰু ধনৰ লুভীয়া আছিল যে তেওঁৰ অত্যাচাৰ ব্যভিচাৰতেই ভালেমান প্ৰজাই ঘৰবাৰী এৰি নগাঁও-ৰঙ্গাগৰা পাইছিলগৈ। তেওঁৰ দম্ভালি আৰু অসৎ চৰিত্ৰই সকলোকে লাজ-অপমান যি দিছিলেই নে, কেবাজনো দায়িত্ববোধ থকা বিষয়াৰ মনতো ৰজাৰ প্ৰতি অনাস্থাৰ ভাব সৃষ্টি কৰিছিল।

"পুৰন্দৰ সিংহৰ বুঢ়াগোহাঞিে ডাঙৰীয়াক নৌৰিল চাহাবে বন্ধুতাৰ চিন স্বৰূপে এখন তৰোৱাল দিছিল। কামেশ্বৰ সিংহই সেই তৰোৱালখন ছলেৰে হাত কৰি তেওঁৰ ( কামেশ্বৰৰ ) লগুৱাৰ হাতত লৈ ফুৰাবলৈ দিয়েহি, বুঢ়াগোহাঞে তেওঁৰ মৰমৰ তৰোৱালখন সামান্য লগুৱা এটিৰ হাতত দেখি মৰ্মাহত হৈ এদিন মেথী চাহাবক কৈছিল, "হৰিয়ে মোক মাৰি নিয়া হ'লেই ভাল পালোঁহেঁতেন, বয়স থকা হ'লে দেখুৱালোঁহেঁতেন—যুৱৰাজেই নে ময়েই।" বুঢ়াগোহাঞে পলিটিকেল এজেণ্ট আডাম হোৱাইটক এই কথা জনালত এজেণ্টে একো আশ্বাস নিদিলে। পূৰ্বৰ কবিলা মতে ৰজাইহে এনেবোৰ ভিতৰুৱা বাদ-বিসম্বাদৰ বিচাৰ কৰিব পাৰে বুলি কৈ এজেণ্টে ৰজালৈকে বিচাৰৰ ভাৰ ওলোটাই পঠিয়ালে। ৰজাই যুৱৰাজৰ পক্ষকে সমৰ্থন কৰি বুঢ়াগোহাঞিক ভালেমান তিৰস্কাৰহে কৰিলে।"

আপোন মানুহৰ ভিতৰতে এনেবোৰ দুৰাচাৰ-দুৰ্নীতিয়ে সততেই দেখা দি থকাত বিষয়াসকলৰ মাজত বিতৃষ্ণ ভাবৰ সঞ্চাৰ হ'ল। প্ৰজায়ো কৰকাটল দিবলৈ আওকণীয়া ভাও জুৰিলে। ওপৰত কৈ অহাই হৈছে, তথাপি এইখিনিতে আকৌ কোৱা ভাল যে "হয় হে মানুহক ধন দে বুলি একঁকলীয়া গাঁতত পেলাই বেলিমুখীয়াকৈ শাস্তি দিয়ে মানুহে ধন দিয়ে ক'ৰপৰা? যাৰ ওপৰত শৃঙ্খলা ৰক্ষা কৰাৰ ভাৰ থাকে, সিয়েই যদি উচ্ছৃঙ্খল হয়, দেশত কেতিয়াও বিশৃঙ্খলা

নোহোৱাকৈ নেথাকে। লঘু কথাতে যদি গুৰুদণ্ড দিবলগীয়া হয়, খোজটোৱে পতি যদি প্ৰজাক সন্দেহ কৰিবলগীয়া হয়, আৰু অনাজগৰতে যদি ব্যক্তিগত অহঙ্কাৰৰ গৌৰৱ ৰক্ষা কৰিবলগীয়া হয় আৰু তাৰবাবেই যদি উৎপীড়নৰ চূড়ান্ত ব্যৱস্থা কৰিবলগীয়া হয় তেন্তে সেই ৰাজদণ্ডৰ প্ৰভাৱ অধঃপাতে যোৱা অনিবাৰ্য্য। এতিয়া পুৰন্দৰৰো সেই অৱস্থাই হ'লহি। হাতীয়ে মাৰক নেমাৰক, মাউতেই তেওঁক সৰ্বনাশ কৰিলে। তেওঁৰ বিষয়াবিলাকৰ কাৰো লগত কাৰো মিল নাই—সকলোৰে গাইগুটীয়া মত। তদুপৰি ঘৰতে বিয়াগোম সাপ। পুতেক কামেশ্বৰ সিংহই খাজনা লোৱাৰ ভাৰ পাই ৰাইজক অনেক দণ্ড কৰিবলৈ ধৰিলে। প্ৰকৃতিয়েও ৰজাৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে। ১৮৩৪-৩৫ চনত প্ৰবল ভূমিকম্প হোৱাত দেশত দুৰ্ভিক্ষ হ'ল। ভূতৰ ওপৰতে দানহ ওলাল। কাকতীফৰিং ওলাই দেশৰ শস্যও চুঁচি নিলে। সেই বাবেই কোম্পানীৰ ঘৰত শোধাবলগীয়া কৰৰ পৰিমাণো ইবছৰতকৈ সিবছৰ কম হৈ আহিল। নিৰ্বন্ধমতে লালবন্দীৰ কৰ শোধাব নোৱৰা কাৰণ দেখুৱাই ৰজাই উচ্চকৰ্তৃপক্ষলৈ বহুত আবেদন-নিবেদন কৰিলে আৰু স্থানীয় পলিটিকেল এজেণ্ট আডাম হোৱাইটেও সেই অসমৰ্থতা সমৰ্থন কৰিলে। তথাপি বৃটিছ-গৱৰ্ণমেণ্ট সন্তুষ্ট নহ'ল। ১৮৩৮ চনত গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট কেপ্টেইন জেন্‌কিন্স্ আহি নিজে দেশৰ অৱস্থা তদন্ত কৰিলেহি। ইতিমধ্যে, ওপৰত কৈ অহা বাতৰি-কাকতসমূহে পুৰন্দৰক ৰজা ভাঙিব লাগে বুলি খুঁচিয়েই আছিল; * তাতে আকৌ ৰজাৰ বিৰুদ্ধে ভালেমান বেনামী চিঠিও জেন্‌কিন্সৰ হাতত পৰিছিল। এনেয়ে বুঢ়ী নাচনী, তাতে নাতিয়েকৰ বিয়া। পূৰ্বে পুৰন্দৰ সিংহক এডোখৰ ৰাজ্যৰ ওপৰত ৰজা পাতিবলৈ গৱৰ্ণমেণ্টৰ ইচ্ছাই নাছিল, নোৱৰাতহে মুখে লটপটাই ৰাজ্যডুখৰি

* ১৮৫২ খৃঃ শকৰ ১০ জানুৱাৰী তাৰিখে বেলা ৩ বজাত কামেশ্বৰ সিংহ পৰলোক প্ৰাপ্ত হয়। —অৰুনোদই, ১৮৫২।

দিছিল। এতিয়া ৰজা ভঙাৰ চল ওলাল। জেনকিন্সেও উজনি অসম পৰিভ্ৰমণ কৰি ৰজাৰ বিৰুদ্ধে যিমান পাৰে সিমান ওজৰ-আপত্তি সংগ্ৰহ কৰি কোম্পানীৰ কৰ্তৃপক্ষসকললৈ পঠিয়ালে। অসম ৰাজবংশৰ ভাগ্যত ৰাজমুকুট পৰিধান কৰি থকা কাল আৰু উকলিল। ৰজা ভাঙিবলৈ যি-যিবোৰ সন্ধিৰ নিৰ্বন্ধ ভঙ্গৰ অভিযোগ-অকৰ্মণ্যতাৰ আৱশ্যক সেই এটাইবোৰেই এটি-এটিকৈ দেখা দিয়াত বৃটিছ-গৱৰ্ণমেণ্টৰ অভিপ্ৰেত বাঞ্ছা পূৰ্ণ হ'ল।*১ সেইবাবে, ১৮৩৮ চনৰ ১৬ চেপ্তেম্বৰ তাৰিখে তেওঁৰপৰা ৰাজ্য কাঢ়ি ইষ্ট ইণ্ডিয়া কোম্পানীয়ে উজনি অসম অংশও খাচ দখলৰ অন্তৰ্ভুক্ত কৰিলে আৰু সেই তাৰিখেই বিশ্বনাথত থকা পলিটিকেল এজেণ্ট মেজৰ আডাম হোৱাইট তাহাৰ তাৰ শাসনকৰ্তা হ'ল।*২

---

* ১. "The days of Poorundur Singh's misrule are, we trust, numbered."

From all the b'essings of the country which was made over to Poorundur Singh had been excluded. There all the vices of oriental Governments are presented in perfection. The people oppressed by arbitrary heavy taxation; the administration of justice venal, the population wretched, the exchequer empty. Such are the results of Poorunder Singh's Government.

Jenkin's presence meaus at Jorehaut—
Jenkins at Jorchaut ; G.G's Agent's Office Ghat.
February 19, 1838.—"Friend of India,"—March 28, 1838.

* ২. "১৮৩৮ চনৰ ১৬ চেপ্তেম্বৰ তাৰিখে আডাম হোৱাইটে পুৰন্দৰৰ ৰাজ্যভাৰ লৈ ১৮৩৯ চনৰ ৩১ জুলাই তাৰিখে বৃটিছ গৱৰ্ণমেণ্টৰ এই ইস্তাহাৰ প্ৰচাৰ কৰি সেই আধিপত্য কটকটীয়া কৰি পেলালে :—

"১৮৩৩ চনত, বৃটিছ গৱৰ্ণমেণ্টে উজনি অসম ডোখৰত পুৰন্দৰ সিংহক ৰজা পাতি সেই দেশ শাসন কৰিবলৈ দিছিল। কিন্তু ৰজাই ৰাজ্যৰ শৃঙ্খলা ৰক্ষা কৰিব নোৱৰাত আৰু বৃটিছ গৱৰ্ণমেণ্টক দিবলগীয়া কৰও নিয়ম মতে নিদি গহৰি কৰিবলৈ ধৰাত, সেই দেশ বৃটিছ-গৱৰ্ণমেণ্টৰ খাচ দখললৈ অনা হ'ল। ভাৰত

অসমৰজাৰ ৰাজপাট খহি পৰিল। ছশ বছৰে কৰি অহা সম্বোধন-সূচক "সৰ্গদেৱ বা স্বৰ্গদেৱ" শব্দটোও এই দিনাই চিৰকালৰ নিমিত্তে বিলুপ্ত হ'ল। ৰাজ্যভোগৰপৰা বঞ্চিত হোৱাত দিয়া ১০০০, টকা মাহিলী পেন্সনো বেজাৰতে প্ৰত্যাখ্যান কৰি কোম্পানীয়ে দেশ লোৱাৰ পাচতে সৰ্গদেৱ পুৰন্দৰ সিংহ মাত্ৰ আঠ বছৰ জীয়াই থাকিল।* ১৮৪৬ চনৰ ১ অক্টোবৰ তাৰিখে তেওঁৰ মৃত্যু হ'ল—১৬ আহিন, বৃহস্পতিবাৰ ১৭৬৮ শক।

---

গৱৰ্ণমেণ্টৰ ৰাজনৈতিক বিভাগৰ অনুশাসন-অনুযায়ী অসমৰ কমিছনাৰৰ জৰিয়তে স্থানীয় কৰ্মচাৰীবিলাকে এতিয়ালৈকে সেই দেশ শাসন কৰি আছিল। সেই দেশত এতিয়া ব্ৰহ্মপুত্ৰৰ উত্তৰে উত্তৰপাৰ আৰু দক্ষিণে দক্ষিণপাৰ নাম দি দুখন জিলা পতা হ'ল। দুয়ো পাৰ উজনি আসাম বুলিয়েই প্ৰখ্যাত হ'ল। উত্তৰপাৰৰ সদৰ ঠাই হ'ব লক্ষীমপুৰত আৰু তাত শান্তি শৃঙ্খলা স্থাপন কৰিবলৈ কেপ্টেইন ৰেট্চ চাহাব থাকিব। দক্ষিণপাৰ, সেইদৰে লেফ্টেনেন্ট ব্ৰডী চাহাবে জিলাৰ তত্ত্বাৱধান ল'ব। তেওঁৰ সদৰ ঠাই হ'ব ৰংপুৰৰ ওচৰৰ শিৱসাগৰত।......"

* যোৰহাট নগৰত মহাৰজা পুৰন্দৰ সিংহৰ'ত দিন পৰ্য্যন্ত মধুমেহৰ পীড়া উপস্থিত হৈ বৰ্ত্তমান মাহৰ (১৮৪৬ চনৰ অক্টোবৰ) প্ৰথম তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বেলি দুই বজাৰ সময়ত ম্ৰিত্যু হ'ল। তেতিয়া দুৰ্গাপূজা চাবলৈ ফুকন বৰুৱা আদি ৰৰবৰুৱা ডাঙৰীয়াসকল গোট খাই সেই ম্ৰিত্যু মহাৰজাক নগৰৰপৰা বাহিৰ কৰি দহন আদি কৰাবৰ নিমিত্তে শ্ৰীশ্ৰীযুত কামেশ্বৰ সিংহক ম্ৰিত্যু ৰজাৰ স থকা ঠাইতে বৰ চ'ৰাত কাপৰ পাৰি বহুআই ৰৰবৰুৱা আৰু ডাঙৰীয়াসকলে চাৰি বজাৰ সময়ত পূৰ্বে পিত্ৰিৰ ঠাই জুৱৰাজ নাম দিয়া শ্ৰীশ্ৰীযুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুৱৰাজ মৰ্জতা দিলে। পাচে জুৱৰাজে সোণকপ কাঁহ আৰু তাম এই চাৰি কলহেৰে ম্ৰিত্যু ৰজাক গা ধুআই আৰু অলঙ্কাৰ পিন্ধাই সৰাইত সাজকাপৰ দি কুৱৰি আৰু গোহাইসকলে সেৱা জনাই চাঙটি চন্দোৱাৰ তৰি চোদোলাত তুলি দিচৈ নৈৰ ওচৰলৈ নি আঁৰ কাপোৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওতে বৰ লোক আৰু সৰু সৰু লোক বহু মানুহ গৈছিল।"

—অৰুনোদই, অক্টোবৰ, ১৮৪৬।

## পুৰন্দৰৰ ৰাজ্যত মণিৰামেই বুধিয়ক মন্ত্ৰী

বৰভণ্ডাৰী বা ঘাই মন্ত্ৰী হৈ থাকোঁতে, মণিৰাম বৰুৱাই পাৰিভপক্ষে পুৰন্দৰ সিংহৰ স্বাৰ্থ ক্ষুণ্ণ হ'বলৈ নিদিছিল। অসমৰ ক'ত-ক'ত চাহবাৰী পাতিব পাৰি তাৰ অনুসন্ধান কৰিবলৈ ১৮৩৫ চনত ডাক্তৰ ৱালিচ নামে এজন চাহাব আহি দিছে নৈৰ মুখত (মহগড়ত) ৰয়হি। তাতে মণিৰামে পুৰন্দৰৰ প্ৰতিনিধি স্বৰূপে চাহাবক সাক্ষাৎ কৰেগৈ। অসমেই যে চাহৰ উৎপত্তিস্থল এওঁৰ মুখৰপৰা চাহাবে স্পষ্ট প্ৰমাণ পায়। লোকপ্ৰমুখাত শুনা যায় যে এই প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰিয়েই ৱালিছে গৱৰ্ণমেণ্টলৈ চাহৰ বিস্তৃতি সম্বন্ধে অনুসন্ধান কৰিবলৈ এজন কৰ্মচাৰী নিয়োগ কৰিব লাগে বুলি লিখে। তাৰ ফলতেই গৱৰ্ণমেণ্টে কাপ্টান ব্ৰুচৰ সম্বন্ধীয়া চি এ ব্ৰুচ চাহাবক অসমৰ জঙ্গলবোৰৰ তত্ত্বাৱধান ল'বলৈ নিযুক্ত কৰে। ব্ৰুচে অনুসন্ধান কৰি গাভৰু-পৰ্বতত চাহগছ গজি থকাৰ সম্ভেদ পায়। তেতিয়া গাভৰু-পৰ্বত পুৰন্দৰৰ ৰাজ্যৰ ভিতৰত। ইংৰাজ গৱৰ্ণমেণ্টৰ হৈ ব্ৰুচে তাত চাহবাৰী পাতিবলৈ মন কৰি ৰজালৈ জনাই পঠালে। হাবি ভাঙি খেতি কৰা মাটিৰ নিমিত্তে ৰজাক খাজনা দিব নেলাগিছিল। সেই বন্দৱস্ততেই ব্ৰুচেও মাটি বিচাৰিছিল। কিন্তু বৰভণ্ডাৰ বৰুৱা মণিৰামে ক'লে, যোলে হাবিয়নি ভাঙি শস্য কৰিলে তাত কৰকাটল লগোৱা নহয় সঁচা, কিন্তু চাহখেতিৰ কথা সুকীয়া। এই খেতি কৰিব খুজিলে ৰজাৰ লগত গৱৰ্ণমেণ্টে আধি-বন্দৱস্ত কৰি কৰাব পাৰে।

নগা-পৰ্বতৰ লোণ-পুংবোৰতো,—সেইদৰে তেওঁ ৰজাৰ ক্ষমতা বজাই ৰাখিছিল। নামচাং-নামৰূপ আৰু বৰহাটৰ ওচৰত থকা লোণ-পুংবোৰত নগাই ডুখৰীয়া লোণ কৰিছিল। নামচঙীয়া, বৰদুৱৰীয়া আৰু বানফেৰীয়া নগা-ৰজাৰ লগত লোণ-পুঙৰপৰা এই অনুক্ৰমে লোণ উলিয়া ব্যৱস্থা কৰিছিল—লোণ-পুঙৰ পানী যদি এদিন নগাই সিজায় আনদিনা আকৌ অসমীয়া লোণপুৰীয়াই

সিজাব। জাবকালি, এইদৰে পাল পাতি-পাতি নগাবে সৈতে পুওবপৰা লোণ উলিয়া হৈছিল। সেই লোণ ৰজা ঘৰলৈ আহিছিল আৰু তাৰ বাবে নগাই একো কৰ-কাটল দিব নেলাগিছিল।*

তিৰু পৰ্বতকে মাজ কৰি, বছা-দৈয়াং আৰু জয়পুৰ ছুয়োপিনে, মণিৰামৰ নিজা তত্বাৱধানত ৪০খন লো-শাল পতা হৈছিল। ৰজা-ঘৰীয়া লো-শলীয়া সমাই-লৰা লগাই দি সেইবোৰত লোৰৰ সঁজুলি তৈয়াৰ কৰা হৈছিল। তাৰ ভিতৰত হাত-নলীয়া হিলৈ, মিত-দা আৰু কোৰ-কটাৰীয়েই প্ৰধান। লো-শালৰ কাম চাবৰ নিমিত্তে এজন কাকতী নিযুক্ত কৰা হৈছিল। তিৰু অঞ্চলত থকা বাবে তেওঁৰ বিষয়টোৰ নামেই হৈছিল তিৰুকাকতী। এইবোৰ লো-শালত কামকৰা মানুহৰ সতি-সন্ততি এতিয়াও যোৰহাটৰ চেনিমৰাৰ ওচৰৰ কৰঙাত আৰু তিতাবৰত আছে। তেওঁবিলাকে মাটি পগাই লো কৰিব নেজানে যদিও হিলৈ আদি জুই লগাই মাৰিবপৰা অস্ত্ৰ আৰু দা-কটাৰী আদি কাটন বস্তু গঢ়িব পাৰে।*

স্বৰ্গী মহাৰজাসকলৰ দিনত আমাৰ নৈবোৰত অপ্ৰাপ্তিত সোণ কমোৱা হৈছিল। পুতলা যেন ৰজা পুৰন্দৰ সিংহৰ দিনতো সেই ব্যৱসায় চলাই থাকিবৰ নিমিত্তে ৰজাৰ মন্ত্ৰী মণিৰাম বৰভণ্ডাৰীয়ে অশেষ যত্ন কৰিছিল। দিছৈৰ আগাৰিত (ভোগদৈৰ উজনিত), জাঁজী আৰু জগলু নৈত সোণ কমোৱা হৈছিল।*

সেই সময়ত, দাঁতিকাষৰীয়া নগা-মিৰি-চিংফৌ আৰু ফাকেয়াল-সকলে মণিৰামক দেৱতা দেখা-দি দেখিছিল। সকলোৱে তেওঁকেই ৰজা বুলি ভাবিছিল। মলৌথুপীয়া নগাই আমাৰ ৰজাৰ দ্ৰোহ আচৰাত ৰজাৰ সৈন্যই নগা-চাং অধিকাৰ কৰি নগাৰ থুনবাওক ডাকু লগাই লৈ আহে। তেতিয়াৰপৰা নগা-গাঁৱত মণিৰামৰ প্ৰতিপত্তি বাঢ়িবলৈ ধৰে।

* পৰিশিষ্ট চাওক। পুৰন্দৰৰ দিনত লোণপুঙত কাম কৰা লোণপুৰীয়াৰ বংশ-পৰিয়াল এতিয়াও গাভৰু-পৰ্বতৰ ওচৰত আছে।

* পৰিশিষ্ট চাওক।

ইং ১৮৩৩ চনৰপৰা ১৮৩৬ চনলৈকে মণিৰাম পুৰন্দৰ সিংহৰ তলত ৰৰভণ্ডাৰ বৰুৱা হৈ আছিল। তেতিয়া ৰজাঘৰীয়া আয়-ব্যয়, দেশৰ শান্তিৰক্ষা, ৰাজহাদি আদায় কৰা ইত্যাদি সকলো কামকে তদ্বিৰ কৰিব লাগিছিল আৰু ৰজাৰ ভিতৰুৱা অস্থাৱৰ সম্পত্তিৰ উৎপন্ন, হৰণ-ভগন আৰু দান-দক্ষিণাৰ হিচাপো ৰাখিব লাগিছিল। বৃটিছ আমোলত তেওঁ কলেকৃটৰী চিৰস্তাদাৰ আছিল। পুৰন্দৰ সিংহৰ দিনতো পূৰ্বৰ সুখ্যাতি থকা গুণে চিৰস্তাখন তেওঁৰ হাতভেই আছিল। বিশ্বনাথত থকা আডাম হোৱাইটৰ মণিৰাম আছিল অতি বিশ্বাসভাজন। কিয়নো ৰজাৰ তলত থকা অমাত্যবৰ্গ আৰু আন-আন বিষয়াসকলতকৈ মণিৰাম আছিল চকুৱাল আৰু সকলো কামতে পাৰ্গত। মণিৰামৰ দৰে দেশৰ নাড়ীনক্ষত্ৰ জনা আন এজন সুদক্ষ বিষয়া আৰু পলিটিকেল এজেণ্টে পোৱা নাছিল। মেজৰ হোৱাইটলৈ তেওঁ দেশৰ আৰ্থিক, সামাজিক, ভৌতিক, ঐতিহাসিক এতলা যিবোৰ পঠিয়াইছিল সেইবোৰ দেখি হোৱাইট যে আচৰিত হৈছিলেই নে জেন্‌কিঞ্চ্ চাহাবো আচৰিত হৈছিল।*

কেপ্টেইন জেন্‌কিঞ্চ্ যেতিয়া পুৰন্দৰ সিংহৰ শাসন আৰু অসমৰ অৱস্থা অনুসন্ধান কৰিবলৈ আহে, তেতিয়া কিছুমান মানুহে মণিৰামৰ কঠোৰ শাসন নীতিৰ বিৰুদ্ধে চাহাবক লগাইছিল। কিন্তু, সেই লগনীয়া কথাই মণিৰামৰ নোম এডালো লৰাব নোৱাৰিলে, বৰং, সকলো কথা গমিপিটি চাই জেন্‌কিঞ্চে নেলেখি নোৱাৰিলে :—

"ৰাজ্যশাসনৰ বাঘজৰীডাল মন্ত্ৰী মণিৰামৰ হাতভেই। পুৰন্দৰ সিংহৰ ৰাজ্যত কোনোবা এজন উগ্ৰবুদ্ধিৰ প্ৰতিভাশালী পুৰুষ আছে বুলি যদি স্বৰ্গদেৱে গৌৰৱ কৰিব পাৰে, তেন্তে মণিৰামক লৈহে কৰিব পাৰে।[১]

১. "The reigns of Government are held by the Minister Munceram, who is one of the few talented men of His Majesty can boast of, in his dominion—Jenkins's Journal of Upper Assam (Mss) —D. H. A. S., Assam, Gauhati.

ৰজা ভগাৰ লগে-লগেই মণিৰামৰ সকলো বিষয় লোপ পালে। চেৰেকাপাৰ, মেটেকা আৰু কোঞ্জৰপুৰ মৌজাকেইটা মাথোন তেওঁৰ নামত থাকিল। তাৰ বাবে তেওঁ মাহে ৫০্ টকা দৰ্মহা পাইছিল। প্ৰিঞ্চিপেল এচিষ্টেণ্ট ব্ৰডী চাহাবৰ লগত প্ৰায়ে তেওঁৰ ৰাহি নহাত আৰু সেই বিষয়ৰপৰা হোৱা উপাৰ্জনেৰে তেওঁৰ মান-সম্ভ্ৰম ৰক্ষা কৰিব নোৱৰাত মণিৰামে সেই কামো ইস্তাফা দিলে।

# অষ্টম অধ্যায়

## মণিৰামৰ কলিকতা-যাত্ৰা আৰু আসাম কোম্পানীৰ দেৱান হোৱা

**১৭৫৮ শকত মণিৰামৰ কলিকতা যাত্ৰা :** লগত সঁজাতী জনদিয়েকেসৈতে মণিৰাম বৰভণ্ডাৰ বৰুৱা ১৭৫৮ শকত খৰালি নাৱেৰে কলিকতালৈ যায়। যাওঁতে, গুৱাহাটী, গুৱালপাৰ, চিলমাৰী, পগলাটেক, কৰৈবাৰী, জঙ্গিলপুৰ, জিনৈ নদী, মুৰ্ছিদাবাদ, দেৱানগঞ্জ, চিৰাজগঞ্জ, ঢাকা আৰু বলৰামপুৰত থাকি জিৰাই গৈছিল। ঢাকাত দিনচাৰেক থাকি কোম্পানী আৰু বঙালী জমিদাৰসকলৰ নতুন দস্তুৰবোৰ বুজি লয়।[১] তাত থাকোঁতেই, অসমৰ লগত বহু কালৰপৰা বেহা-বেপাৰৰ সম্বন্ধ ৰাখোঁতা বিখ্যাত সাউদ জগৎ শেঠৰ বংশৰসৈতে মণিৰামৰ পৰিচয় হয়। জগৎ শেঠৰ ঘৰৰ এজনেই তেওঁক লগত লৈ গৈ কলিকতাত লাটুবাবুৰে সৈতে মণিৰামক অসমৰ ৰজা বুলি চিনাকি কৰি দিয়েগৈ। কলিকতাত তেতিয়া ধনী সম্প্ৰদায়ৰ ভিতৰত লাটুবাবুৱেই সৰ্ব প্ৰধান। আজি-কালি কলিকতাৰ বৌডন্ ষ্ট্ৰীটৰ ডাকঘৰ আৰু কোম্পানী বাগান য'ত আছে তাৰ সমুখতে লাটুবাবুৰ ঘৰ আছিল ; তাতে মণিৰাম আলহী হৈ থাকিবলৈ লয়।[২]

**লাটুবাবুৰ ঘৰত আলহী :** ৰামদুলালদেৱ সৰকাৰৰ দুই পুত্ৰ—বৰজনৰ নাম আশুতোষদেৱ বা সাতুবাবু আৰু সৰুজনৰ নাম

১. ১৮৩৮ চনৰ ১৫ মাৰ্চ তাৰিখে বহা লেণ্ড হল্ডাৰ্চ এচচিয়েচনৰ দেৱান ৰামচন্দ্ৰ ৰায়, দেৱান গঙ্গাগোবিন্দ গুপ্ত, কৃষ্ণৰাম বসুৰ লগত সাক্ষাত হয়।

২. নীলকুমুদ বৰুৱা ও: ইন্দীবৰ বৰুৱা।

প্ৰমথনাথদেৱ বা লাটুবাবু। লাটুবাবু—সাতুবাবুৰ ( চাতুবাবু ) সেইকালত ইমান প্ৰতিপত্তি আছিল যে এতিয়াও তেওঁবিলাকৰ নাম বঙালী-সমাজত জিলিকি আছে। মণিৰাম যেতিয়া তেওঁৰ তাত আলহী হৈ থাকেগৈ তেতিয়া তেওঁবিলাকৰ দুয়ো ভাই-ককাই যশস্যা-সম্পদৰ উচ্চ শিখৰত। আমেৰিকা পৰ্য্যন্ত তেওঁবিলাকৰ বাণিজ্য সম্পৰ্ক আছিল। তেতিয়া লাটুবাবুৰ ঘৰলৈ কলিকতীয়া বণিক সম্প্ৰদায়ৰ বিশিষ্ট লোকসকলৰ সদাই সমাগম হয়। পুৱা-গধূলি তেওঁৰ বৈঠকত দেশী-বিদেশী সাউদ বণিকবিলাকে বেহা-বণিজৰ কথা-বতৰা পাতেহি। অভ্যাগত মণিৰামে সোঁ হাতে ৰূপৰ ধেঁাৱা-খোৱা আৰু বাঁওহাতে সোণৰ ধেঁাৱা-খোৱাত (ঘুৰঘুৰি) ধপাত হুপি-হুপি তেওঁবিলাকে আলোচনা-কৰা কথাবোৰ গম্ভীৰ-ভাৱে শুনি থাকে। এদিন কথাই কথাই, এজন বঙালী ভদ্ৰলোকে মণিৰামক কুলৰ বাতৰি সুধিলে। উত্তৰত তেওঁৰ কুল কাইথ কাকতী বুলি ক'লে। বঙালীজনে ঘোষ, বসু, দত্ত, সেন এই পাঁচ খেল কায়স্থৰ কোন খেল কায়স্থ বুলি আকৌ সোধাত মণিৰামে তেনে কোনো খেলৰ উপাধি নাই বুলি ক'লে। এনেতে তাতে বহি থকা আন এজনে তেওঁৰ পিতৃৰ নাম সুধিলে। তেতিয়া তেওঁ পিতৃৰ নাম ৰামদত্ত দোলাখৰীয়া বৰুৱা বুলি ক'লে। ভাল মানুহৰ লগত শাৰী পুৰাবলৈ পোৱা যাবে-তাৰে গৌৰৱৰ কথা। মণিৰাম বৰুৱা ভাল মানুহ; অকল ভালেই নহয়, অসমৰ ৰজা বুলিও প্ৰসিদ্ধি আছে। এনেজন লোকক বঙালী-কায়স্থ বুলি মেৰাই ল'ব পৰাটো এজন বঙালীৰেই গৌৰৱ নহয়, গোটেই বঙ্গ-সমাজৰে গৌৰৱ। সেই-গুণে, সকলোৱে প্ৰস্তাৱ কৰি, শলাগি মণিৰামৰ পিতৃ ৰামদত্তৰ 'দত্ত' আখৰ দুটি একত্ৰাই একলীয়াকৈ থৈ মণিৰামক 'দত্ত' উপাধিৰে অলঙ্কৃত কৰি পেলালে। বঙালী-সমাজত পৰি মণিৰাম অসমীয়াৰ কাইথ কাকতী গুচি সম্পূৰ্ণৰূপে বঙালী 'দত্ত' হৈ পৰিলগৈ। তেতিয়াৰেপৰা বৰভণ্ডাৰ বৰুৱা মণিৰামে তেওঁৰ ৰজাঘৰীয়া উপাধিৰ

পিচত এই বঙ্গ-কুল-পৰিচায়ক নতুন উপাধিও লিখিবলৈ ধৰিলে। তেওঁকে দেখি, অসমৰ প্ৰায়বিলাক সম্ভ্ৰান্ত কায়স্থই দত্ত উপাধি ব্যৱহাৰ কৰিবলৈ ললে।[১]

**দত্ত উপাধি ব্যৱহাৰ কৰাৰ কাৰণঃ** এইদৰে, ন-কৈ দত্ত উপাধি লগোৱাৰ কাৰণ, বিশেষকৈ দুটা। এটা হৈছে—ভ্ৰান্ত ধাৰণাৰ বশৱৰ্তী হৈ থকা চৰ্কাৰী কৰ্মচাৰীবিলাকৰ আগত নিজক সম্ভ্ৰান্ত কায়স্থ কুলৰ বুলি পৰিচয় দিয়া আৰু সেইৰূপে পৰিচয় দি চৰ্কাৰী চাকৰিৰ সুবিধা উপভোগ কৰা। আমাৰ দত্তৰ স্বকীয়া আছিল যদিও, সেই সময়ত, বৃটিছ-কৰ্মচাৰীবিলাক বঙালীৰ নীতি-নিয়ম-ধাৰা-বিধিত ভোল গৈ আছিল। তেওঁবিলাকৰ বিশ্বাস আছিল যে অসমীয়া মানুহ বঙালীৰপৰাই ফাটি অহা। অসমৰ কমিছনাৰ জেন্‌কিঞ্চ চাহাবে অসমীয়াৰ ডাঙৰ মানুহকিলাকক বঙালী বুলিয়েই ধৰি লৈছিল। 'অসমবুৰঞ্জী' লেখক স্কুলসমূহৰ ইন্‌ছপেক্টৰ ৰবিনচন্‌ চাহাবেও সেই মতকে সমৰ্থন কৰি অসমত অসমীয়া ভাষা নচলাই বঙলা ভাষা চলাবলৈহে আমেৰিকা-দেশীয় পাদ্ৰী চাহাব-সকলেৰে থৈয়া-নথৈয়া তৰ্কবাদ কৰিছিল। জেন্‌কিঞ্চ-ৰবিন্‌চনেই সেই সময়ত অসমৰ হৰ্তা-কৰ্তা। গতিকেই, কোম্পানীৰ ঘৰত কাম কৰি আমোলা-মহৰি হ'বলৈ বাঞ্ছা কৰা সকলোৱেই তেওঁবিলাকে ভাল পাওক, এই বুলিয়েই মণিৰামৰ আৰ্হিতে দত্ত উপাধি লগাই লৈছিল।

ইটো হৈছে—আজিকালিৰ দৰে তেতিয়া ৰজাঘৰীয়া বৰুৱা-ফুকন আদি উপাধিবোৰে উত্তৰাধিকাৰী স্বত্ব লাভ কৰিব নোৱাৰিছিল। সেই গুণে, ৰাজঘৰীয়া বিষয়-বাব নোপোৱাবিলাকে, জাতত উচ্চ

১. ভগদত্ত ৰজাৰ দিনৰপৰাই আমাৰ দেশত ক্ষত্ৰিয় ৰজাসকলে মূল নামৰ পাচত 'দত্ত'টো লগাই লৈছিল। বাৰভূঞাসকলে সেই দত্তটোকে বহুদিনলৈকে ব্যৱহাৰ কৰিছিল। মণিৰামৰ দেউতাকৰ নামো সেই ৰূপেই ৰামদত্ত আছিল। (পঞ্জাবতো দত্ত উপাধি আছে) বাৰভূঞাৰ বুৰঞ্জী ; মনোহৰ দত্ত ভূঞা।

হ'লেও, নিজৰ খেলটোৰ কথাহে ক'ব পাৰিছিল ; নাইবা, আনক পৰিচয় দিওঁতে নিজৰ নামটো উকাকৈ লিখিব বা ক'বলগীয়া হৈছিল। এই দুটি কাৰণেতেই অসমত বঙালী বোলোৱা 'দত্ত' উপাধিয়ে পোখা মেলিবলৈ সুবিধা পালে।

**অসমীয়া চাহ-গছৰ প্ৰথম সন্ধান দিওঁতা :** লাটুবাবুৰ ঘৰতে এদিন ৰামকমল সেন নামেৰে এজন বঙালী ভদ্ৰলোকে মণিৰামক সাক্ষাৎ কৰেহি। এওঁ কলিকতাত থকা "ভাৰতীয় উদ্ভিদ অনুসন্ধান-সমিতিত" কাম কৰিছিল আৰু লৰ্ড বেণ্টিংকৰদ্বাৰাই গঠিত চাহ-অনুসন্ধান-কমিটিৰ লগত অসমলৈকো আহিছিল। অসমৰ হাবিত যে অপৰ্য্যাপ্ত চাহ-গছ গজি আছে, মণিৰামৰ নিচিনা চকুৱাল মানুহৰ মুখেই ৰামকমলে স্বয়ং শুনে। সেই কথাকে তেওঁ কলিকতীয়া চাহাব সম্প্ৰদায়ৰ মাজত প্ৰকাশ কৰেগৈ। গৱৰ্ণমেণ্টৰ উদগনি পাই চাহাববিলাকে জোঁটাশলীয়াকৈ অসমত চাহৰ বাৰী পাতি চাহ খেতি কৰিবলৈ অজস্ৰ ধন হাতত বান্ধি লৈ ভাবি আছিল— সেই ধন চাহ খেতিত মেলিলে জানোচা পানীত পৰে। বণিক সম্প্ৰদায় এনে দুই-নাও-দুই-ভৰি অৱস্থাত পৰি থাকোঁতেই ৰামকমলে মণিৰামক নি চাহাব-সাউদবিলাকৰ আগত ভেঁটাই দিয়েগৈ। মণিৰামৰ মুখৰপৰাই অসমত চাহ থকাৰ গজগজীয়া প্ৰমাণ পাই দুগুণ উৎসাহেৰে ইওৰূপীয় বণিক সম্প্ৰদায় অসমত চাহবাৰী পাতিবলৈ আগবাঢ়ি আহিল।[১]

**ডেপুটি গৱৰ্ণৰৰ লগত সাক্ষাৎ :** তেতিয়া লৰ্ড অকলেণ্ড ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল বা বৰলাট ; টমাছ কেম্পবেল ৰবাৰ্টছন বঙ্গদেশৰ ডেপুটি গৱৰ্ণৰ বা সৰুলীয়া লাট। পাচৰজন শাসন কৰ্ত্তায়েই পূৰ্বে সন্ধি কৰি পুৰন্দৰ সিংহক উজনি অসমডোখৰ লাল-বন্দীকৈ ৰাজত্ব কৰিবলৈ দিছিল। সেই সন্ধি-পত্ৰত এই কথা স্পষ্টকৈ

---

১: Tea in Assam—Samuel Baildon, 1877

লিখা আছিল যে যদি পুৰন্দৰ সিংহৰ সন্ধিৰ নিৰ্বন্ধবিলাক পালন কৰিব নোৱাৰে, তেন্তে তেওঁক গুচাই, হয় অইন এজনক ৰজা পাতিব, নহয় বৃটিছৰ নিজা দখললৈ সেই ৰাজ্য আনিব। পুৰন্দৰ সিংহই বছৰে বছৰে নিয়ম মতে কৰ শোধাব পৰা নাছিল—ইংৰাজ প্ৰতিনিধিয়ে এই অক্ষমতাকে ৰজাৰ চৰ্ত-লঙ্ঘন বুলি ধৰি লৈছিল। আৰু, এই হেতুকেই তেওঁক সিংহাসনচ্যুত কৰি দেশখন বৃটিছৰ খাচ দখললৈ নিয়া হৈছিল। বৃটিছৰ খাচ দখললৈ দেশ যোৱাটো মণিৰামে পেটে সমৰ্থিতে ভাল নেপাইছিল। সেই দেখি, তেওঁ ডেপুটি গৱৰ্ণৰৰ লগত দেখা-সাক্ষাৎ কৰি উক্ত প্ৰস্তাৱটি উত্থাপন কৰিবলৈ সংকল্প কৰিলে। গৱৰ্ণৰৰ আগত সকলো কথা 'পেছ' কৰি দিওঁতা বঙালী মুক্তিয়াৰৰ সহায় নহ'লে তেওঁৰ মনোভাব ব্যক্ত কৰা অসম্ভৱ যেন দেখি, লাটুবাবুৰ বৈঠকখানাতে কথাৰ গৰমিল হ'ল। কলিকতা হেন চহৰত মুক্তিয়াৰী কৰা বুদ্ধিমন্ত মানুহৰ কি অভাৱ! তেওঁ-বিলাকে বুদ্ধি সাজিলে বোলে লাট-ভৱনলৈ যাওঁতে অসম-ৰজা মণিৰামে পাল্কীৰ ভিতৰৰপৰা দুই হাতে ধন ছটিয়াই যাব। ছটিৱা ধন বুটলিবলৈ উৰীয়া মুতীয়াসকলে ওলাই আহি কিৰীলি মাৰিব আৰু সেই কিৰীলিয়েই লাটৰ দৃষ্টি আকৰ্ষণ কৰিব। তেতিয়াই লাটৰ আগত ভেঁটোৱা বিষয়াই "আছাম ৰজা"ৰ মান-সম্ভ্ৰম আৰু অৰ্থ-সম্পদ কিমান তাৰ সম্পৰ্কে পৰিপাটিকৈ বুজাই দিব পাৰিব।

**অসম-ৰাজবংশধৰ এজনক পুনৰ প্ৰতিষ্ঠাৰ প্ৰাৰ্থনা:** সেই বুদ্ধি-পৰামৰ্শমতেই মণিৰাম ওলাল ডেপুটি গৱৰ্ণৰ বা ভুৱলীয়া লাট চাহাবৰ ভৱনলৈ। যাওঁতে পাল্কীৰ দুয়ো কাষে ধন ছটিয়াই গ'ল। ধন বুটলিবলৈ অহা মানুহে ধন-বিলাওঁতাৰ পৰিচয় সোধাত সকলোৰে জনাজনি হ'ল যে সেইজন অসমৰ ৰজা-- লাট চাহাবক সাক্ষাৎ কৰিবলৈ আহিছে। সাক্ষাতত পুৰন্দৰ সিংহৰ লগত কৰা সন্ধিৰ একাদশ নিৰ্বন্ধলৈ উল্লেখ কৰিয়াই মণিৰামে সনিৰ্বন্ধে লাটক জনালে বোলে, পুৰন্দৰ সিংহক ৰজা ভাঙিলে, ভাঙিলে থাক; এতিয়া তেওঁৰ

ঠাইত তেওঁৰ বঙ্গহৰ আন এজনকে ৰজা পাতক। তাকো যদি নকৰে তেওঁকেই সেই ৰাজপদ দিয়ক। নিয়ম মতে কৰ পোৱাত লাট চাহাবে যদি আশঙ্কা কৰে তেন্তে তিনি বছৰৰ কৰ সেই মুহূৰ্তেই আদায় কৰি ল'ব পাৰে। এই মৰ্মে, মণিৰামে লাট চাহাবক অনুৰোধ কৰি বছৰি পঞ্চাচ হেজাৰ নিৰিখে তিনি বছৰৰ কৰ ডেৰ লাখ টকা তেতিয়াই দিবলৈ প্ৰস্তুত হ'ল।[১] ৰবাৰ্টছনে বুজাই-বৰাই ক'লে বোলে, দেশীয় মানুহৰ ওপৰত পুনৰ ৰাজ্যভাৰ ন্যস্ত কৰা গৱৰ্ণমেণ্টৰ উদ্দেশ্য নহয়। অৱশ্যে ৰজাৰ সমানে ক্ষমতা থকা আৰু দেশৰ উন্নতি কৰিবপৰা আন এটা বিষয় দিব পৰা হ'ব।

**আসাম কোম্পানীৰ দেৱান পদ গ্ৰহণঃ** ইষ্ট ইণ্ডিয়া কোম্পানীৰ আদৰ্শেৰে "আসাম কোম্পানী" নামে এটি চাহৰ কোম্পানী খোলাৰ প্ৰস্তাৱ চলিছে। সেই কোম্পানী পৰিচালিত হ'ব গৱৰ্ণমেণ্টৰদ্বাৰাই। দেশত শিল্প আৰু বেপাৰ-বাণিজ্যৰ চলাচল নথকা গুণেই, পুৰন্দৰ সিংহই আশা কৰা মতে ৰাজহ সংগ্ৰহ কৰিব নোৱাৰিলে। এই কোম্পানীৰ শ্ৰীবৃদ্ধি সাধন কৰিব পাৰিলে সৰ্ব-সাধাৰণ প্ৰজাৰ অৱস্থা ভাল হ'ব আৰু ক্ৰমান্বয়ে দেশৰ উন্নতি হ'ব। তেনেকুৱা এটা জনহিতকৰ অনুষ্ঠান পৰিচালনা কৰিবলৈ গৱৰ্ণমেণ্টক এজন মন্ত্ৰী বা দেৱান লাগে। সেই দেৱান বাবটিকে বৰভণ্ডাৰলৈ আগবঢ়োৱা হৈছে। যদি তেওঁ সেই উপযাচি দিয়া কামৰ ভাৰ লয় তেন্তে তেওঁ ৰজা হৈ যিবিলাক কাম কৰিব পাৰিব, ৰজাৰ দিনত তেওঁ যেনেকৈ সকলো কথাতে ৰজা আৰু গৱৰ্ণমেণ্টক মন্ত্ৰী বা দেৱান স্বৰূপে পৰামৰ্শ দিব লাগিছিল, দেৱান হ'লেও তেনেকৈ কোম্পানীৰ কৰ্মচাৰী আৰু গৱৰ্ণমেণ্টক পৰামৰ্শ দিব লাগিব। সকলো আগপাচ

* মণিৰামৰ লগত যোৱা মহোধৰ মুক্তিয়াৰে সেই বঙালী মুক্তিয়াৰজন ধৰি দিছিল।

১. চাৰিঙৰ হৰিপ্ৰসাদ দেৱানৰ মুখত শুনা কথা। চন্দ্ৰকান্ত সিংহই কৰা প্ৰতিশ্ৰুতিৰ লগত অলপ গৰমিল আছে। বঃ শঃ।

গুণি মণিৰাম 'আসাম কোম্পানী'ৰ দেৱান হ'বলৈ মান্তি হ'ল আৰু কেপ্টেইন জেন্‌কিঞ্চে তেওঁকেই উপযুক্ত লোক বুলি নিযুক্ত কৰাত "আসাম কোম্পানী"ও বৰ আশান্বিত হ'ল :—

"...... and the services of Muneeram the Dewan, appointed on the recommendation of Captain Jenkins, who is a man of wealth and consideration, and a native of Upper Assam, would be of the greatest utility in completing these arrangements".*

এই 'আসাম কোম্পানী, উজনি অসমৰ আটাইতকৈ বৃহৎ চাহৰ উদ্যোগ অনুষ্ঠান। আসাম কোম্পানীৰ লগত চাহৰ ইমান একৱাৰ নোৱৰা সম্বন্ধ যে চাহখেতি বুলিলেই "আসাম কোম্পানী"কেহে উজনি অসমৰ প্ৰায় মানুহেই বুজে। গৱৰ্ণমেণ্টৰদ্বাৰাই পৰিচালিত হোৱা বাবে ইয়াৰ নিয়ম প্ৰণালী গৱৰ্ণমেণ্টৰ দৰেই। উজনি অসমৰ সৰ্বসাধাৰণ লোকৰ আৰ্থিক অৱস্থা উন্নত কৰা আৰু সামাজিক মান ওপৰলৈ তোলাত "আসাম কোম্পানী"য়ে যি সাহায্য কৰিলে তাক কেতিয়াও নগণ্য বুলি ক'ব নোৱাৰি। গৱৰ্ণমেণ্টৰ সমানে ফেৰ মাৰি কাম কৰিবপৰা অনুষ্ঠান এটাৰ দেৱান হ'বলৈ পোৱাটো বা যোৱাটো সেই পোন-প্ৰথম অৱস্থাত নিশ্চয় ভাগ্যৱান বুলিয়েই ক'ব লাগিব। যিটো বস্তুৰ আৰকত মাদকতাৰ দোষ নাই, অথচ যাক পান কৰিলে চিত্ত পৰিতোষ হয় তেনে বস্তু চাহ। অকল সেয়েই নহয়, চাহ-শিল্পৰ এই বিৰাট অনুষ্ঠানটোৰ পৰাই অসম-গৱৰ্ণমেণ্টৰ একাল ৰাজহপ্ৰাপ্তি হৈছে; সেই চাহ-গছৰ উৎপন্ন-থলী হোৱা বাবেই বসুন্ধৰাৰ দুই গোলাৰ্দ্ধত অসমৰ নাম আজিও জিলিকি আছে। গতিকেই তাৰ আঁতি-গুৰিৰ বিষয়ে কিঞ্চিতমান উল্লেখ নকৰিলে আসাম কোম্পানীৰ দেৱান মণিৰামৰ কাৰ্য্যকুশলতা অপৰিস্ফুট হৈ থাকিব।

* Calcutta Board, "A History of the Assam Company."

# নৱম অধ্যায়

## 'আসাম কোম্পানী' আৰু কোম্পানীৰ দেৱান

চিংফৌ দেশৰ চাহৰ সম্ভেদ : অসম-ৰজা চন্দ্ৰকান্ত সিংহৰ লগত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ এজেণ্ট স্কটলেণ্ড দেশীয় ফিৰিঙ্গী, ভাৰতত ওপজা মেজৰ ৰবার্ট ব্রুচ ১৮২৩ চনত চিংফৌ দেশলৈ যাওঁতে, তাৰ ৰজা বিচাগামে তেওঁক দুজোপা চাহ-গছ ভেঁটী দিছিল আৰু তাৰ সলনি ব্রুচে তেওঁক ধঁপাত ভৰাই লোৱা বাজনা-টেমা এটি উপহাৰ দিছিল। কিন্তু, এই সময়তে মানে আমাৰ দেশত হুলস্থুল লগোৱাত ব্রুচে সেই গছ আনিব নোৱাৰিলে। চাহৰ সম্পৰ্কত, ৰবার্ট ব্রুচৰ নাম ইমানতে আধ্যা পৰিল। মানৰ উৎপাত গুচিল। দেশ বৃটিছৰ তললৈ আহিল। কর্ণেল ৰিচার্ডছ ৰংপুৰৰ অধিপতি হ'লহি। কর্ণেল চার্জন, চি. এ. ব্রুচ, নউৰিল, কাৰ কাপ্টান, চার্লটন, বিৰিম্‌ফিন্, বলোৰাম খঙ্গীয়া ফুকন আৰু তেওঁলোকৰ লগতে মণিৰাম দুৱৰা উজাই গ'ল চিংফৌ দেশলৈ। শদিয়াতে তেওঁবিলাক থাকিবলৈ ল'লে।

এদিন তেওঁবিলাকৰ বাহৰলৈকে বিচাগাম আহক। বিৰিম্‌ফিন্ চাহাবে ভাত-পানী খাই "ফানাপ" বুলি মাত লগাই উঠিল। চিংফৌৱে চাহপাতক যে "ফানাপ" বোলে সেই কথা মণিৰামে চাহাবক বুজাই দিয়ে। চাহাবে গামক ফানাপৰ পুলি গোটাদিয়েক খুজি পঠালে। গামে গুটি, পুলি, গছ এটাইবোৰ আনি চাহাবক দিলেহি। বিৰিম্‌ফিন্ চাহাবে সেই গুটি আৰু পুলি কুণ্ডিল নৈৰ

দাঁতিত থকা ছাউনীৰ ভিতৰতে ৰোৱাই থোৱালে। যি পাতৰ পানীয়ে ৰাগী নলগায়, অথচ, গা-মন ৰঞ্জিত-ৰঞ্জিতহে কৰায়, সেই পাতেই এই চাহ। এই চাহৰ কথা বেডিংফিল্ডৰ লগত যোৱা মণিৰামৰ মুখতে পোন প্ৰথম ওলায়। সেই গুণে, টিকক পাহাৰৰ ওচৰত থকা দোৱনীয়াবিলাকে বিৰিমফিন্* আৰু মণিৰামকে চাহ গছৰ আবিষ্কৰ্ত্তা বুলি কয়।[১]

**চাহ-কমিটি গঠন ঃ** চাহৰ গুটি পচায়েই বিৰিম্‌ফিন্ চাহাব ভটিয়াই যাবলগীয়া হয়, পাচত, খাছীয়াহঁতৰ হাতত তেওঁৰ অপঘাত মৃত্যু হয়গৈ। শদিয়াত থাকিল চি এ ব্ৰুচ আৰু চাৰ্লটন। ব্ৰুচ চাহাবে দাঁতিয়ে-কাষৰে অনুসন্ধান কৰি বহুত চাহৰ গছ পায়। তাৰে নমুনা স্বৰূপে কেইজোপামান গছ, গুটি আৰু কিছুমান পাত তেওঁ গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট ডেৱিদ স্কটলৈ পঠিয়ায়। ডেৱিদ্ স্কটে আকৌ সেই গছ আৰু গুটি পৰীক্ষাৰ কাৰণে কলিকতাৰ উদ্ভিদজ্ঞসকললৈ পঠিয়াই দিয়ে। তেওঁবিলাকে সেইবোৰ চাই ভাল বুলি কলাগিলে। কিন্তু, বহুতৰ মনত সন্দেহ হ'ল যে অসমত চাহ গছ লহপহকৈ গজাটো অসম্ভৱ—চীন দেশৰ চাহেইহে আচল আৰু উৎকৃষ্ট চাহ। সেই দেখি, তেতিয়াৰ গৱৰ্ণৰ জেনাৰেল লৰ্ড আমহাৰ্ষ্টে অসমত চাহ হোৱা বা অসমত চাহৰ খেতি কৰোৱা কথালৈ বৰকৈ মন-কাণ নিদিলে। ব্ৰুচে, ইপিনে কাকতে-পত্ৰই অসমত চাহখেতি কৰোৱাৰ বিষয়ে টানি লেখি থকাতো কৰ্ত্তৃপক্ষ-সকলৰ তালৈ দৃষ্টিপাত নহ'ল। লাহে লাহে ব্ৰুচ আৰু স্কটৰ কথা নিফুট মাৰিলেগৈ। মাৰিলে যদিও, লৰ্ড ৱিলিয়াম বেন্টিঙ্কৰ আমোলত কলিকতাৰ ইংৰাজ সদাগৰবিলাকে চীন দেশৰপৰা গুটি অনাই অসমৰ মাটিত পচাবলৈ স্থিৰ কৰিলে। অসমৰ মাটি আৰু জলবায়ু চাহ-

* বিৰিম্‌ফিনৰ আচল নাম বেডিংফিল্ড।

১. অসম বুৰঞ্জী—ৰংদৈৰ কুলনাথ কটকীৰ ঘৰৰ

গছৰ নিমিত্তে উপযোগী হয় নে নহয় তাক পৰীক্ষা কৰিবলৈ গৱৰ্ণমেণ্টৰদ্বাৰাই চাহ কমিটি এটি গঠন কৰোৱা হ'ল। সেই কমিটিৰ সভ্য ডাক্তৰ ৱালিচ, ডাঃ মেকলেণ্ড, ডাক্তৰ গ্ৰিফিথ্ আৰু বাবু ৰামকমল সেন আছিল অসমলৈ ; আৰু চীন দেশৰপৰা চীনা মানুহ আৰু চীনা চাহৰ গুটি আনিবৰ নিমিত্তে গৰ্ডন চাহাব গ'ল চীন দেশলৈ।

**চাবুৱা নামৰ অৰ্থ ঃ** ইপিনে, চাৰ্লটন আৰু ব্ৰুচে ন-দিহিঙৰ পিনে পিট্ পিটকৈ বিচাৰি হাবিৰ মাজত থকা ডবাডৰ চাহৰ গছ আবিষ্কাৰ কৰি জেন্‌কিঞ্চ চাহাবক জনালে। ব্ৰুচ বৰ উদ্যোগী আৰু সালচকুৱা আছিল। সেই নিমিত্তেই, গৱৰ্ণমেণ্টে তেওঁক চাহবাৰীৰ হৰ্তা-কৰ্তা পাতিলে। চীন দেশৰপৰা কুৰি হেজাৰ চাহগছৰ পুলি আৰু কেইটামান চাহৰ কামজনা চীনা মানুহ লৈ গৰ্ডন চাহাবো ঘূৰি ওলালহি।* সেই কুৰি হেজাৰ পুলিৰ ভিতৰত আঠ হেজাৰ পুলিহে মাথোন জীয়াই থাকিলগৈ। পোন প্ৰথমেই গৱৰ্ণমেণ্টে যিডোখৰ ঠাইত চাহ ৰোৱাই চাইছিল সেইডোখৰ ঠাইকে পাচত চা-বুৱা ( চাহ-বোৱা ) বোলা হ'ল। জীয়াই থকা আঠ হেজাৰ পুলি ব্ৰুচৰ তত্ত্বাৱধানত ৰুবলৈ দিয়া হ'ল। কিন্তু, বোৱা মানুহৰ দোষতেই হওক বা চাওঁতাৰ দোষতেই হওক তাৰ এটি পুলিও জীয়াই নেথাকিল।

চাহ-খেতিটো পোন-প্ৰথমে গৱৰ্ণমেণ্টে নিজৰ তত্ত্বাৱধানতেই কৰিবলৈ লৈছিল। কেপ্টেইন জেন্‌কিঞ্চ্ কমিছনাৰৰ ইচ্ছা আছিল—গৱৰ্ণমেণ্টে যেন চাহখেতি কৰি বজাৰত চীনা চাহৰ ঠাইত অসমীয়া চাহৰ ঠাই আছে বুলি বাট দেখুৱাই দিয়ে আৰু যেন সেই খেতিত লাগিবলৈ গৱৰ্ণমেণ্টে বৃটিছ জনসাধাৰণক সুবিধা আৰু উৎসাহ দিয়ে। চাহ-কমিটিৰো সেই উদ্দেশ্যই আছিল। কমিটিৰ সভ্যসকলে স্পষ্টকৈ কৈছিল, "গৱৰ্ণমেণ্টে পৰীক্ষা কৰি চাবৰ নিমিত্তে কৰা চাহৰ খেতিটো

* এওঁ পাচত মণিপুৰৰ পলিটিকেল এজেণ্ট হৈছিল।

ভাল যেন দেখিলে আমাৰ ৰাইজক ( ইংৰাজক ) বিশ্বাসতে এই কাৰবাৰ হাতত ল'বলৈ আহ্বান কৰিব লাগিব। চাহৰ খেতিটো লাভজনককৈ কৰিব পাৰিলে অসম দেশখনকো সভ্যতা আৰু উন্নতিৰ বাটত বহুত আগুৱাই নিব পৰা হ'ব, ভাৰতবৰ্ষৰ আয় বৃদ্ধি কৰিব পৰা হ'ব আৰু গ্ৰেটবৃটেনৰ ব্যৱসায়-বাণিজ্যয়ো শ্ৰীবৃদ্ধি লাভ কৰিব।

**চাহবাৰী পতাৰ গুপ্ত উদ্দেশ্য ঃ** তেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্তৃপক্ষসকলৰ দৃঢ় বিশ্বাস আছিল যে "ভাৰতবৰ্ষত বৃটিছ জাতিৰ পঞ্জা দৃঢ়তৰ কৰিবলৈ হ'লে ভাৰতৰ ভিতৰত বৃটিছৰ উপনিবেশ বা পাম পাতিব লাগিব। ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাৰ্টাৰখন নতুন কৰিবৰ সময়ত বিলাতৰ পাৰ্লিয়ামেণ্টতো এই মৰ্মে আলোচনা হৈছিল যে ভাৰতত ইংৰাজৰ স্থিতি শিপা নোহোৱা এজোপা বট বৃক্ষৰ নিচিনা। সেই স্থিতি শিপাৰে সৈতে ছাটি ধৰাই নিকপকপীয়া কৰিবলৈ হ'লে ভাৰতবৰ্ষত ঠাই বুজি-বুজি গ্ৰেটবৃটেনৰ মানুহ বহুৱাব লাগিব।"* দূৰদৰ্শী বৃটিছ-ৰাজনীতিবিদৰ এনে অভিমতকে অনুসৰণ কৰি জেন্‌কিন্সে অসমত ইংৰাজৰ পাম পাতিবলৈ সংকল্প কৰিলে ; এই সংকল্প সিদ্ধিৰ অৰ্থে তেওঁ অসমৰ মাটিত চাহখেতি কৰিবলৈ ইংৰাজৰ বণিক সম্প্ৰদায়ক আহ্বান কৰিলে। আহ্বানৰ লগে-লগেই বিলাতৰ সম্ভ্ৰান্ত লোকসকলে চাকি চাবৰ নিমিত্তে নমুনা স্বৰূপে চৰ্কাৰী চাহবাৰীৰপৰা বাৰ পেৰা চাহপাত পঠিওৱা হ'ল। সেই চাহৰ জুতি লৈ সিবিলাকে বৰ তৃপ্তি লাভ কৰিলে। অসমৰ চাহ যে উত্তম, সেইসকলৰ তৃপ্তিয়েই তাৰ পৰিচয়। ভাৰত-গৱৰ্ণমেণ্টৰ সহায়, আশ্বাস আৰু বৃটিছ বণিকসকলৰ অভয় উদগনি পাই লণ্ডনতে ধনী সম্প্ৰদায়ে অসমত বুটীয়াকৈ চাহখেতি কৰিবলৈ অংশত ৫০০ টকাকৈ দহ হেজাৰটা অংশ কৰি

* Military colonisation as a reserve for India—
Major General D. J. F. NEWALL.

"আসাম কোম্পানী" নাম দি এটি বিৰাট চাহৰ কোম্পানী খুলি পেলালে। বিলাতত কোম্পানী খোলাৰ লগে-লগে কলিকতাতো অসমত "সোণ খানিবলৈ" তোলপাৰ লাগিল।

**"আসাম কোম্পানী"ৰ ডাইৰেক্টৰসকল:** সেই উদ্দেশ্যে কলিকতাতো "আসাম কোম্পানী" বুলি এটি কোম্পানী খুলি এইকেইজন সভ্যৰে এখনি পৰিচালক সমিতি বা ডাইৰেক্টৰ বৰ্ড গঠন কৰা হ'ল :—

১। টি ডিকেনচ্—T. Dickens.
২। জে পেটোল—J. Pattle.
৩। দ্বাৰকনাথ ঠাকুৰ।
৪। ডব্লিউ প্ৰিঞ্চেপ—W. Princep.
৫। জে বিচাৰ—J. Beecher.
৬। জি ৰেমফ্ৰী—G Remfry.
৭। জে কলহাম—J. Coloquham.
৮। এ ডি এচ লাৰ্পেণ্ট—A. D. S. Larpent.
৯। এইচ হলৰইড—H. Halroyd.
১০। মতিলাল শীল।
১১। প্ৰসন্ন কুমাৰ ঠাকুৰ।

যিমান সোনকালে পৰা যায় সিমান সোনকালে অসমত চাহবাৰী পাতিবলৈ এওঁবিলাকৰ মাজত উখল-মাখল লাগিল। লাগিলহে লাগিল, এই উখল-মাখলৰ মাজতে এটা "কিন্তু" আহি সোমালহি।

**মণিৰামৰ দ্বাৰাই কোম্পানীৰ ডাইৰেক্টৰসকলৰ সংশয় ছেদ:** "কিন্তু"টো হৈছে এই—অজস্ৰ ধন সংগ্ৰহ কৰি অসমৰ হাবিত খৰচ কৰিলে জানোচা লাভ হওক ছাৰি মূলৰেই পৰালি পৰেগৈ, জানোচা গৰ্ডন চাহাবে চীন দেশৰপৰা আনি পুলি বোৱাৰ দশাই হয়গৈ। এইদৰে, কলিকতাৰ বণিক সম্প্ৰদায় দোধোৰ-মোৰত

পৰি কথন-মথন কৰি থাকোঁতেই মণিৰাম বৰুৱা উপস্থিত। ডাইৰেক্টৰ-সকলে এনে গুণা-গঁথা কৰি থকা দেখি তেওঁ জনালে বোলে অসমৰ হাবিয়ে-বননিয়ে চাহ-গছ গজি আছে।* চাহৰ খেতিত ধন লগালে মূল কেতিয়াও মৰা নপৰে। একেজন মাত্র জনা-বুজা প্রভাব-প্রতিপত্তিশালী পুৰুষ মণিৰামৰপৰা এনে নির্ভৰযোগ্য আশ্বাস পাই তেওঁবিলাকৰ মনত দুগুণ উৎসাহে থিত দিলে আৰু ডাইৰেক্টৰ-সকলে দহ হেজাৰ অংশ বঢ়াই লাখ টকা তুলিবলৈ স্থিৰ কৰিলে। এই টকাৰে ১৮৩৯ চনৰ পহিলা জুনৰপৰা কোম্পানীয়ে চাহ-খেতি সম্পর্কে কার্য্য আৰম্ভ কৰিবলৈ হাতত ল'লে। বিলাতৰ কোম্পানা আৰু কলিকতাত গঠন কৰা কোম্পানী দুয়োটাকে চামিল কৰিবলৈ গৱর্ণমেণ্টৰ ওচৰত অনুমতি বিচৰা হ'ল। সেই অনুমতিৰ আদেশ নহালৈকে স্থানীয় গৱর্ণমেণ্টে এইবোৰ চর্ত্তত 'আসাম কোম্পানী'ক অসমত চাহ-বাৰী পাতি চাহৰ কুঠী বহুৱাবলৈ আদেশ দিছিল :—

**"আসাম কোম্পানী"ক দিয়া পট্টাৰ চর্ত্ত :** (১) কেপ্টেইন ৱেটচ্ (Vetch)অৰ অনুমোদন অনুসৰি বুঢ়ী দিহিঙৰ উত্তৰে কোম্পানীৰ কর্মচাৰী আৰু বনুৱাক ধান খেতি কৰিবলৈ যিমান মাটি লাগে সিমান মাটিহে কোম্পানীয়ে পট্টা কৰাই ল'ব পাৰিব। সেইদৰেই, সকলো ঠাইতে স্থানীয় কর্তৃপক্ষৰ অনুমোদন অনুসৰিহে কোম্পানীয়ে মাটি পাব।

(২) টিংৰাই নৈৰ উত্তৰে-দক্ষিণে কোম্পানীৰ দেৱানেহে মটকৰ দেশৰপৰা চাহপাত গোটাব আৰু কিনিব পাৰিব।

* Others say that various merchants in Calcutta were discussing the chance of imported Chinese (tea) seed thriving in Assam, when a native from the province present, seeing some tea seed said, "We have the plant growing wild in our jungles." This was Moneeram Dewan the first native next to the then Raja of Assam—a very rich man with plenty of local influence."—Tea in Assam, Samual Baildon, 1877.

(৩) চাহ-খেতিৰ নমুনা চাবৰ নিমিত্তে কোম্পানীৰ কৰ্মচাৰী-বিলাকে এক তৃতীয়াংশ দৰমহা অন্যূন মাহে ১০০০৲ টকা গৱৰ্ণমেণ্টলৈ থ'ব লাগিব।

(৪) কোম্পানীয়ে পট্টা পোৱা মাটিত আফু-খেতি কৰিব নোৱাৰিব।

(৫) গৱৰ্ণমেণ্টে নিযুক্ত কৰা দেৱানৰ যোগে পোৱা সকলো মালৰ দাম কোম্পানীয়ে দিব লাগিব।

(৬) হাবিত গজি থকা জংগলী চাহ-গছৰ ওপৰতহে কোম্পানীৰ এক্তিয়াৰ থাকিব।

(৭) কোনো আবাদ নোহোৱা বা পতিত মাটি কোম্পানীয়ে পাব নোৱাৰে। কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট আৰু ডাক্তৰৰ বঙলা আদি সাজিবলৈ একোডোখৰ মাটি পাব।

(৮) মাটি-বাৰীৰ বিষয়ে পৰামৰ্শ দিবলৈ গৱৰ্ণমেণ্টৰ পক্ষৰপৰা এজন দেৱান থাকিব।

**মণিৰাম আসাম কোম্পানীৰ দেৱান ঃ** আগেয়েই এই দেৱান কামৰ বাবে কেপ্টেইন জেন্‌কিন্সেও মণিৰামকে ল'ব লাগে বুলি 'আসাম কোম্পানী'ক কোৱা আছিল। নিজৰ ইচ্ছা, জেন্‌কিন্সৰ শলাগ আৰু কোম্পানীৰ সমৰ্থন পাই ১৮৩৯ চনৰ জুন মাহত মণিৰাম আসাম কোম্পানীৰ দেৱান হ'ল। মণিৰামৰ নিচিনা প্ৰতিপত্তিশালী আঢ্যৱন্ত লোক এজনক পাই আসাম কোম্পানীয়ে দুগুণ উৎসাহেৰে চাহবাৰী পাতিবলৈ ধৰিলে। ১৮৩৯ চনৰ জুন মাহত গড়গাঁও নগৰৰ ভিতৰতে আসাম কোম্পানীৰ কুঠী বা সদৰ অফিচ পতা হ'ল। তাতে হাট-বজাৰো বহুৱা হ'ল, সেই বছৰৰ শেহ মাহ ডিচেম্বৰলৈকে জে ডব্লিউ মাষ্টাৰ্চ নামৰ কুঠীৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল। পুৰন্দৰ সিংহৰ দিনত চিৰস্তাদাৰ বৰভণ্ডাৰ বৰুৱা থাকোঁতে মণিৰামৰ যিবোৰ কাম আছিল, এতিয়াও প্ৰায় সেইবোৰকে কৰিবলগীয়া হ'ল। মাটি-বাৰীৰ পৰামৰ্শ দিয়াৰ উপৰিও কমিছনাৰ জেন্‌কিন্সৰ

পৰামৰ্শ অনুসৰি তেওঁ কোম্পানীৰ সকলো কামতে চকু দিবলৈও এক্তিয়াৰ পালে। কোম্পানীয়ে ক'ত ক'ত বাগিচা খোলে, ক'ত ক'ত মাটি লয়, কি কামত কিমান টকা খৰচ কৰে তাৰ তদাৰক কৰিব লাগিছিল তেওঁ। কোম্পানীয়ে গৱৰ্ণমেণ্টৰ হৈ মাহে যি হেজাৰ টকা খৰচ কৰিবলগীয়া চৰ্ত্ত আছিল, তাক পালন কৰা হৈছিল নে নহৈছিল তাকো চোৱাৰ ভাৰ পৰিছিল মণিৰামৰ গাতেই। এইবোৰৰ উপৰিও, কলিকতাৰপৰা অনা বাগিচাৰ মালবস্তুৰ হিচাপ ৰাখিব লাগিছিল আৰু কুলীক নগদ দাম লৈ বস্তু যোগাব লাগিছিল।

**"আসাম-কোম্পানী"ৰ প্ৰথম চাহবাৰী ঃ** গড়গাঁও কাৰেঙৰ সমুখতে ২১৩ একৰ মাটিত "আসাম কোম্পানী"ৰ পোনপ্ৰথম চাহবাৰী পতা হয়। দিখৌমুখত এলেক্‌জেণ্ডাৰ নামে এজন চাহাব ৰাখি তাতো এডোখৰ চাহতলী উলিওৱা হৈছিল। সৰু চৰগুৱাতো* চাহপুলি ৰোওৱা হৈছিল।* পাচত, দিখৌমুখ দ ঠাই গুণে, তাত চাহৰ খেতি গুচাই ধান-খেতি কৰোৱা হ'ল।† গড়গাঁৱৰ দক্ষিণে, নাজিৰা। নাজিৰা ওখ ঠাই। গড়গাঁও নগৰৰ ভিতৰত থকা ৰজাদিনীয়া পকী ঘৰৰ ইটাবোৰ একুৱাই নি কোম্পানীৰ অফিচ ঘৰ আদি সজোৱা হ'ল।১ গড়গাঁও নগৰৰ তাবৎ মাটি পট্টা লগাই

* চেৰেগুৱা বা ছেৰেকুৱা।

* শৈলেন্দ্ৰ প্ৰসাদ বৰুৱাৰ বজাবাৰী বাগিচাখনেই, এই চৰগুৱাৰে এক অংশ। ইয়াতে এসময়ত বাস কৰিছিল চুডাংফা বা বামুণী কোঁৱৰ।

† Which was submerged during the floods of 1878 for about a month & nearly destroyed. Subsequently it was abandoned—The Asian Sporting Newspaper July 10, 1888.

১. "The old palace surrounded by high mud wall is in very good preservation, though it is entirely overgrown with jungle. A good horse and elephant-road leads to it from the station of Seebsaugar, and is continued about a quarter of a mile further to the Ghat upon the Dikhow, opposite to the

কোম্পানীক দিয়া হৈছিল যদিও, কাৰেং ঘৰটো আৰু ওচৰত থকা অইনবোৰ ৰজাদিনীয়া ঘৰ দিয়া নহৈছিল। কিন্তু, গৱৰ্ণমেণ্টৰ প্ৰবল সহানুভূতি দেখি 'আসাম কোম্পানী'ৰ চুপাৰিণ্টেণ্ডেণ্টকে মুখ্য কৰি সকলো চাহাবেই ধৰি লৈছিল যে কাৰেং ঘৰটিও তেওঁবিলাকৰ অফিচৰ কাম-কাজ চলাবলৈ পাব। এই অনুমানৰ ওপৰত ভিৰ দিয়েই চাহ-বাৰী চলাওঁতাসকলে গড়গাঁৱৰ ভিতৰত থকা অইন অইন মাটিও পট্টা কৰাই লয়।

**অসমীয়াৰ মাজত চাহ চলোৱাৰ উপায়ঃ** জাকৰা দেশ ইংলণ্ডতহে চাহৰ বিশেষ আৱশ্যক। আমাৰ দেশৰ সৰ্বসাধাৰণে তাক ব্যৱহাৰ কৰাৰ বিশেষ প্ৰয়োজন নাছিল। বিলাতত চাহৰ দামো যথেষ্ট। কিন্তু, চাহবাৰীত কাম কৰিবলৈ সেই কালত বনুৱা নাই বুলিলেই হয়। অসমীয়া মানুহে কেতিয়াও চাহবাৰীত কুলী কাম নকৰেগৈ। গতিকে, ঠাইতে, চাহনিত কাম কৰিবলৈ মানুহ পাবলৈ হ'লে, সকলোকে চাহৰ জুতি লগোৱাব লাগিব, আৰু চাহৰ জুতি পালেই সকলোৱে সাধাৰণ লাগতিয়াল খোৱা বস্তু চাহৰ সলনি সলাবলৈ আহিব। চাহ সলাব পাৰিলেই চাহৰো চলন্তি, হ'ব আৰু চাহবাৰীত কাম কৰিবলৈ মানুহো পোৱা হ'ব। এইবোৰ আগ-পাচ ভাবিয়েই গড়গাঁও নগৰৰ ভিতৰতে এখনি হাট বহুৱা হ'ল। তাত কোম্পানীৰ মানুহে চাহপাত বেহাইছিল আৰু আমাৰ মানুহে ধান-চাউল, শাক-পাচলি আদি খোৱা-বস্তুৰে সেই চাহৰ পাত সলাইছিল।

station of Nazira.. ...perhaps too much money has been spent on repairs of brick work, removal of rubbish & collecting old bricks······There are two substantial square buildings wich will answer very well for godowns and possibly about five lakhs of good bricks available, of which 60,000 have been collected and 100,000 of broken pieces are being converted into excellent Soorkis. —*Masters*

**দেৱানৰ দৰ্মহা ঃ** চুপাৰিণ্টেণ্ডেণ্ট মিঃ মাষ্টাৰ্চৰ বাহিৰে 'আসাম কোম্পানী' কুঠীত তেতিয়া প্ৰায় ২৫ জন বৃটিছ কৰ্মচাৰী আছিল। সেই কেউজনে মণিৰাম দেৱানতকৈ দৰ্মহা তাকৰ পাইছিল। বুক কীপাৰ মিঃ ৰে ( Ray ) আৰু নাজিৰাৰ প্ৰধান এচিষ্টেণ্ট মিঃ গ্ৰেজ চাহাবেহে মাথোন তেওঁতকৈ অলপ বেচি দৰ্মহা পাইছিল। পোনেই দেৱানে মাহে ৬০০ টকাকৈ দৰ্মহা পাইছিল। দুবছৰ মানৰ মূৰত দুজন দেৱান হোৱা হ'লত মাহে ২০০লৈ কমোৱা হ'ল।

**আসাম-কোম্পানীৰ প্ৰথম বাগিচা গাভৰু পৰ্বত ঃ** মাষ্টাৰ্চ চাহাবে চাহবাৰী পতা সম্পৰ্কে বৰভণ্ডাৰী মণিৰাম দেৱানৰ দিহা-পৰামৰ্শ, বুদ্ধি-ভৰসা নোলোৱাকৈ নিচেই কমহে আগবাঢ়িছিল। মণিৰামে আঙুলিয়াই দিয়ামতেই জয়জয়তে লিগিৰী-পুখুৰী আৰু গাভৰু পৰ্বতত চাহবাৰী পতা হয়। তাৰ পাচত ; ক্ৰমান্বয়ে সাতসৈয়া, হাতীপটি, গেলেকী, কছাৰী-পুখুৰী, থাওৰা, ৰুকাং হাবি, দেওপানী আদি অন্যান্য ঠাইত চাহৰ খেতি বহলোৱা হয়। "আসাম কোম্পানী"ৰ আদি অৱস্থাত চাহবাৰী পতা, চাটগাঁও, ঢাকা, ৰংপুৰৰপৰা কুলী-মালী অনা আৰু স্থানীয় অফিচ আদি চলোৱাত ১৮৩৯ চনৰ জুন মাহৰপৰা ৩১ ডিচেম্বৰলৈকে ১৮৯৯৭৮।৵৮ পাই খৰচ হৈছিল। নাজিৰা কুঠীৰপৰা চলোৱা এই জমা-খৰচৰ চাবিটো বা সঁচাৰ কাঠীটো আছিল গৱৰ্ণমেণ্টৰ তৰফৰ দেৱান বৰভণ্ডাৰী মণিৰামৰ হাতত।*

* "I find the Native Deptt. of the office is in the most beneficial state under the excellent direction of Muneeram, whose intelligence and activity is of the greatest value to our establishment. There is not a question regarding expenditure or return which he is not ready to answwar from book in the most satisfactory manuer. The marts which he is establishing at and around our location, will, he declares,

চুপাৰিণ্টেণ্ডেণ্টৰপৰা আৰম্ভ কৰি এপ্ৰেণ্টিচ বা উমেদাৰী কৰা চাহাবৰবিলাকলৈকে আটাইৰে দৰমহাৰ বিলবোৰ, আদি অৱস্থাত, দেৱানৰদ্বাৰাই সংশোধিত বা অনুমোদিত হৈ যাব লাগিছিল। হাৰ্ট নামেৰে এজন চাহাবৰ 'বিল' এখন নামঞ্জুৰ কৰা বাবে চাহাবৰ লগত দেৱানৰ দুৰ্বাদল কাজিয়া লাগে। কোম্পানীৰ আন এজন চাহাব এলেক্‌জেণ্ডাৰৰ লগতো কথাৰ সংঘৰ্ষ হয়। গৱৰ্ণমেণ্টৰ মনোনীত ক্ৰচ চাহাবৰ লগতো মতান্তৰ ঘটে। আগৰ দুজন কৰ্মচাৰীৰ লগত লগা কাজিয়াৰ সূত্ৰটো সঁচাকৈয়ে বৰ আমোদজনক।

**দেৱানৰ অৰ্জুনৰ গুৰিৰ ঘৰ :** তেতিয়া মণিৰাম দেৱানৰ ঘৰ আছিল বৰ্তমান শিৱসাগৰ নগৰৰ পছিমে অৰ্জুনৰ গুৰিত। তাৰ ওচৰতে নগৰৰ কেঞাপটি, পুলিচৰ থানা, চক বজাৰ, পাদুৰী চাহাবৰ ছপাখানা—য'ত "অৰুনোদই" ছপা হৈছিল, আৰু দেশী পল্টনৰ ছাউনী আছিল। দেৱান কাম কৰোঁতে মণিৰামে নাজিৰাত নিজা ঘৰ-বাৰী কৰি হৈছিল। সেই ঘৰ আছিল ধোদৰ আলিৰ দাঁতিত (এতিয়া য'ত কৈৱৰ্ত গাঁও আছে)। শনিবাৰে-শনিবাৰে প্ৰায়েই তেওঁ অৰ্জুনৰ গুৰিৰ ঘৰলৈ আহে। আহোঁতে বাটতে মঠীয়াছিগা পাই আছে। এই মঠীয়াছিগাতে হৰলুকী মায়া জনা পানীফুকনৰ ঘৰৰ হৰকান্তৰ নিবাস। এৱেঁই এসময়ত গমধৰ কোঞৰৰ সতীৰ্থ হৈ ইংৰাজক খেদিব খুজিছিল। এওঁ মন্ত্ৰৰ বলেৰে চাই থাকোঁতেই চকুৰ আগতে নাইকিয়া হ'ব পাৰিছিল। গাতও যথেষ্ট বল-বিক্ৰম আছিল। পানীফুকন দেৱানৰ পৰম মিত্ৰ;

become of considerable importance. "Willam Princep went on to say that Muneeram assured him that on an annual investment of Rs. 50,000/- he would safely calculate 20 p/c. at the Co's profit in Barter"—William Princep in his visit in 1841—A HISTORY OF THE ASSAM CO.—H. A. ANTROBUS.

দুয়ো সখি। নাজিৰাৰপৰা আহোঁতে দেৱানে পানীফুকনক লগ নোপোৱাকৈ নাহে। দেৱানে তেওঁৰ আগত ইংৰাজ জাতিৰ বুদ্ধি আৰু সাহসৰ কথা প্ৰায়েই কয়। পানীফুকনে হ'লে ইংৰাজৰ নামত খেৰ এডালিও নিদিয়ে। দুইজনৰ বন্ধুত্বৰ মাজত এই ফেৰাই প্ৰভেদ যে দেৱানে পানীৰ তলৰ কাঁইট চাই জাঁপ মাৰিব খোজে আৰু পানীফুকনে দুৰ্দম্য সাহসৰ বলেৰে সেই কাঁইট মহটিয়াই নিব খোজে। তথাপি, দুয়ো-দুয়োকো অতি বিশ্বাস কৰিছিল। মণিৰামে কেই-টোপোলা ধন ঘৰলৈ আনিছিল তাকো পানীফুকনৰ আগত নোকোৱাকৈ নোৱাৰিছিল।

**হাৰ্ট চাহাবৰ লগত দেৱানৰ কাজিয়া :** আসাম কোম্পানীত হাৰ্ট (Hart) নামেৰে যিজন এচিষ্টেণ্ট বা সহকাৰী আছিল তেওঁ খাই-বৈ মাহে ১৫০৲ টকা দৰ্মহা পাইছিল। ১৮৪০ চনত তেওঁ চিঙ্গাপুৰৰপৰা কিছুমান চীনা কুলী লৈ আহিছিল। সেইবোৰ কুলী "আসাম কোম্পানী"ত কাম কৰা ডাঃ লাম্‌কোৱা চীনা চাহাবৰ তত্ত্বাৱধানত আছিল। কুলীবোৰ আহোঁতে পাবনাত, আন চীনা আৰু ভাৰতীয় কুলীৰ লগত সিহঁতৰ কাজিয়া লাগে। মৰামৰি কৰি ভালেমান মানুহও মৰে। ৫৭টা চীনা কুলী বন্দী কৰি থোৱা হয়। কিন্তু, আদালতত বিচাৰ কৰাত সিহঁতৰ গাত দোষ পোৱা নগ'ল, গতিকেই সিহঁত মুক্ত হ'ল। এই মৰামৰিৰ ফলত কোম্পানীৰ ৩০,০০০ টকা ভৰণি হয়। শুদা মুখকেইখন লৈ দুজন চাহাবে সৈতে হাৰ্ট চাহাব নাজিৰা ওলায়হি।* কিছুদিনৰ পিচত, হাৰ্টে দৰ্মহা আৰু সেই কুলী অনা খৰচৰ বিল দাখিল কৰে। দেৱান মণিৰামে বিলখন মঞ্জুৰ নকৰিলে। বৰং ভৰণি টকাৰ নিমিত্তে চাহাবৰ ওপৰত দাবীহে কৰিলে। সেই কথাতে হাৰ্ট আৰু মণিৰামৰ তৰ্কবিতৰ্ক হ'ল। পোন প্ৰথমৰ দিনা দেৱানে চাহাবক একো নকৈ ঘৰলৈ বুলি আহি মঠীয়াছিগা পালেহি। তাতে, তেওঁ

* Report of the Assam Company.

হৰকান্ত পানীফুকনৰ আগত ক'লেহি, "ফিৰিঙি এটাৰ ইমান সাহ ! সি মোক কুকুৰ পোৱালি, গাহৰি পোৱালি" বুলি গালি পাৰে ! তাক আৰু বন্ধু কি চাই থাকিম ?" পানীফুকনে কথাটো গমি চাই সেইদিনা একো উত্তৰ নিদি তেওঁক অৰ্জুনৰ গুৰিৰ ঘৰলৈ যাবলৈ ক'লে ; আৰু ঘূৰি যাওঁতে তেওঁৰ তাত সোমাই যাব লাগে বুলি দঢ়াই-দঢ়াই কৈ পঠিয়ালে। সেই অনুসৰি, দেৱানে ঘৰৰপৰা ঘূৰি নাজিৰালৈ যাওঁতে তেওঁৰ তাত সোমাই তেওঁক মাত লগালেগৈ। পানীফুকনে ক'লে, "বন্ধু আজি ময়ো যাওঁ। চাহাব বহি থাকোঁতে তুমি গোঁ-গোঁ-কৰে ভিতৰলৈ সোমাই যাবা, আৰু, চাহাবে যদি কিবা টান কথা কয় তুমি পোনেই লাগিবাই। অকলে যদি বলে নোৱাৰাঁ "এৰা মন্ত্ৰ-দাং লৈছোঁ", বন্ধু আহাঁ বুলি মাত দিবাঁ, দাঙেৰে মৰিয়াই তাৰ মুৰৰ লাওখোলা গুড়িকৈ পেলামগৈ।"†

আলচা মতেই কাম হ'ল। দেৱান অফিচত সোমালগৈ। তিন দিনৰপৰা চাহাব খঙত ঘৃতাগ্নি হৈ আছে। দেৱানক দেখিয়েই তেওঁ জাল মাৰি ডাল লৈ "মোৰ দৰ্মহাত কিয় লেকেচ্-কেচ্ কৰিব" বুলি খেদা মাৰি গ'ল। মণিৰামে চাহাবক গৰা মাৰি ধৰিলে। পানীফুকনক ইঙ্গিত দিয়াত, তেওঁ মন্ত্ৰপুত ডাঙেৰে চাহাবক একে মাৰেই বগৰাই পেলালে। শিৱসাগৰ আদালতত দেৱানৰ বিৰুদ্ধে মোকৰ্দমা হ'ল। কিন্তু সাক্ষী-প্ৰমাণৰ অভাৱত মোকৰ্দমা ঋজুৱেই নহ'ল, দেৱানৰ নিৰ্দোষিতা প্ৰমাণ হ'ল। আদালতত নিৰ্দোষী বুলি অব্যাহতি পালে যদিও, সেই চাহাব আৰু কোম্পানীৰ অন্যান্য শ্বেতচৰ্মীসকলৰ কুষাৰিৰপৰা তেওঁ অব্যাহতি নেপালে।

**এলেক্জেণ্ডাৰৰ লগত তৰ্থিয়াতৰ্থি :** এই দৰেই, দিখৌমুখৰ এলেক্জেণ্ডাৰৰ লগতো মণিৰামৰ তৰ্থিয়াতৰ্থি লাগে। এদিন বৰআলিতে, বাট-কেৰী লগাত দুইৰো ভিতৰত বৰ গালি পৰাপৰি

† "জীৱনাদৰ্শ"—নীলকুমুদ বৰুৱা ; আৰু মহেন্দ্ৰনাথ পানীফুকন, মঠীয়া-ছিগা, নাজিৰা।

হয়। মণিৰাম উঠি অহা হাতীটো এলেক্‌জেণ্ডাৰৰ হাতীটোৰ পাচত লগাই দিয়ে। চাহাবৰ হাতী লৰ মাৰি নলনিত সোমালগৈ। হাতী লৰ মাৰোঁতে এলেক্‌জেণ্ডাৰ কেনেবাকৈ গদীৰপৰা খহি পৰিল। হাতত বন্দুক লৈ, তেওঁ টিলা এটাৰ ওপৰত উঠিলগৈ। তাৰপৰাই চাহাবে বনৰীয়া মহ এজাকলৈ গুলী মাৰিছিল। মহজাক জাঙুৰ খাই উঠি তেওঁক খেৰি খৰি শিঙৰ আগত আঁৰি ল'লে। বৌঢ়ি ফুটিল বোলে, মণিৰামেহে এলেক্‌জেণ্ডাৰক বধিলে। এইবাৰো মণিৰামৰ ওপৰত নৰহত্যাৰ অভিযোগ অনা হৈছিল। কিন্তু পদে-প্ৰমাণে সাক্ষীয়ে-চবুদে অভিযোগ প্ৰমাণ কৰিব নোৱৰাত আগৰবাৰৰ দৰেই এইবাৰো তেওঁ নিষ্কৃতি লাভ কৰিলে।

**ইংৰাজ কৰ্ম্মচাৰীৰ লগত মণিৰামৰ সামাজিক ব্যৱহাৰ:** মণিৰাম দেৱানৰ "দোষ"—বৃটিছ-শাসনৰ লগত সহযোগ কৰি, ইংৰাজৰ অধীনতে কাম কৰিছিল যদিও, চাহাব মাত্ৰকে ৰজত গিৰিনিভ শ্বেতচৰ্মাবৃত দেৱতা বুলি সমূলিকে জ্ঞান নকৰিছিল। তেওঁৰ মানত তেওঁ যেনেকুৱা, চাহাবো তেনেকুৱাই আছিল। দেশাধিকাৰৰ দলৰ মানুহ বুলি যে তেওঁবিলাকক কিবা বিশেষ সম্মান কৰিছিল তেনে নহয়। দেৱানৰ নাজিৰাত থকা বাৰীৰ চাৰিওপিনে বগৰী গছ আছিল। খৰালি, বাৰীত বগৰি পৰি থাকে। কেতিয়াবা কেতিয়াবা কোম্পানীৰ চাহাবিলাকক মাতি নি দেৱানে বগৰী খুৱায়গৈ। দিখৌমুখত থকা এলেক্‌জেণ্ডাৰ চাহাবক মাতি আনি তেওঁ নাজিৰাৰ ঘৰত পীৰা পাৰি বহুৱাই আখৈ-চিৰা খাবলৈ দিছিল আৰু মলাধপাত, তামোল-পাণেৰে মুখশুদ্ধি কৰাইছিল। ওপজাৰেপৰা লাগি অহা শাও বৰণীয়া মণিৰামে বগা বৰণীয়া বৃটিছ-পুঙ্গৱৰ আগত কেতিয়াও হীনতা স্বীকাৰ কৰা নাছিল। ন-তে ন-অঁৰা পুৰণি হ'লে ছ-অঁৰা নীতি মানি লৈ চাহাবিলাকে ক্ৰমান্বয়ে মণিৰাম দেৱানৰ প্ৰতি শ্ৰদ্ধা আৰু সম্মানৰ তাৰতম্য কৰিবলৈ ধৰিলে; যেতিয়াই আত্মসম্মানৰ ওপৰত আঘাত পৰা যেন দেখিলে,

তেতিয়াই ১৮৪৫ চনত মণিৰাম দেৱানে কাম ইস্তফা দি 'আসাম কোম্পানী'ৰ লগত সম্পৰ্ক ছেদ কৰিলে।

**মণিৰাম দেৱানেই পোন-প্ৰথম অসমীয়া চাহ উলিয়াওঁতা :** চলিত কথাৰ ওপৰত নিৰ্ভৰ নকৰি, বিদেশীৰ দ্বাৰাই স্বীকৃত আৰু গৃহীত মতেদি বাট বুলিলেও, ভূমণ্ডলত অসমৰ নিমিত্তে আছুতীয়া স্থান নিৰ্দেশ কৰোঁতাৰ মূলতে যে মণিৰাম দেৱানেই তাক ডাঠি ক'ব পাৰি। বেডিংফিল্ড আৰু চাৰ্লটনে কুলিগণৰ পাৰত চাহখেতি কৰাই থকা সত্ত্বেও তেওঁবিলাকৰে পম ধৰি-ধৰি চাহ গছৰ ভু-ভা লৈ ফুৰা ৰবাৰ্ট ব্ৰুচৰ ভায়েক চি. এ. ব্ৰুচে যদি অসমীয়া চাহৰ আৱিষ্কৰ্তা নাম ল'ব পাৰে ; ডেৱিদ্ স্কটে কেইজোপামান চাহ গছ নমুনা স্বৰূপে উদ্ভিদজ্ঞসকললৈ পঠিয়া বাবেই বাৰেল(Burrel)চাহাবে যদি তেওঁক চাহৰ আৱিষ্কাৰক বুলি প্ৰতিপন্ন কৰিব পাৰে; কৰ্ণেল জেন্‌কিঞ্চ্‌ কমিছনাৰে তলতীয়া কৰ্মচাৰীৰ দ্বাৰাই চাহগছ উলিয়াই তাৰ বৃদ্ধি আৰু প্ৰসাৰৰ উপায় উদ্ভাৱন কৰোঁতেই যদি অসমৰ বুৰঞ্জী লিখক ৰবিন্‌চন চাহাবে তেওঁৰ ওচৰত সদৌ বৃটেইন কৃতজ্ঞ বুলি ক'ব পাৰে, আমিনো বাৰু পোন-প্ৰথম বেডিংফিল্ডক ( বিৰিমফিন্ ) চাহৰ সৈতে চিনাকি কৈ দিয়াৰ বাবে, কলিকতাত ঢুই-নাও-ঢুই-ভৰি হৈ পেপুৱা লাগি থকা বৃটিছ সদাগৰবিলাকক চাহ খেতি কৰিবলৈ ভৱিষ্যত আশাৰ নিশ্চিত সন্ধান দিয়া বাবে আৰু "আসাম কোম্পানী"ৰ হৈ চাহবাৰী পাতি চাহৰ খেতিটো "জগজ্জননী পতিত পাৱনী" কৰি দিয়া বাবে অসমত উৎপন্ন হোৱা চাহ পান কৰা সমাজটো মণিৰাম দেৱানৰ ওচৰত ধৰুৱা বুলিলে কি পাক লাগিব ?*

---

*নিজৰ কীৰ্তি অটুটৰূপে চকচকীয়া কৰি ৰাখিবলৈ বিচাৰি ফুৰা ইংৰাজ লেখক বা কৰ্তৃপক্ষই বাটে-পথে ঢুষাৰ গোৱাদ লগা কথা কৈ আমাৰ মন তুষিব পাৰে, কিন্তু যি যশস্যা অৰ্জন কৰিলে জগতত সুবৰ্ণ কলচীৰ দৰে তিৰবিৰাই থাকিব পাৰি সেই যশস্যাৰ চাই ঢাপৰ কাষলৈকে আমাক পৰাপক্ষে যাবলৈ নিদিয়ে। মণিৰাম দেৱানে অসমীয়া চাহ উলিয়াইছিল বুলি এই লিখকে ১৯২৪ চনৰ "ষ্টেট্‌চমেন"

আসাম কোম্পানীৰপৰা ওলায়েই বৃটিছৰ আৰ্হিতে মণিৰামে নিজাকৈ দুখন চাহ বাগিচা খোলে। এখন যোৰহাটৰ চেনিমৰাত আৰু ইখন চক্ৰাইৰ ওচৰৰ চেংলুং পৰ্বতত যাক আজিকালি চিংলৌ বুলি কয়।* চেনিমৰা চেংলুঙত তেওঁ চাহ কৰৰ নিমিত্তে যি মাটি লৈছিল সেই মাটিৰ বাবে অন্যান্য চাহ বাগিচাত দিয়াৰ নিচিনাকৈ গৱৰ্ণমেণ্টে সম্পূৰ্ণ বা আধাআধি খাজনা ৰেহাই দিয়া নাছিল। সাধাৰণ খেতিয়কে ফৰিঙতি মাটিৰ যি নিৰিখে খাজনা দিব লাগিছিল সেই নিৰিখেহে তেওঁ খাজনা দিব লাগিছিল। কোম্পানী বা গাইগুটীয়াভাৱে চাহাবৰিলাকক 'ফি চিম্পোল' বা নামমাত্ৰ খাজনা লৈ চাহখেতিৰ নিমিত্তে মাটি দিয়াৰ যি বন্দবস্ত গৱৰ্ণমেণ্টে পাচত

---

কাকতত প্ৰশ্নোত্তৰ সন্দৰ্ভত এটি সৰু টোকা প্ৰকাশ কৰিছিল। সেই টোকাত উল্লিখিত মত প্ৰতিবাদ কৰিবলৈ যাওঁতে দাৰ্জিলিং আৰু সিংহলৰপৰা কোনো কোনো লোকে এনেকৈয়ো লিখিছিল বোলে মণিৰাম দেৱান বুলি এটা মানুহেই ওপজা নাছিল। সি যি কি হওক, 'ষ্টেট্‌চমেন'ৰ টোকাটোৰপৰা লাভ হ'ল এইটোৱেই যে চাৰ এডোৱাৰ্ড গেইটে তেওঁৰ অসম বুৰঞ্জীৰ দ্বিতীয় তাঙৰণত চাহৰ অধ্যায়টোত ভালেমান কথা বহলাই লিখিবলৈ অনুসন্ধান কৰিবলগীয়া হ'ল। ইণ্ডিয়া অফিচ-লাইব্ৰেৰীত থকা জেন্‌কিঞ্চ চাহাবে নিজ হাতে লিখা মন্তব্য এটিৰ-পৰা তেওঁ যেনেকৈ ৰবিঞ্চনৰ মতটো ওফৰাই ব্ৰুচকে চাহৰ আৱিষ্কৰ্তা প্ৰতিপন্ন কৰিব পাৰিছে, সূক্ষ্ম অনুসন্ধানৰ ফলত কেতিয়াবা আমাৰ মণিৰাম দেৱানকেই আচল আৱিষ্কৰ্তা বুলি ডহডহীয়া প্ৰমাণ দিব পৰা হ'ব পাৰে। যতেক লাও ডাঙৰ হক, তেও পাতৰ তল। চাহাবৰ সাৰথি বা কৰ্মচাৰী হৈ যোৱাৰ বাবে, তেওঁৰ নাম নোলাই ওপৰৱালাৰ নাম ওলোৱাটো একো আচৰিত নহয়।

( মহবন্ধা কোম্পানীৰ এডোৱাৰ্ড স্কাৰ্থ (**Edward Scarth**), বৰেলী টী কোম্পানীৰ ডব্লিউ ফাৰ্মিঞ্জাৰ (**W. Firminger**), মি. বেইল্ডন, জৰ্জ চিম্পচন আদি জনচেৰেকে মণিৰাম দেৱানকে অসমীয়া চাহ উলিয়াওঁতা বুলি কয়।)

* চেংলুঙত দেৱানে নিজে বোৱা চাহ ১৯২৭ চনলৈকে আছিল। সেই চাহ থকা টিংটোক মণিটিং বোলে। নগাই গছজোপাক সেৱা-সৎকাৰ কৰি থাকে। দেৱানে ঘৰ কৰি থকা মাটিডোখৰত তেওঁবিলাকে কালিকা আছে বুলি কয়।

কৰিছিল, সেই বন্দৱস্তৰপৰা মণিৰাম দেৱানক বঞ্চিত কৰা হৈছিল। চেংলুং আৰু চেনিমৰাত তেওঁৰ ২০০০ বিঘামান মাটি আছিল। পূবাত "দহ-বিছ" নিয়মে খাজনা লগোৱাত অৰ্থাৎ চৰ্কাৰী নিৰিখে বিঘাত টকা, তাৰে আধাৰ আধা নিৰিখে পূবাইপতি সিকিকৈ বঢ়া খাজনা দিব লগাত দেৱানে বহুত মাটি ইস্তফা দি পেলায়। চেনিমৰাত তেওঁ যি চাহবাৰী পাতিছিল, সেই বাৰী তেওঁক ফাঁচী দিয়াৰ পাচত উইলিয়ামচন্ মেগ'ৰ (Williamson Magor) কোম্পানী পাতোঁতে উইলিয়ামচন চাহাবে নীলামত ডাকি লয় আৰু তাৰ পিচতেই যোৰহাট-চাহ-কোম্পানীয়ে সেই বাগিচা কিনে। এতিয়াও দেৱানৰ ঘৰ-বাৰী থকা ডোখৰৰ দাঁতিয়ে-কাষৰে যি চাহ গছ আছে তাক দেৱান নম্বৰ বুলি যোৰহাট কোম্পানীয়ে যেনিবা তেওঁৰ নামটো জীয়াই ৰাখিছে। চেংলুং বাগিচাখনো সেইদৰে চিংলৌ টী কোম্পানীৰ হাতলৈ যায়।

**বাগিচা খোলাত চাহাববিলাকৰ প্ৰতিবন্ধকতা :** গৱৰ্ণমেণ্টৰ ৰবীয়াকৈ যেতিয়া চাবুৱাত চাহখেতি কৰোৱা হৈছিল, তেতিয়া এমং নামে এজন চীনা মানুহে চাহপাত তৈয়াৰ কৰিছিল। তেওঁৰ লগতে আৰু জনদিয়েক চীনা মানুহো আছিল। সেই মানুহবে দুটামানে দেৱানৰ বাগিচাত চাহপাত মাৰি, শুকুৱাই পানীত তপতাই খাব পৰাকৈ চাহ তৈয়াৰ কৰিছিল। অসমীয়া মানুহেই সেই বাগিচাত চাহগছ কইছিল, চাহপাত ছিঙিছিল আৰু ৰহ দি চালনীত মেলি গোমা বতৰত শুকাইছিল। সেই চাহপাত যোৰহাট-শিৱসাগৰৰ বেপাৰীয়ে কিনি নি হাট-বজাৰত বেচিছিলগৈ। গড়গাঁও হাটত "আসাম কোম্পানী"ৰ চাহপাত বস্তুলৈ সলোৱা হৈছিল যদিও, বাছৰ বাছৰোৰ বিলাতলৈ পঠোৱাত আমাৰ মানুহে ভাল চাহৰ জুতি ল'বলৈ নেপাইছিল। সেই দেখি দেৱানৰ বাগিচাৰ চাহপাত 'পিক' পাতেই হওক বা চোংপাহ পাতেই হওক (চুচাং) সেয়ে পোনে পোনেই আহি অসমীয়া জুহালৰ টেকেলিত পৰিছিলহি।

আসাম কোম্পানীৰ লগত যাৰ সখা স্বয়ং গৱৰ্ণমেণ্ট—সাধাৰণ ৰায়ত হিচাপে ৫০০ টকা খাজনা ভৰি গাইগুটীয়াকৈ চাহবাৰী পাতি ফেৰ মাৰিবলৈ যোৱাটো কেতিয়াও এলাপেচা মানুহৰ দুঃসাহসিকতা হ'ব নোৱাৰে। তেওঁ বাগিচা খোলোঁতে ক্রচ আৰু জনদিয়েক তেওঁৰ বিপক্ষে বৰকৈ লাগিছিল। কোম্পানীৰ ইংৰাজ কৰ্মচাৰী দুজনমানে দেখাদেখিকৈ তেওঁৰ কামত বিধি-পথালি দিছিল। তেওঁলোকে এইবুলি গৱৰ্ণমেণ্টক জনাইছিল বোলে, আসাম কোম্পানীয়ে দৰ্খাস্ত দিও মাটি নাপায়, অথচ, মণিৰাম দেৱানে ১০০০ পূৰাকৈ মাটি পায়। এই কাৰ্য্যত পক্ষপাতিতা দেখুৱা হৈছে বুলি কোম্পানীৰ কৰ্তৃপক্ষই বিক্ষোভও প্ৰকাশ কৰিছিল।*

আসাম কোম্পানীয়ে উভৈনদীকৈ ধন ছটিয়ায়ো চাহৰ কাৰবাৰটো আহল-বহল কৰি টনকিয়াল কৰিবলৈ প্ৰায় ২৫ বছৰ লাগিছিল। মণিৰাম দেৱানৰ অনুষ্ঠুপীয়া কাৰবাৰটোৱে প্ৰায় ৮ বছৰৰ ভিতৰতে তেওঁ এজন "টী প্লেণ্টাৰ" বা চাহ খেতিয়ক আৰু তেওঁৰ বাগিচাতো যে পানীত সিজাই খাব পৰা চাহপাত প্ৰস্তুত হ'ব পাৰে সেই কথা উজনি অসমৰ পৰ্বতে-ভৈয়ামে ঝনঝনাই গৈছিল। ১৮৫২ চনলৈকে শিৱসাগৰত গাইগুটীয়া মানুহে পতা চাহবাৰী ৩ খন আছিল। তাৰে ২ খন দেৱানৰ আৰু ইখন হেনে চাহাবৰ। ১৮৪৮ চনত

* তেওঁলোকে গৱৰ্ণৰ জেনেৰেললৈ লিখিছিল :—Yet our applications for the grant of existing Tea plants have been refused on various grounds :—

(a) Political objects in the Muttock country ;

(b) That our possessions are large enough already ;

(c) That a portion of the known Barees must be reserved for other applicants ;

(d) Why should the endeavour of a few hundred persons working together for a common object be more cramped by the Govt. than single individual.

শিৱসাগৰৰ অৰ্জুন গুৰিত তেওঁ হাট পতোৱাইছিল।[১] গাঁৱলীয়া মানুহে উৎপন্ন কৰা সকলো বস্তুকে তাত বেহাবলৈ নিয়া হৈছিল। ভৈয়ামৰ মানুহৰ বাহিৰেও, পৰ্বতৰপৰা জুমে জুমে নগা নামি আহি শনিবাৰে শনিবাৰে তাতে বেহা-বেপাৰ কৰিছিল। সেই হাটতেই চেনিমৰা-চেংলুঙৰ চাহপাতো বিক্ৰী হৈছিল। নগৰত বিয়লি বহা চকবজাৰত হাটখোৱা নাছিল। "আসাম কোম্পানীৰ" কুঠী খোলাৰ পিচত, ১৮৩৯ চনত হে চাহপাত সলাবলৈ গড়গাঁৱত পোন প্ৰথম হাট বহুৱা হয়। তাৰ পিচতেই মণিৰাম দেৱানৰ এই শনিবৰীয়া হাট। মাৰোৱাৰ দেশৰ পৰা অহা কেঞা-মহাজনে ভাটীৰপৰা শদিয়ালৈকে সকলো বেপাৰ ১৭৯৪ চনৰ-পৰাই মোনাই লোৱা দেখি মণিৰামেও অসমীয়া মানুহৰ মাজত বেপাৰৰ মোল বুজাবলৈ যত্ন কৰিছিল। আমাৰ দেশে কাৰো ওচৰত হাত পাতিবলগীয়া নহওক, এই ভাবি, তেওঁ কামৰূপৰ গাৰোহাটত গাৰোৰ লো-কোৰ আদি সলাবলৈ, জয়পুৰ বৰহাটত নগাচাঙৰ ডুখৰীয়া লোণ ল'বলৈ, চিচিৰ কাষতো উত্তৰ পাৰৰ উৎপন্ন বস্তু অনা-নিয়া কৰিবলৈ হাট বহুৱাইছিল।* নাগিনীমৰাৰপৰা তেওঁ আসাম কোম্পানীৰ জাহাজত কয়লা যোগোৱাৰ ঠিকা কামো লৈছিল। কিন্তু নিৰাময় ডেকা ফুকনে কম টকাত সৰবৰাহ কৰিবলৈ লোৱা বাবে সেই কাম এৰি পেলালে।*

১. "অৰুনোদই"—১৮৪৮

* গজপুৰীয়া ফাকতীৰ বংশাৱলীমতে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনতে মাৰোৱাৰীৰ প্ৰথম দোকান বহে।

# দশম অধ্যায়

## ১৮২৫ চনৰপৰা ১৯৫০ চনলৈকে বৃটিছৰ শাসন-পদ্ধতি

### (১)

বৃটিছ-শাসনৰ সংস্পৰ্শলৈ অহাৰ দিন ধৰি বৃটিছ জাতিৰ লগত সম্পৰ্ক ছেদ কৰালৈকে অৰ্থাৎ ইং ১৮২৫ চনৰপৰা ন্যূনাধিক ১৮৫০ চনলৈকে শৃঙ্খলা লগোৱা শাসনৰ আহিলা লৈ যিবোৰ ৰাজনৈতিক শাসন-ব্যৱস্থা কৰা হৈছিল সেই এটাইবোৰ মণিৰাম দেৱানে স্বচক্ষে দেখি আহিছিল আৰু নিজেও কোনো-কোনোবোৰত সক্ৰিয়ভাৱে সংশ্লিষ্ট আছিল। দেৱানৰ প্ৰতিক্ৰিয়াশীল মনৰ গতি বুজিবলৈ হ'লে, সমসাময়িক দেশ-শাসনৰ পন্থা আৰু পৰিস্থিতিটো সম্যকভাৱে পৰিদৰ্শন কৰিব লাগিব।

**গুৱাহাটী-দৰং-নগাঁও :** ডেভিদ্ স্কটৰ আজ্ঞা অনুসৰি গুৱাহাটী, দৰং, নগাঁও—এই তিনি ঠাইত তিনিজন সাধনিদাৰ পতা হয়। আগৰদিনীয়া নিয়মমতেই নগাঁও-দৰঙৰ পাইকৰো কামৰূপৰ মাটিৰ দৰেই কৰ লাগে। দৰং, বেলতলা আৰু ডিমৰুৱা ৰজাসকল, আৰু চৌধাৰী-পাটোৱাৰী এই সকলকো পূৰ্বৰ দৰেই বৃত্তি-বিধান দি ৰখা হয়। নান্‌কাৰ লাখেৰাজ-দেৱোত্তৰ-ব্ৰহ্মোত্তৰ—ইয়াকো পূৰ্বৰ দৰে "নঠি প্ৰমাণ কৰিবলৈ" আজ্ঞা হয়। ঠায়ে-ঠায়ে থানা হয়। সোধ-পোছৰ কাৰণে গুৱাহাটীত ২।৩ খন পঞ্চায়ত পাতি তেওঁবিলাকৰ সিদ্ধান্তত অমান্তি হোৱা গোচৰ আৰু চুৰি, মানুহ মৰা, ডকাদিয়া, ধানচোৰ, জন্তুচোৰ—এনেবোৰৰ গোচৰ চাহাবে নিজে সুধিবলৈ

লয়। এই খণ্ডৰ মাটি-মানুহ পিয়ল কৰিবলৈ কাকতী পতা হয়। তেনেতে গাৰোৰ ৰণ ওলোৱাত সেই ৰণলৈ আৰু চিলহট, ঢাকাৰ চেচন জজৰ কাম কৰিবলৈ স্কটে যাতায়াত কৰিব লাগে দেখি শদিয়াৰ-পৰা বিৰিমফিন চাহাবক নি গুৱাহাটীত ৰখা হয়। পাচত, তেওঁৰ মূৰে হোৱাইট চাহাব নিযুক্ত হ'ল। তেওঁ সেই পিয়ল-কাকত-মতে দেনাৰ জমা লগালে; দেৱোত্তৰ-ব্ৰহ্মোত্তৰ, নান্‌কাৰ, লাখেৰাজ, অৰ্দ্ধকৰ, হাট, ঘাট, ফাট, বিল—ইয়াবো নীলাম কৰাই সকলোৰে জমা স্থিৰ কৰি ল'লে। তেনেতে তেওঁক যোৰহাটলৈ আনি তেওঁৰ মূৰে মেথী চাহাবক লোৱা হ'ল। স্কটৰ মৃত্যুৰ পিচত কেৰিকাৰ্পেট (Cracroft) চাহাব গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট হয়। তেওঁ আহিয়েই গুৱাহাটীৰ চিৰস্তাদাৰ হৰিশঙ্কৰ টেকেলা-নৱিছক অত্যাচাৰী বুলি ফাটেক দিয়ে। কাৰ্পেটৰ পিচত ৰবার্টচন আহি গুৱাহাটী-দৰং-নগাঁও এই তিনি ঠাইত তিনিখন জিলা পাতিলে। দেৱোত্তৰ-ব্ৰহ্মোত্তৰ, নান্‌কাৰ, লাখেৰাজ মাটিত আধা কৰ লগালে। ১৮৩৩ চনত নগাঁৱত ৰদাৰফৰ্ড (Rutherford), দৰঙত ৱেছ (vetch) আৰু গুৱাহাটীত মেথী (এৱেঁই ১৮৩০ চনত নবীন চাহাব মৰাৰ পাচত ৰংপুৰত একটিং কৰিছিল) চাহাবক প্ৰিঞ্চিপেল এচিষ্টেণ্ট নাম দি সেই জিলাকেইখনৰ অধিকাৰ পাতিলে। ৰবার্টচনৰ পাচত জেন্‌কিঞ্চ্ চাহাব গৱৰ্ণৰ জেনাৰেলৰ এজেণ্ট হৈ আহে ১৮৩৪ চনত। তেওঁৰ দিনতে গুৱাহাটীৰ পঞ্চায়ত উঠি গ'ল। চাহাববিলাকৰ তত্ত্বাৱধানত জিলাবোৰ ৰাখি, তাত সদৰামিন, মুন্সিফ আদি বিষয়া ৰাখিবলৈ ধৰা হ'ল। সকলো জিলাৰ ভিতৰতে এজনক প্ৰধান সদৰামিন পাতি "আসাম কায়দাবন্দী" নামে বিধি কৰি লৈ, সেই অনুসৰি সোধ-পোছ কৰা হ'ল। নান্‌কাৰ-লাখেৰাজ আদি মাটিৰ যি আপত্তি আছিল তাৰ জগৰো ভঙা হ'ল। যি যেনেকৈ মৌজাদাৰ বা চৌধাৰী বা পাটোৱাৰী বিষয়-বাব পাব লগা আছিল তাকো বিচাৰমতে দিয়া হ'ল। নগাঁও-দৰঙৰ পাইকৰ গা-ধনা লগুৱা-লিকচৌ

গুচাই মাটি পিয়ল কৰাই নগাঁও-দৰঙত মৌজা আৰু কামৰূপত পৰগণা নাম দি মৌজাদাৰ-চৌধাৰী পতা হ'ল। তেওঁবিলাকৰ মুজুৰা (কমিছন) শতকৰা ১০।১২।১৫৲ টকা দৰে দি, প্ৰমাণী দেৱোত্তৰ-ব্ৰহ্মোত্তৰ-নান্‌কাৰ-লাখেৰাজ, হাট-ঘাট-বিল ইত্যাদিৰ পূৰ্ব্বমতে কৰ লগাই জমা স্থিৰ কৰা হ'ল। লাহে লাহে কেউখন জিলাতেই চাহাবেই অধিপতি হ'ল।

নগাঁও, দৰং, বিশ্বনাথ (ন দুৱাৰ, চাৰি দুৱাৰ, ছয় দুৱাৰ) পূৰ্ব্বে নামনি অসমৰ ভিতৰত আছিল। ১৮৩২ চনৰ ১৫ অক্টোবৰৰপৰা সেই কেউডোখৰ ঠাই নামনি অসমৰপৰা গুচাই মাজ-অসম কৰা হ'ল আৰু তাত বদাৰফৰ্ড চাহাবক গৱাকী পতা হ'ল। তেওঁ তিনিখন সাধাৰণ পঞ্চায়ত আৰু এখন সদৰ পঞ্চায়ত স্থাপন কৰি দেশৰ চলিত নিয়মেৰে শাসন-কাৰ্য্য চলাবলৈ ধৰে। দেশাধিকাৰসকলৰ সুবিধাৰ নিমিত্তে ১৮৩৫ চনত মঙ্গলদৈৰপৰা তেজপুৰলৈ সদৰ ঠাই তুলি নিয়া হয়। (১৮৩৩ চনত মঙ্গলদৈ নৈ-পাৰৰ চুণাপৰা গাঁৱত মঙ্গলদৈ সদৰ আছিল)। প্ৰথমতে নগাঁৱতে নগাঁও জিলাৰ সদৰ ঠাই আছিল। ১৮৩৪ চনত ৰঙাগড়ালৈ তুলি আনি তাত এনচাইন ব্ৰডীক জিলাৰ ভাৰ দিয়া হ'ল। মেজৰ আডাম হোৱাইটক পলিটিকেল এজেণ্ট পাতি, বিশ্বনাথত কোম্পানীৰ ৰণুৱা চিপাহী ফৌজ থকা আড্ডা পতা হয়। হোৱাইট তাতে থাকে। ১৮৩৩ চনত উজনি অসমৰ মাজছোৱা পুৰন্দৰ সিংহক লালবন্দীকৈ দিয়া হয়। ১৮৩৪ চনত প্ৰবল ভুমিকম্প হয়। এই ভুঁইকঁপতে ৰংঘৰৰ পথাৰখন দোপনি হ'ল। ১৮৩৫ চনত হাদীৰাচকী উঠি যায়। ১৮৩৭ চনত পুৰন্দৰ সিংহক ৰজা ভঙা হয়।”

**ঠাকুৰীয়া-মণ্ডল-পাটগিৰী-চৌধাৰী-পাটোৱাৰী:** ১৮২৫ চনতে কামৰূপ-নগাঁও-দৰং জিলাত বৃটিছৰ খাচ দখল হয়। গৱৰ্ণমেণ্টৰ সুবিধা অনুসৰি তাত উজনি অসমতকৈ আগেয়েই ভূস্বত্বৰ নতুন ধাৰাবিধি প্ৰৱৰ্তন কৰা হৈছিল। কামৰূপত তেতিয়া মুঠেই ৫৪ খন

পৰগণা, ৫ খন দেশ, ৯ খন দুৱাৰ, ৭ টা চমুৱা আছিল। এইবোৰকে আকৌ তালুক আৰু মৌজাত বিভাগ কৰা হৈছিল। মাটি আছিল দুবিধ—খেৰাজ আৰু লাখেৰাজ। খেৰাজী খাজনা পূৰা আৰু লাখেৰাজ কম। মৌজা চলাওঁতাজনক ঠাকুৰীয়া বা মণ্ডল নাইবা পাটগিৰী বোলা হৈছিল। মৌজাৰপৰা খাজনা তুলি অনাজনক গাঁও-কাকতী বুলিছিল। কেবাটা মৌজা বা তালুকৰ ওপৰত এজোজন চৌধাৰী; চৌধাৰীৰ তলতে পাটোৱাৰী—এওঁ পৰগণাৰ হিচাপ ৰাখে আৰু সেই হিচাপ জিলাধিপতিক শোধায়। একোখন তালুকৰপৰা বছেৰেকত মুঠ জমা বা খাজনা ৫০০ টকাৰ ওপৰ মুঠিছিল।

**চৌধাৰী-পাটোৱাৰী আদিৰ মুজুৰি ঃ** খাজনা তুলি দিয়া বাবে চৌধাৰী-পাটোৱাৰীবিলাকে এই অনুপাতে কমিছন বা মুজুৰী পাইছিল :—

| | | | | |
|---|---|---|---|---|
| তোলা খাজনাৰ ওপৰত | চৌধাৰীয়ে | শত | ৭ | টকাকৈ |
| " | পাটোৱাৰীয়ে | " | ১ | " |
| " | ঠাকুৰীয়াই | " | ৪ | " |
| " | গাঁও-কাকতীয়ে | " | ২॥০ | " |

ইয়াৰ উপৰিও তুলি দিয়া খাজনাৰ বাবে শইপতি

| | | |
|---|---|---|
| চৌধাৰীয়ে | ১ | পুৰাকৈ |
| পাটোৱাৰীয়ে | ১ | " |
| ঠাকুৰীয়াই | ৬ | " |

নিষ্কৰ মান-মাটি পাইছিল। পিয়দা-হৰকৰা—এইবিলাকেও খাবলৈ জোৰাকৈ মান-মাটি পাইছিল।

**সত্ৰীয়া ৰকমা ঃ** যি মানুহৰ বছেৰেকত ২০০ টকাকৈ আয় হৈছিল, তেওঁবিলাকে নিজা নিজাকৈ চৌধাৰী ৰাখিব পাৰিছিল।

ভেওঁবিলাকে সেই মাটিৰ খাজনা তুলি চৰ্কাৰক শোধায়গৈ। ৫০৲ টকাতকৈ কম আয় হ'লে চৌধাৰীকহে ৰাজহ শোধাব লাগিছিল। পৰগণাটোৰ ভিতৰত শতকৰা ৬ ভাগৰপৰা ১০ ভাগলৈকে সত্ৰবিলাকৰ মাটি আছিল। সেইবোৰ মাটিৰ খাজনা সত্ৰীয়া ৰকৱাই তুলি চৰ্কাৰক শোধায়গৈ। দ'ল-দেৱালয়বিলাকৰ খাজনাও সেইদৰে চৌধাৰীৰ হাতত দিব নালাগিছিল। পোনে-পোনেই চৰ্কাৰৰ ঘৰত দিয়াৰহে নিয়ম আছিল। ১৮৩৬ চনত, কেপ্টেইন বগল চাহাবে কামৰূপত এই নিৰিখে খাজনা লগাইছিল—ৰূপিত ১৲, বাওতলী ৸০, ফৰিঙতি ॥০, বৰী ।০, বাৰী ১৲, উজাৰ-বস্তি ৵০। কুঁহিয়াৰুতলী-আফুতলী নাই।

মানুহৰ খাজনা চকুমূলী লাগোৱা হৈছিল। নাঙলৰ সংখ্যা চাই অৱস্থা বুজা হৈছিল :—

| | | | | |
|---|---|---|---|---|
| ৩ টা | নাঙলৰ | বাবে | বছেৰেকত | ৩৲ টকা |
| ২ " | " | | " | ২৲ " |
| ১ " | " | | " | ১৲ " |

নাঙল নোহোৱা মানুহে ৸০ অনাকৈ খাজনা দিব লাগিছিল। খেৰাজ-লাখেৰাজ এই দুয়োবিধ মাটিৰ বাবে নিৰিখ একে।

১৮৩৫ চনত দৰং জিলাত খাজনা লগোৱাৰ নিৰিখ : গা-ধন ৸০, চক ।০, মাটিৰ খাজনা ১॥০, ৸০, ।০ ; বাৰী মাটিৰ খাজনা নাছিল। মৰিয়া, তাঁতী, তেলীৰ গা-ধন ; মাছ-ব্যৱসায়ীৰ ওপৰত জলকৰ, মিৰি আৰু দুৱাৰত কৰ-কাটল নাছিল।

নগাঁৱত, মাটিৰ খাজনা ৰূপিত ১॥০, আহুতলী ৸০, বাৰী ৸০, জলকৰ আৰু লাখেৰাজৰ খাজনা বা কৰ বৰ তাকৰ আছিল। মাটিৰ শ্ৰেণী বিভাগ কৰিও খাজনা লগোৱা হৈছিল :—

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ১ম | শ্ৰেণীৰ | খেৰাজী | ৰূপিত | মাটিৰ | পূৰাত | ১৲ টকা | লাখেৰাজ |
| ২য় | ” | ” | ” | ” | ” | ৸৹ | ।৹ |
| ১ম | ” | বাওতলী | ফৰিঙ্গতি | | ” | ৸৹ | ৶৹ |
| ২য় | ” | ” | ” | | ” | ॥৹ | — |
| ১ম | ” | ফৰিঙ্গতি | ” | | ” | ॥৹ | ৬॥ পাই |
| ২য় | ” | ” | ” | | ” | ।৹ | — |

নৈৰ চাৰণ পৰা বা চাপৰি মাটিৰ খাজনা নাছিল।

চক-নাঙ্গলৰ কৰ উঠাই দিয়াৰ পাচত মাটিত লগোৱা খাজনাৰ নিৰিখ বাঢ়িল। বঢ়োৱাৰ নিৰিখঃ- বাৰী মাটি পূৰাই পতি ১৲; বৰী মাটি পূৰাইপতি ।৹, ৰূপিতৰ ।৹, বাওতলী ।৹, ফৰিঙ্গতি ৶৹।

**বঙালী কৰ্মচাৰীঃ** চৰ্কাৰী আমোলত, ১৮৩২ চনৰপৰা সৰহ ভাগেই বঙালী হ'ল। কাছাৰীৰ ভাষাও বঙলা, বোৰকাৰীৰ ভাষা ফাৰ্চী। ১৮৩৭ চনত ৩০ মে' তাৰিখৰ ইস্তাহাৰ অনুসৰি কামৰূপৰ কাছাৰীৰপৰা ফাৰ্চী ভাষা উঠি যায়।

জনসংখ্যাঃ ১৮৩৩—৩৪ চনত, কামৰূপত*

হিন্দু—২,৮০,০০০

মুচলমান—২০,০০০

---

* ১৮৩৪ চনত পণ্ডিত ঠাকুৰ তৰ্কবাগীশ—

চিলাবন্ধাত, পঢ়াশালি—ছাত্ৰ ২৫/৩০—৩০ পূৰা মাটি দিয়া হৈছিল, ৫টা পাইক

নাগশঙ্কৰ—গৌৰী অধ্যাপক।

৪০ পূৰা মাটি লিকচৌ ২ গোট—২৫ টা ছাত্ৰ।

চিলাবন্ধা—সোমেশ্বৰ অধ্যাপক। ৪ পূৰা মাটি

৩০ টা ছাত্ৰ। তেওঁৰ বাঁওহাতখন বাঘে খালে।

| মাটিৰ শ্ৰেণী | চক | মুনিহ | তিৰোতা | ল'ৰা | ছোৱালী | গোলাম | বন্ধুৱা |
|---|---|---|---|---|---|---|---|
| খেৰাজ | ৩৫৯৪১ | ৫১২১১ | ৪২৭০৪ | ২২৪০৩ | ১৩০৯৮ | ৫৭৯৩ | ৪১৬৯ |
| লাখেৰাজ | ২৯১৭৪ | ৩৯০৬৯ | ৩০৭২৪ | ১৫৮০৭ | ৮২৫০ | ৫৮১০ | ৪২৮৭ |

## অসমৰ মুঠ জনসংখ্যা—( ১৮৩৫ চনত )

| | |
|---|---|
| পুৰন্দৰ সিংহৰ ৰাজ্যত— | ২০,২৫০০ |
| ৰৰসেনাপতিৰ দেশত— | ১০,০০০ |
| শদিয়াত— | ৪৫৭৩ |
| দৰঙত— | ৮৯৫১৯ |
| নগাঁৱত— | ৯০,০০০ |
| কামৰূপত— | ৩,০০,০০০ |
| গুৱালপাৰত— | ১,০০,০০০ |
| | ৭,৯৬,৫৯২ |

## দেশৰ আয়-ব্যয়ৰ হিচাপ

| আয় | | ব্যয় | |
|---|---|---|---|
| কামৰূপ— | ২,০০,০০০৲ | এজেণ্টৰ দৰ্মহা আৰু | |
| দৰং— | ১০০,০০০৲ | অফিচৰ মাহিলি খৰচ | ৩০১০৲ |
| নগাঁও— | ৬০,০০০৲ | এজেণ্টৰ চফৰ ফুৰা— | ৬০৭।৶৫ |
| গুৱালপাৰ | | সকসুৰা খৰচ— | ৫০০৲ |
| আৰু | | কমিছনাৰৰ অফিচ— | ৮৩৫৲ |
| কোচবেহাৰ— | ৮১,৮৪৪৲ | জুডিছিয়েল কণ্টিঞ্জেঞ্চি | ১৬০৶৪ |
| গাৰোহাটৰপৰা পোৱা— | | খাজনা সম্পৰ্কে :— | |
| | ৪১,৫০০৲ | মামলাকটু খৰচ— | ১৫৩।/১০ |
| গাৰো মহলৰপৰা | | উজনি অসম আৰু | |
| পোৱা কৰকাটল— | ৪০০০৲ | শদিয়াৰ পলিটিকেল | |
| গুৱালপাৰত কানি | | এজেণ্ট— | ১৮৪৩।৶৬ |
| বিক্ৰীৰপৰা পোৱা— | ১৪,২০৲ | অসাম লাইট | |
| আৱকাৰী সংগ্ৰহ— | ৩,৩২২৲ | ইনফেণ্ট্ৰি— | ১২৭১৯৸/১০ |
| টিকত বিক্ৰী | ৭,৩০৩৲ | চেকণ্ডেৰী ক'ৰ— | ৫৫০০৲ |
| উজনি অসমৰ পেচকচ— | ৫০,০০০৲ | অসামৰিক বিভাগ : | |
| জয়ন্তীয়াৰপৰা পোৱা— | ৫০০০৲ | কামৰূপ (মাহে)— | ৪৮৭৪৲ |
| | | দৰং— | ২৯২৬৸০ |
| | | নগাঁও— | ২৭০৪৲ |
| | | গুৱালপাৰ— | ৬৮১৩৸/৪ |
| | | মাটিপিয়ল বিভাগ : | |
| | | বছৰি— | ৭০০০৲ |
| | | চাৰিওখন জিলাত | |
| | | উপকৰা খৰচ | |
| | | ( মাহে )— | ২০০০৲ |
| সৰ্বমুঠ আয় বছৰি— | ৫৬৭১৬।/৫ | সৰ্বমুঠ খৰচ— | ৫৪২৭৮৯৶১১ |

## ৰণুৱা চিপাহীৰ সংখ্যা

১৮৩৩ চনত—১৯২৯

১৮৩৪ চনত—১১২৯

১৮৩৫ চনত—১০৯৩

১৮৩৪ চনৰ পহিলা মে'ৰপৰা ১৮৩৫ চনৰ এপ্ৰিললৈকে হাদীৰা-চকীয়েদি অসমৰ এইবোৰ বস্তু বাজ হৈ ওলাই গৈছিল :

সৰিয়হ মোঃ ৩৭৩৮৩।।৯ সেৰ বেচ : ৫১৪০২।।/১১ পাই

চাউল „ ৪০৪৸০ সেৰ বেচ ৩২৮৸/৯ পাই

মৌসিত্তা „ ৮।৮।০ পোৱা বেচ ১৫২৶/৫ পাই

পিপলি „ ২২৭/১।০ পোৱা বেচ ১১৩৫৶৬ পাই

মজাঠী „ ২৬৭৸৯।।৶ বেচ ১৩৩৯৸৶৩ পাই

হাতীদাঁত „ ৫৯।।০ বেচ ৭১৪০৸০

চপৰা লা „ ৩০৬৩৸৮৸ বেচ ৩৬৭৬৭।।৶

মুগা সূতা „ ৬৯৸৪।।৵ বেচ ১৩৯৭৩/

কপাহ „ ৩৭২৬।।৯ বেচ ১৬৭৬৯৶৪ পাই

এইবোৰৰ বাহিৰেও মগুমাহ, তামোল, জালুক, জলকীয়া, লোৰৰ কোৰ, তাম, পিতল, কাঁহৰ বাচন আৰু শুকান কুঁহী-থেকেৰাও ৰপ্তানী হৈছিল।

ভাটীদেশৰপৰা আমাৰ দেশলৈ আহিছিল :—

চাৰিমহীয়া হিচাপ—

জালুক মোঃ ৩১৶৮ বেচ ১৪৩/

বালিলোণ মোঃ ১০৬৪৫ বেচ ৪৩৯১৩৸৶

এইবোৰৰপৰা চৰ্কাৰৰ ঘৰত জমা হৈছিল—২৪২৯৶২ পাই ; ৫ মোনৰপৰা ২৯ মোনলৈকে নাৱেপতি ।।০ অনা ভেড়োন, তাতকৈ বেচি হ'লে ১৲ টকা।

ঘিঁউ, বাৰমছলা, চন্দন-কাঠ, ৰং, ৰৰণ, ৰহ, কাকুৰ, খয়েৰ,

সীহ আৰু মুকুতাও আমদানী হৈছিল। হাদীৰাচকীৰপৰা বছৰি চৰ্কাৰে ২১২৪৸৴১৭ গণ্ডা কাটলুৱা ধন সংগ্ৰহ কৰিছিল।

## শিৱসাগৰ, যোৰহাট, গোলাঘাট

ওপৰত কৈ অহা মতে ১৮৩৮ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পুৰন্দৰ সিংহৰ ৰাজ্যখন খাচ দখললৈ আনি, সেই চনৰে ১৬ চেপ্তেম্বৰ তাৰিখে আডাম হোৱাইটক তাৰ পলিটিকেল এজেণ্ট পাতি পছিমে ধনাশিৰীৰপৰা উজাই উজনিৰ নামচাং-টিপাম পৰ্বতলৈকে এখন জিলা পাতি শিৱসাগৰ নাম দিলে। পুৰন্দৰৰ ৰাজ্য থাকোঁতে যোৰহাটেই সদৰ ঠাই আছিল। জিলা পতাৰ পিচত ১৮৩৯ চনত শিৱসাগৰত সদৰ ঠাই হ'ল। পুৰন্দৰ সিংহ যোৰহাটতে থাকিল ; শিৱসাগৰতো দৰ্বাৰ ফীল্ডৰ পছিমে বাৰী এখন পাতি লৈছিল। প্ৰথমতে জয়পুৰ আৰু ১৮৪৬ চনত গোলাঘাটত, মহকুমা পতা হয়। ১৮৬৯ চনৰ ১৮ ডিচেম্বৰ তাৰিখে যোৰহাটত মহকুমাৰ সদৰ পতাত জয়পুৰখন শিৱসাগৰ জিলাৰপৰা কাটি নি ডিব্ৰুগড়-এলাকাত জাপি দিয়া হ'ল।

শিৱসাগৰৰ অধিপতি হ'ল কেপ্টেইন ব্ৰডী। এৱেঁই শিৱসাগৰ জিলাৰ প্ৰথম ডেপুটী কমিছনাৰ। তেতিয়া বোলা হৈছিল প্ৰিঞ্চিপেল এচিষ্টেণ্ট কমিছনাৰ। তেওঁ জনদিয়েক কাকতী লৈ ঠায়ে-ঠায়ে থানা পাতিলে। সদৰ-আমিন-মুঞ্চিফ পাতি "আসাম কায়দা বন্দী"—মতে সোধ-পোছ কৰিবলৈ ব্যৱস্থা কৰিলে আৰু তলতীয়া আদালতৰ ৰায়ৰ বিৰুদ্ধে যি আপীল হয় তাক তেওঁ নিজে শুনিবলৈ ল'লে। জয়ে-জয়ে বাম মাটিৰ পুৰাত ৷৷০, ৰূপিত মাটিৰ ১৲ টকাকৈ কৰ লগায় আৰু কৰ তুলিবৰ নিমিত্তে ১৩০টা মৌজা পাতে। মানুহ পাৰ হোৱা নৈৰ ঘাট, বস্তু-বেহানি বেচা-কিনা কৰা হাট আৰু মাছমৰা বিলত ন-কৈ খাজনা লাগোৱা হ'ল। মৌজাদাৰী প্ৰথাটোৰ বন্দবস্ত এবছৰীয়া কৰা হ'ল। মিৰিবিলাকৰ গা-ধন ২৲ টকা হ'ল ; কিন্তু মাটিৰ বাবে ১০৲ টকাতকৈ উৰ্দ্ধ খাজনা লোৱা নহৈছিল। এই

নিয়মে জমা স্থিৰ কৰাত ১৮৩৯-৪০ চনত শিৱসাগৰ জিলাৰপৰা কোম্পানীয়ে ৭০,১৩০৲ টকা পাইছিল আৰু খৰচ কৰিছিল ১৮৫০০৲ টকা। ১৮৪৪-৪৫ চনত ৰূপিত মাটিৰ পূৰাত ১৷০ আৰু ফৰিঙতিত ৸৶ অনাকৈ খাজনা লাগিল। ৰজাৰপৰা দেশ লোৱাৰ পিচতে অৰ্থাৎ ১৮৩৮ চনত নাঙ্গলটোৱে পতি ২৲ টকা, কোৰখনে পতি ১৲ টকাকৈ লোৱা হৈছিল। মাছমৰা বিষয়া, হাটখোৱা ঘাটৈ আৰু ফাটখোৱাই দিবলগীয়া কৰৰ নিয়মটো ১৮৪১-৪২ চন উঠাই দি নৈ-বিল, হাট-ঘাট-ফাট লীলাম কৰা হ'ল। ১৮৪৩-৪৪ চনত মিৰি-সকলক গা-ধনৰপৰা ৰেহাই দিয়া হ'ল। ১৮৫০ চনত কোম্পানীৰ খাজনা-গেৰাজত শিৱসাগৰ জিলাৰ হিচাপত ১,১১,২০০৲ টকা জমা হৈছিল। ইয়াৰ পিচত চৰ্কাৰে সেৰে ৫৲ টকাকৈ কানিও বেচিবলৈ লয়। এইবিধ বিহ বিক্ৰী কৰা লাভৰ ধনেসৈতে সকলো মিলাই ১৮৬০ চনত বৃটিছ-গৱৰ্ণমেণ্টে অকল শিৱসাগৰৰ পৰাই ২,৩৮,৯৮০৲ টকা আয় কৰিছিল। ১৮৫০ চনলৈকে শিৱসাগৰ জিলাত দেৱানী ফৌজদাৰী সোধ সুধিবৰ নিমিত্তে ৬টা আদালত স্থাপিত হৈছিল। ১৮৬০ চনত এই সংখ্যা ১৫টালৈ বৃদ্ধি কৰা হ'ল। প্ৰিঞ্চিপেল এচিষ্টেণ্ট জনৰ বাহিৰেও ৮।৯ জন চাহাব নিযুক্ত কৰা হৈছিল। ১৮৪০ চনৰপৰা কাছাৰীৰ চিৰস্তাদাৰও বঙালীৰেই ভৰপূৰ হ'বলৈ ধৰিলে। অসমীয়া মানুহৰ যিসকলে বঙলা ভাষা ক'ব বা লেখিব পাৰিছিল সেইসকলকহে মাথোন কমিছনাৰ জেন্‌কিঞ্চ্‌ চাহাবে দায়িত্বপূৰ্ণ কামত নিযুক্ত কৰিছিল।

দেশখন বৃটিছৰ খাচ দখললৈ আহিল সঁচা, বৃটিছৰ বন্ধা নীতি-নিয়ম মতে শাসনকাৰ্য্য হ'লে চলোৱা নহ'ল। ইয়াক "এজেন্টি মুলুক" কৈয়ে ৰখা হ'ল; তাকে আমাৰ মানুহে "অজান্তি মুলুক" বুলি কৈছিল। এজেন্টৰ যি ইচ্ছা তাকেই একো হুকাৰধা নোপোৱাকৈ ভলতীয়া অনভিজ্ঞ কৰ্মচাৰীবিলাকে কামত খটুৱাই ফুৰিছিল। জিলাধিপতিজনেই আছিল সকলোৰে মালিক—তেওঁৰ

ওপৰত কাৰো এক্তিয়াৰ নেথাটিছিল। ইংৰাজ পল্টনৰ কোনো-কোনোৱে যদি তিৰোতাৰ সতীত্বও নষ্ট কৰিছিল, কোনো-কোনোৱে যদি গৰু কাটি আমাৰ দ'ল-দেৱালয়বিলাক অপৱিত্ৰও কৰিছিল, আমাৰ ধৰ্মক নিন্দা কৰি দুই-চাৰি আষাৰ গ্লানিৰ কথাও যদি কোনোবাই কৈছিল, সিও "এজেন্টি মুলুক"ৰ শৃঙ্খলিত আইনৰ ভিতৰ বুলি সো-সো কৰে চলি গৈছিল। সৰ্ববাদীসন্মত দণ্ডবিধি আইন বুলি একো এখন বহুক্ষেত্ৰত যিবা আছিল সিও শাসকসকলৰ সুবিধাৰ অৰ্থেহে। মানুহকে পশু বুলি ৰাগিচাৰ কিছুমান উদ্ধত ইংৰাজে মানুহকে চিকাৰ কৰিছিল। উনৈছত বা-বলোৱা পল্টনীয়া চাহাববিলাকক দেশ শাসনৰ হৰ্তা-কৰ্তা পতাত প্ৰায় মানুহেই শাসন-প্ৰণালীটো তলে তলে ভালপোৱা নাছিল। কিন্তু সেই শাসন ভালুকৰ সাঙ্গীৰ দৰে, এৰিবও নোৱৰা ধৰিবও নোৱৰা হোৱাত সকলোৱে "অজাস্তি মুলুক" বুলি কপালকে ধিয়াই মন তাপৰি আছিল। ৰজা দিনৰ সত্ৰ, দ'ল, দেৱালয় আৰু ডাঙৰীয়া-বিষয়াসকলক যিবোৰ মাটি নিষ্কৰকৈ দিয়া হৈছিল তাৰ ৰাবে ৰজাঘৰৰপৰা একোখন ফলি বা কাকত দিয়া হৈছিল। সেই ফলি-কাকত চাই কোম্পানীৰ ঘৰৰপৰাও মাটিবাৰী নিষ্কৰকৈ দিবলৈ আদেশ আহিছিল। কিন্তু ফলি-কাকতবোৰ গুৱাহাটীলৈ নি জেন্‌কিঞ্চ্ চাহাবৰ তাত আবেদন কৰিবগৈ লাগে বুলি কোৱাত বিঘিনিসঙ্কুল পথ অতিক্ৰম কৰি বহুতেই সেই দাবী গুৱাহাটীত উত্থাপন কৰিবগৈ নোৱাৰিলে। ফলত, উজনি অসমৰ সৰহভাগ সত্ৰ দ'ল-দেৱালয় আৰু বিষয়াসকলে নিষ্কৰ মাটিবৃত্তি হেৰুৱালে।

**মাটিবৰ বৰ-সেনাপতি ঃ** ডেৱিদ স্কট চাহাবৰ লগত সন্ধি কৰাৰ পিচতে দেখা গ'ল যে ভাটীৰপৰা মানুহ আহি মেজেৰা ওৰফে সৰ্বানন্দ বৰ-সেনাপতিৰ পুতেক মাটিবৰৰ দেশত সোমালে বৰ-সেনাপতিয়ে সিহঁতক নপঠিয়ায় বা সিহঁতেই উলটি নাহে। সিহঁতৰ ৰাজকৰো কোম্পানীয়ে নেপায়। পূৰ্বেই, আডাম হোৱাইটে মটকৰ

বৰ-সেনাপতিক ৩০০ ছিলৈ দি থৈছিল। ১৮৩৬ চনত ৰাজকৰ নিদিয়াৰ অপৰাধত পেলাই তেওঁৰপৰা এইবুলি এখন এক্ৰাৰনামা লেখাই লোৱা হ'ল যে কোম্পানীৰ আৱশ্যক হ'লেই বৰ-সেনাপতিয়ে গাইপতি হাতত ছিলৈ ৩০০ চিপাহীৰে কোম্পানীৰ ঘৰত কাম কৰি দিবগৈ লাগিব আৰু বছৰি ৩০০ চিপাহীৰ বাবে ১৮০০ টকা ৰূপো দিব লাগিব।

"১৮৩৮ চনত মাটিবৰ বৰ-সেনাপতি মৃত্যু হোৱাত তেওঁৰ মধ্যম পুত্ৰ ভগীৰথ মাজু গোহাঁঞে বাপেকৰ কাম কৰাত তেওঁ দহ হেজাৰ টকা বছৰি বছৰি দিলে পুত্ৰপৌত্ৰাদিক্ৰমে ৰাজপদ দি থ'বলৈ কোৱাত তেওঁ আৰু তেওঁৰ ভায়েক-ককায়েক কোনেও সেই কথা স্বীকাৰ নেপালে"* অৰ্থাৎ ভোগবৰ, ভগীৰথ, সুৰথ, এলন, পেলন,' পিৰিকা, জাইবৰ—এওঁবিলাকৰ এজনেও সেই টকা দিবলৈ মান্তি নহ'ল। গতিকেই, বৰ-সেনাপতিয়েও কোম্পানীক দেশ এৰি দিব লগা হ'ল।

**বৰ-সেনাপতিৰ পুত্ৰসকল নজৰবন্দীত ঃ** "এই নিৰ্বন্ধত ভগীৰথ সেনাপতিৰ কি মতামত তাক জানিবৰ নিমিত্তে কুজুবাৰিয়েদি হাবি ফালি হেমিণ্টন ৰেটছ চাহাব ৰঙ্গাগড়া পালেগৈ। তাতে সেনাপতিক সেই কথা সোধাত তেওঁবিলাকৰ ভাই-ককাই কোনেও টকা দিবলৈ গাত নল'লে। সেই কাৰণতে, ১৮৩৯ চনৰ ২৪ ডিচেম্বৰত মটক গাঁও (বৰ-সেনাপতিৰ দেশ) কোম্পানীয়ে হাত কৰি ল'লে।"[১] ১৮৪০ চনৰ ৪ জানুৱাৰী তাৰিখে এজেণ্ট কমিছনাৰ জেন্‌কিন্স্ চাহাবক সাক্ষাৎ কৰি পুনৰ দেশ দিবলৈ প্ৰাৰ্থনা কৰাত প্ৰাৰ্থনা নামঞ্জুৰ হ'ল। তাৰ কেইবছৰমানৰ পিচত সেনাপতিৰ পুত্ৰসকলৰ এজনক গৱৰ্ণমেণ্টৰ বিদ্ৰোহী বুলি গুৱাহাটীলৈ লৈ গৈ নজৰবন্দীকৈ থোৱা হ'ল আৰু ইকেইজনক বিশ্বনাথত থ'লে।

* অকণোই

১. অসমৰ বুৰঞ্জী

**লক্ষীমপুৰৰপৰা সদৰ ঠাই ডিবুৰুলৈ অনা:** ১৮৩৯ চনত লুইতৰ উত্তৰ পাৰে লক্ষীমপুৰ জিলা পতা হয় আৰু ইয়াতো শিৱসাগৰ জিলাৰ নিচিনাকৈ সদৰ আমিন, মুন্সিক্ পাতি" আসাম কায়দা বন্দী মতে "সকলো ৰাজসিক কাম-কাজ চলোৱা হৈছিল।" সেই চনতে পলিটিকেল এজেণ্টে জিলাৰ অধিকাৰ পাই শদিয়া-চিংফৌ-মটক ইত্যাদিৰ এজেন্সিৰ প্ৰজাবৰ্গকো অধীন কৰি লৈ, ১৮৪০ চনৰ জানুৱাৰী মাহৰপৰা ডাক্তৰ আৰ্নট চাহাবৰ দ্বাৰাই হাবি-কটাই বন্ধোৱা আলিৰ মূৰ দেখি ডিবুৰুগড় নাম দি ডিবুৰুৰ ওপৰে কাছাৰী পাতি ৰাজসিক কাম কৰা কাকতীসকল সহিতে কাকত-পত্ৰ লক্ষীমপুৰৰপৰা ডিবুৰুলৈ অনালে।"

**মটক-শদিয়াত "এজেন্সি" নিয়ম:** "আৰু মটক-শদিয়াৰ ৰাজসিক কাম-কাজ পৃথকৰূপে এজেন্সিতে ৰাখি মুণ্ডুফৰ দৰে সোধপোচ কৰাৰ নিমিত্তে মটকৰ ২ খন পঞ্চায়তক মুণ্ডুফৰ মাহিনা দি এজনক সদৰ-আমিন পাতি (ভগীৰথক) তেওঁবিলাকৰ সিদ্ধান্তৰ অমান্তিৰ গোচৰ আৰু চুৰি-খুনি, এনে ডাঙৰ-সৰু গোচৰ সহিতে চাহাবে সুধিবলৈ ল'লে। প্ৰথমতে বৰ-সেনাপতিৰ দিনৰ নিয়মমতেই পোৱাপাইকৰ বছৰি ২৲ টকাৰ দৰে, খেলে-খেলে বিষয়াৰ লিকচৌ-বাব, পাওনাৰ বাজে যিখিনি ৰাজকৰ উঠিল তাৰে এভাগ মটিৰৰ বৰ-সেনাপতি, পুতেক, জীয়েক, স্ত্ৰী, ভাই, ভতিজা এইসকলক মানুহ বুজি-বুজি মাটি আৰু এভাগী ৰূপ বাঁটি পেনচিয়ান বুলি প্ৰৱৰ্তন দি দুভাগী ৰূপ কোম্পানীৰ ঘৰলৈ থ'লে। সেই নীতিকে ২।৩ বছৰ ৰাখি পিচত উজান-নখন খোলাবো (পুৰণি ভকতসকলে নখন খোলা পাতি অৰ্থাৎ ৰভা দি সবাহ কৰা ঠাই) সেইদৰে পাইক, খাজনা, ভাটী নখন খোলাৰ মাটি পিয়ল কৰাই মৌজপাতি ৰামৰ ॥০ আধলি, ৰূপিতৰ এটকাৰ দৰে বছৰি ৰাজকৰ লগালে।"*

---

* ভগীৰথ মাজিউ গোঁহাই:—

"মটকৰ মৃত মাটিবৰ বৰ-সেনাপতিৰ মধ্যম পুতেক ভগীৰথ মাজিউ গোঁহাই

"১৮৪২ চনত এজেন্টিৰপৰা গুচাই লক্ষীমপুৰ জিলাৰ লগ লগালে। জয়পুৰ-ৰঙাগড়ালৈ যাবলৈ আৰু ৰংপুৰলৈ যাবলৈও ৰৰবকৰা আলিত লগাই আলি বন্ধালে। শদিয়া-চৈখোৱাত পূৰ্বে মানুহজনে পতি গা-ধন এটকাকৈ আছিল। পিচত গা-ধন গুচাই মাটি-পিয়ল কৰি মটকৰ দৰে মৌজা পাতি খাজনা লগোৱা হ'ল; আৰু মাকুমৰ ফালে কাকিয়াল-দোৱনীয়া এইসকলৰ গা-ধন এটকাকৈ লাগিল। ১৮৫২ চনত তেওঁবিলাকৰো গা-ধন গুচাই মাটি-পিয়ল কৰি মৌজা পাতি প্ৰথমে পূৰাত এসিকিকৈ লগাই পৰে মটকৰ দৰেই লগালে। তদনন্তৰ ক্ৰমশঃ ৰাজকৰ ১৷৷-২৲ টকাৰ দৰে বৃদ্ধি পাই আছিল। মিৰিবিলাকৰো "গা-ধন ২৲ টকাকৈ লাগিল। ১৮৫১ চনত বিল্লৰ চাহাবে মটকৰ দুয়োখন পঞ্চায়ত উঠাই ডিবুৰুগড়ত মুনচিফ্ আদালত পাতিলে।"[1]

ৰৰ-সেনাপতি সদৰ আমিন কাম লৈ সৰহ দিন কৰিবলৈ নহ'ল। কফাশ্ৰিত পিত হৈ থাব নোৱৰাত পিত খুন্দা মাৰি এই মাঘ মাহৰ ২৭ তাৰিখে কৃষ্ণাষ্টমী দিনা ৰাতি ২ পৰ যাওঁতে মাজিউ গোহাঁইৰ মৃত্যু হ'ল। কিন্তু ম্ৰিয়মান কালে তেওঁৰ বৰ জ্ঞান আছিল। গুৰুকো অনাই সৰাইৰে দক্ষিণা কৰি যিবোৰ মানুহ তেওঁক চাবৰ মনেৰে গৈছিল, সেইবোৰকো চাই সমাদৰ কৰিহে মৰিলে। তাৰ পাচে, তেওঁৰ সপৰিবাৰকে মৰা শ বাপেকৰ ৰীতিৰে দাহ কৰি মৈদামৰ দৰে ওথ ভেটি কৰিলে। বিধিমতে পহু, মাছ আদি কৰি খাস্তদ্ৰব্য মৰ্জদাৰ কাপৰকো কৰি ভালেমান দ্ৰব্য গোটাই ২৯ ফাগুণৰ তাৰিখে শুকুৰবাৰৰ দিনা ৰাতি-দিনকৈ ৰৰসবাহ কৰিলে।"—অৰুণোদই, মাৰ্চ ১৮৪৭ চন।

১. অসম বুৰঞ্জী

# একাদশ অধ্যায়

## পৰ্বতীয়া অঞ্চলৰ পৰিস্থিতি

**খাচীয়া-জয়ন্তীয়াৰে ৰণ:** অসমত মান সোমাবৰ সময়তে পাকত পৰি জয়ন্তীয়া ৰজাই ডেভিদ স্কটৰ লগত অস্থায়ীভাৱে এক সন্ধি কৰে। সেই সন্ধিমতে ব্ৰহ্মপুত্ৰৰ পূবে বৃটিছৰ বিৰুদ্ধে কোনোবা জাতি থিয় দিলে সিহঁতক মাৰিবলৈ জয়ন্তীয়াৰাজে সৈন্য দি সহায় কৰিব। অসম-ৰজাৰ দিনত জয়ন্তীয়া, গোভা আৰু নৰ্ত্তঙ্গীয়া ৰজাসকল স্বতন্ত্ৰীয়া আছিল আৰু অসমীয়া প্ৰজাক তেওঁবিলাকে একো অপকাৰ কৰা নাছিল। বৰং, খাচ অসমৰ লগত তেওঁবিলাকৰ ৰজা-প্ৰজাই বিয়াবাৰু আৰু সামাজিক দিয়ন-থোৱন কৰি অসমৰ লগত থকা মিত্ৰৱৰ্তী ভাব দৃঢ়তৰ কৰি ৰাখিছিল। জয়ন্তীয়া-ৰজাই অসম-ৰজাক একো কৰকাটল দিব নালাগিছিল। মাত্ৰ, ৰজা সিংহাসনত উঠিবৰ সময়ত অসম-ৰজাক নামমাত্ৰ কৰ দি ওলগ জনাব লাগিছিল। দুই ৰজাৰ ভিতৰত বন্ধুভাৱেই বেপাৰ-ৰাণিজ্য আৰু আয়াযাত চলি থাকিবলৈ জয়ন্তীয়া ৰজাই কপিলী আৰু দিমৰুা নৈৰ মাজত এখন চকী পাতিছিল। অসম দেশ জিনাৰ পাচত ডেভিদ স্কটে জয়ন্তীয়া ৰজাক সেই চকী তাৰপৰা উঠাই নিবলৈ হুকুম দিলে। ৰজাই কিন্তু, সেই হুকুম নেমানিলে। জয়ন্তীয়া ৰজাৰ কৰতলীয়া ৰাজ্য গোভাৰ ৰজা ছত্ৰসিংহে চাৰিজন ইংৰাজক ধৰাই দি, তাৰে তিনিজনক কালী গোসাঁনীৰ আগত বলি দিয়ালেগৈ। ইজন পলাই গৈ ইংৰাজ কৰ্মচাৰীক খবৰ দিয়াত গৱৰ্ণমেণ্টে জয়ন্তীয়া ৰজা ৰাম-

সিংহক সেই হত্যাকাৰীক ধৰি দিবলৈ টানকৈ লেখি পঠিয়ালে। কিন্তু, ৰামসিংহৰ পুতেক ৰাজেন্দ্ৰ সিংহই তালৈ কেৰেপকে নকৰিলে। তাৰ ফলত, ১৮৩৫ চনত সসৈন্যে লিষ্টাৰ চাহাব গৈ জয়ন্তীয়াপুৰ অধিকাৰ কৰিলেগৈ। তেতিয়াৰপৰাই খাচীয়া-জয়ন্তীয়া বৃটিছৰ খাচ দখললৈ আহিল। জয়ন্তীয়াপুৰ জয় কৰি বৃটিছ-সাম্ৰাজ্যৰ অন্তৰ্গত কৰোঁতে লিষ্টাৰ, বেডিংফিল্ড, বাৰ্লটন আদি কেইজনমানে অসমীয়া-খাচীয়াৰ হাতত প্ৰাণ এৰিবলগীয়া হয়।*

**ভুটীয়াৰ লগত কাজিয়া ঃ** ৰজাদিনত ভুটীয়াবিলাকক কিছুমান দুৱাৰৰ ওপৰত অধিকাৰ পাতি থোৱা হৈছিল। সেই দুৱাৰবোৰ ভৈয়ামত; তাত তেওঁবিলাক খেতিবাতি কৰেহি। অসম-ৰজাক তেওঁবিলাকে যাতে ৰজা বুলি মানে তাৰ নিমিত্তে তেওঁবিলাকক এই দুৱাৰবোৰ আঠ মাহলৈ এৰি দিয়া হৈছিল—বাকী চাৰি মাহ তেওঁ-বিলাক অসম ৰজাৰে প্ৰজা হৈ থাকিছিল। ভুটীয়াবিলাকৰ ইচ্ছা অনুসৰিয়েই খেতিৰ নিমিত্তে মাটি দিয়া হৈছিল। এই দুৱাৰবোৰৰ উৎপন্নৰ বাবে ভুটীয়া ৰজাই বছেৰেকত চল্লিছ হেজাৰমান কেঁচা ৰূপ পাইছিল। কোম্পানীৰ দিনতো জয়ে-জয়ে ভুটীয়াই বছৰি ২৪ তোলা সোণ, ৫০টা ঘোঁৰা, ২৪টা গান্ধকলাই, ২৪টা চোঁৰৰ, ২৪ খন কম্বল আৰু ২৪ খন তৰোৱাল চৈ শোধাই আছিল; ভুটীয়া চিপাহীও পল্টনত আছিল। কিন্তু, ইংৰাজ পল্টনত থকা চিপাহীবোৰে ভুটীয়া মানুহবিলাকক সমূলিকে দেখিব নোৱাৰিছিল। এইবাবেই ১৮৩৬ চনত ৭০০ ভুটীয়াৰ লগত ৭০টা পল্টনীয়া চিপাহীৰ কাজিয়া লাগে। পল্টনীয়া চিপাহীৰ গুলীৰ কোবত ঠাৱৰিব নোৱাৰি ভুটীয়াহঁত পৰ্বতলৈ পলাই যায়। ১৮৪১ চনত বছৰি দহ হেজাৰ টকাৰ

* ১৮২৯ চনৰ ৪ এপ্ৰিল তাৰিখে তিকত সিঙৰ অধীনত থকা অসমীয়া চিপাহীয়ে লেফটেনেণ্ট বেডিং ফিল্ড আৰু লেঃ বাৰ্টনক আক্ৰমণ কৰে।
—গৱৰ্ণমেণ্ট গেজেট।

অসমীয়া মতে কালী গোসাঁনীৰ আগত বলি দিয়ে।

প্ৰলোভন দেখুৱাই ইংৰাজে ভূটানৰপৰা ১৬০০ বৰ্গমাইল মাটি বৃটিছ-ৰাজ্যভুক্ত কৰি লয়।

**খাম্‌তিৰ অসন্তোষ:** চন্দ্ৰকান্ত সিংহৰ বঙ্গহ এজনে শদিয়া-খোৱা গোহাঞি বাব লৈ কোম্পানী সোমোৱাৰ আগেয়ে শদিয়াৰ চৈ তুলি খাম্‌তিৰ লগত মিতিৰালি কৰি দেশ শাসন কৰি আছিল। অসম-ব্ৰহ্ম-চীন আৰু তিব্বতৰ লগত ৰাজনৈতিক সম্বন্ধৰ গতিবিধি চাবৰ নিমিত্তে শদিয়াই একমাত্ৰ সন্ধিস্থল। মানৰ আক্ৰমণৰ পাচতে ডেৱিদ্ স্কট আহি খাম্‌তিৰ চৌচানলক সেই সদিয়াতে শদিয়াখোৱা গোহাঁই পাতে, আৰু তেওঁক বৃটিছ গৱৰ্ণমেণ্টৰ খৰচতে সধোৱা চিপাহী ২০০ পালিব-পাচিবলৈ দিয়ে। খাম্‌তি প্ৰজাই স্কট চাহাবক ইমান সহায় কৰিছিল যে তেওঁ সেই কাৰ্য্যত পৰম সন্তুষ্ট লাভ কৰি, এইবুলি চৰ্কাৰী এতলাত লেখি থৈ গৈছিল যে উজনি অসম খণ্ড দেশীয় ৰজাৰ হাতত অৰ্পণ কৰিলেও মটকেসৈতে খাম্‌তিৰ দেশখনি সুকীয়াকৈ ৰাখিব লাগিব। কিন্তু এনে বন্দবস্তত খাম্‌তিৰ মাজত সন্তোষৰ সৃষ্টি ন'হল। কিয়নো, বৃটিছ-গৱৰ্ণমেণ্টে তেওঁবিলাকৰপৰা খাজনা আদায় কৰি অসমীয়া প্ৰজাৰ ওপৰত. থকা হাত এৰুৱাই দিলে; তদুপৰি, চিংফৌৰ লগত থকা বহুত বন্দীবেটীত লৈ আছিল। তেওঁবিলাকৰ মাজত যে অসন্তোষৰ কেৰোণ সোমাইছে, এই কথা ঘুমুকঘানাককৈ শুনিবলৈ পোৱা গৈছিল। কিন্তু ইংৰাজ নেতাসকলে এইবোৰ উৰাবাতৰি বুলি উৰাই দিয়ে।

**চিংফৌ; আডাম হোৱাইটক হত্যা:** ১৮৩৯ চনৰ ১৯ জানুৱাৰী দিনা শদিয়াত থকা পলিটিকেল এজেণ্ট মেজৰ আডাম হোৱাইট চাহাবে দৰ্বাৰ পাতি সকলো খাম্‌তিকে নিমন্ত্ৰণ কৰে। চাৰিওফালৰপৰা ৫০০ খাম্‌তি আহি হোৱাইট চাহাবক আগুৰি ধৰিলেহি আৰু চন্তৰীবোৰক হেঁচা মাৰি ধৰি দুটাৰ বাহিৰে ৰাকী চিপাহী থকা ছাউনীবোৰ জুই লগাই পুৰি ভস্ম কৰিলে। মেজৰ হোৱাইটক খুতুৰাখুতুৰকৈ কাটি দাব আগত তেওঁৰ

মজহ নেকানেক্ কৰিলে। লগতে বৃটিছৰ ৮০ জন কৰ্মচাৰীও মৰিল।

**চৌৰাংকা ঃ** চৌচানলৰ পিচত চৌৰাংকা শদিয়াখোৱা গোহাঞি হ'ল আৰু কেপ্টেইন চাৰ্লটন (Charlton) চাহাৰ তাত ইংৰাজৰ প্ৰতিনিধিৰূপে থাকিল। শদিয়াখোৱাই চাহাবৰ আদেশ টিলিকি মাৰি উৰাই দিয়ে আৰু সদায় কোম্পানীক অনিষ্ট কৰাৰ কথাকে ভাবি থাকে। এনে বিপৰীত ভাব দেখি পূৰ্বে শদিয়াখোৱাক দিয়া চৈখোৱাৰপৰা ধল-ডাঙৰীলৈকে এই ভূখৰি দেশ কোম্পানীয়ে খাচ দখললৈ আনিলে। তেতিয়া শদিয়াখোৱাই বিৰক্ত হৈ দেখাদেখিকৈ মন্দ চেষ্টা কৰিবলৈ আৰম্ভ কৰিলে আৰু বৃটিছৰ প্ৰতিনিধিয়েও তেওঁক ধৰি নি বিশ্বনাথত লোৱা লগাই থ'লেগৈ। খামৃতিৰ চিপাহী গুচাই পেলালে ; যি হিলৈ দিছিল তাকো কাঢ়ি ল'লে। শদিয়লীয়া প্ৰজাৰ বছৰি ১৲ টকা, চৈখোৱা-পাৰৰ ন-ভগনীয়াৰ আৰু দোৱনীয়াৰ আধলি আৰু পুৰণিবোৰৰ ১ টকাকৈ ৰাজকৰ লগালে। তাৰ পিচত জয়পুৰত হেনে (Hannay) চাহাবৰ অধীনত ৪০ জন দোৱনীয়া মানুহেৰে গঠিত এটি পল্টন ৰখা হ'ল। তেতিয়াৰপৰাই খামৃতিৰ বল ক্ৰমান্বয়ে পৰি আহিবলৈ ধৰিলে।

**নিংকথুমুঙৰ ফাঁচী ঃ** দিহিং মুখৰ উজনিৰপৰা পূবলৈ এজেন্টি মুলুক বুলি গণ্য কৰাৰ পিচত সেই ফালৰ পৰ্বতীয়া জাতিবিলাকৰ মাজত অসন্তোষৰ বীজ সিঁচৰতি হৈ পৰে। ইং ১৮২৮ চনত ৱাঙ্ক কুমচেন বা ৱাকুম কুংজীয়ে দা-যাঠী হিলৈ-জিঙ্গাল লৈ তিনি হেজাৰ মানুহে সৈতে শদিয়াত থকা কোম্পানীৰ মানুহবোৰক শিকলি লগাই ধৰি নি, পাচত ইংৰাজক শদিয়াৰপৰা খেদি দিব—এই প্ৰতিজ্ঞা কৰি শদিয়া-কোঁঠ আক্ৰমণ কৰেহি। ১৮২৫ চনৰপৰা মানপলোৱাৰ লগে-লগে চিংফৌবিলাকে এই আক্ৰমণৰ পাং-পাতি ঠায়ে-ঠায়ে ধান-চাউলৰ ভঁড়াল পাতি লৈছিল আৰু কোম্পানীৰ দহ হেজাৰ মানুহ ডাকু লগাই নিব পৰা শিকলি জমাকৈ থৈছিল। কিন্তু নউৱিল

আৰু মেথী চাহাবে খাম্‌তি-মটকৰ অলপীয়া সৈন্যেৰেই সিহঁতক হোঁহোকাই পৰ্বতলৈ খেদিলে আৰু ৰাকুমৰ লগৰীয়া নিংকথুমুঙক বন্দীকৈ কলিকতালৈ পঠালে। তেওঁ কেনেবাকৈ উজাই আহি আকৌ ছুই সুঁতিৰ মুখত বেপাৰী নাও এখনৰ মানুহ-দুনুহ মাৰি বস্তু-বেহানি ডকা দিয়েছি। সেইবাবেই নিংকথুমুঙৰ ফাঁচী হ'ল।

**ৰীচাগামৰ অসন্তুষ্টি :** এই সময়ত ৰীচাগামে নউৱিল চাহাবৰ প্ৰতি পৰম সৌহাৰ্দ্য ভাব প্ৰকাশ কৰিছিল। সেইবাবে তেওঁক কোম্পনীৰ ঘৰৰপৰা মাহে ৫০ টকাকৈ পেঞ্চন দিবলৈ নিয়ম কৰা হৈছিল আৰু দাঁতিকাষৰীয়া জাতিবিলাকৰ ভূ-ভা দিবৰ নিমিত্তে এজেণ্ট মনোনীত হৈছিল। এইবোৰ কাৰ্য্যৰ পুৰস্কাৰ স্বৰূপে তেওঁক কোম্পানীয়ে খাৰবাৰুদ, ঢাল-তৰোৱাল আৰু ১০০ চিপাহী দিছিল। কিন্তু নিংকথুমুঙক ফাঁচী দিয়াৰ পিচতে তেৱোঁ ইংৰাজৰ শত্ৰু হ'ল। ইংৰাজৰ ফালৰ মোহনচন্দ্ৰ বৰুৱা, লয় কটকী, কান্দুৰা দৈচুঙীয়া, গেজেৰ হৰকৰা গৈয়ো চিংফৌৰ মাজত হোৱা অশান্তি একোপধ্যেই দমাব নোৱাৰিলে।

তেওঁবিলাক যোৱাত এখনি যুঁজহে আৰম্ভ হ'ল। সেই যুঁজ আঠ মাহলৈকে চলিছিল। ফলত, চাৰ্লটন আৰু মেলৰ (Mellor) দুয়োজনৰ গাত ঘূণ লাগিল আৰু দুজনমান বৃটিছৰ জঙ্গী চিপাহীও মৰিল। এনেতে মানে আপত্তি কৰিলেহি বোলে,—অসমৰ সীমা নামছুক নৈ—ইংৰাজে সেই নৈ পাৰ হৈ আহি মনেদেশত অনধিকাৰ-প্ৰৱেশ কৰিছেহি। কিন্তু, নামজাঙ্গ বিলত দিহিঙ্গীয়া ৰজাৰ শিলৰ খুটি দেখুৱাই সেয়ে অসম দেশৰ সীমা বুলি ধাৰ্য্য কৰাত মানহঁত মান্তি হৈ গুচি গ'ল।

**নেনেম থইকঙৰ যুদ্ধ :** ১৮৩৫ চনত নেনেম্ থইকঙে নগা গাঁও ভাঙে। এই আপাহতে কোম্পানীৰ সেনাই নেনেমক ৰণত ঘটুৱাই পৰ্বতলৈ খেদে। ১৮৩৭ চনত লঠৰা নগাই চিংফৌ গাঁও ভাঙে। এই চেলুকে লৈ ইংৰাজ সৈন্যই লঠৰাক আক্ৰমণ কৰে।

১৮৪৩ চনত সিবনাচেং, নিংৰাংৰফীছু বিদ্ৰোহী হৈ ইংৰাজৰ কোঁঠ ভাঙি ২০/২৫ জন চিপাহী-চন্তৰি কাটি পলাই যায়। বিমুনচাঙে ডিবুক নৈৰ খাতমাৰ কুজীবাৰীত বাৰ্ণী চাহাবৰ (Burney) বঙলা পুৰি ডকা দিয়ে। ১৮৪৯ চনত কদমা চিংফৌৱে নাওশলীয়া গাঁৱত উৎপাত কৰেছি। কদমাক ধৰি ফাটক দিলত, চিংফৌৰ স্বতন্ত্ৰীয়া চেষ্টাৰ ওৰ পৰিল। তথাপি, স্বাধীনতাৰ হেপাহটো ১৮৬৯ চনলৈকে প্ৰৱল হৈ থাকিল। জেন্‌কিঞ্চ নামেৰে এজন চাহাব পাটকায়েদি তেওঁবিলাকৰ দেশত সোমাবলৈ যাওঁতে চিবস্ গাম আৰু চিৰাজ গামে এই মৰ্মে এখনি চিঠি দি তেওঁক সতৰ্ক কৰি দিছিল, "জেন্‌কিঞ্চ্ চাহাবক আমি ইয়ালৈ মতা নাই। কোনো চাহাবকে এই বাটে আহিবলৈ দিয়া নহয়। দেশ চাব খুজিলে ব্ৰহ্মদেশেদি আহিব। পাটকায়েদি আহিব নোৱাৰে। আহিল যদিও, তেওঁ ঘূৰি যাব লাগিব।"

**আবৰৰ কক্ষা**ঃ মানক খেদি যাওঁতে-যাওঁতেই কেপ্টেইন বেডফৰ্ড, ৱিলকক্স আদি কেইজনমান বৃটিছ—সামৰিক অনুসন্ধানকাৰীয়ে আবৰ দেশ গৰকি চাইছিলগৈ। তেওঁবিলাকৰ লগতে এছোৱা বাটলৈকে মণিৰামো গৈছিল। আবৰবিলাকে অসম-ৰজাৰ লগত এক প্ৰকাৰ বন্ধু ভাবেৰেই চলি আছিল। মটক বিভ্ৰাটৰ দিনতহে সোতৰ হেজাৰ আবৰ মটকৰ অগ্ৰগতি কৰ্দ্ধ কৰিবলৈ পৰ্বতৰপৰা নামি আহিছিল। অসম-আবৰৰ মাজত মিৰিবিলাকেই কটকী স্বৰূপে থাকি দুয়ো ঘৰৰে মিলাপ্ৰীতি ৰক্ষা কৰিছিল। তেওঁবিলাক আবৰৰ তলতীয়া হৈয়ে অসমৰ বন্ধু হৈ আছিল। সেই বাবেই আবৰ-মিৰি এক গোট হ'ব পাৰিছিল। মিৰিৰ ওপৰত আবৰৰ যেনেকৈ প্ৰভুত্ব আছিল, দিহিং নৈৰ মাছমৰা সোণকমোৱাৰ ওপৰতো তেনেকৈ সম্পূৰ্ণ স্বত্ব আছিল। ১৮৩০ চনত, মিৰিগাঁও এখন উঠি আহি এজেন্সি মুলুকত থাকিবলৈ লয়হি। "সেই কথাতে আবৰহঁতে অলপ বিভ্ৰাৰা কৰি পলিটিকেল এজেন্টক মিৰি মানুহখিনি

ঘূৰাই দিবলৈ কয়।" এজেণ্টে সেই মানুহ ঘূৰাই দিয়ে। ১৮৩৬ চনত ২০০ আবৰ নামি আহি ভৈয়ামত থাকিবলৈ লয়হি। ইহঁতক নমা দেখি বৃটিছ কৰ্তৃপক্ষ সশঙ্কিত হ'ল। লাহে-লাহে, আবৰে আবৰ পৰ্বতৰপৰা বৈ অহা নৈবোৰৰ মাছ-সোণৰ ওপৰত দাবী চলাবলৈ ধৰিলে। তেওঁবিলাকৰ দাবী-অনুসৰি কোম্পানীয়ে দিহঙৰ ওপৰত এটি বেপকৰা গুদাম বা কুঠী পাতিলে। আবৰে কিছুমান সোণোৱাল মানুহক তেওঁবিলাকৰ কাটলুৱা বুলি ধৰি লৈ যায়। সিহঁতক উদ্ধাৰ কৰিবলৈ যাওঁ বুলি হেমিল্টন বেট্‌চ চাহাবে কিছুমান সৈন্য লৈ আবৰ পৰ্বতত উঠৈগে আৰু ধৰি নিয়া মানুহখিনি মোকোলাই আনেগৈ। কিন্তু, আবৰে চাহাবৰ নাওবোৰ পুৰি চাই কৰিলে। তেতিয়াৰপৰাই বৃটিছ গৱৰ্ণমেণ্টৰ লগত আবৰৰ সদ্ভাৱ নোহোৱা হ'ল। ১৮৫২ চনত দিহং নৈখন লীলাম কৰাত আবৰহঁতৰ আকৌ খং উঠিল। তাত সোণ-কমাবলৈ যোৱা ১১ খন সোণোৱালৰ নাও আবৰে ডকা-দি লৈ গ'ল। তাতে আমাৰ হাৰি চকীদাৰ মৰিল। অৱশেষত "ভালেমান সৈন্যসেনা, আৰু অপ্ৰাৰিত ধনজন ক্ষতি হ'লেও হওক" বুলি বৃটিছে আবৰৰ বিৰুদ্ধে অভিযান চলাবলৈ দৃঢ় সংকল্প কৰিলে আৰু চলে-বলে কলে-কৌশলে আবৰৰ সাহপিতো মাৰি পেলালে।

**নগা-অসমীয়াৰ সম্বন্ধঃ** নগা দুবিধ; এবিধ বৰী, ইবিধ আবৰী। অসম-ৰজাৰ লগত যিবিলাক নগাৰ মিত্ৰভাব আছিল সেইবিলাকেই বৰী আৰু যাৰ নাছিল সিয়েই আবৰী। নগা-ৰজাবিলাকৰ ভিতৰত নাম-চঙ্গীয়া ৰজায়েই সকলোতকৈ ডাঙৰ। তেওঁৰ লগত অসম ৰজাৰ বৰ বন্ধুভাব আছিল। আমাৰ ৰজাৰ "জাতত তোলা" প্ৰথাৰ গুণতে বহুত নগা অসমীয়া মানুহৰ খেলতে সোমাই নিৰহনিপানী অসমীয়া হৈ যায় আৰু ভালেমানেই অসমীয়া গুৰুৰ শিষ্য হৈ ভকত হয়। নগাক খেলে-খেলে খাত-পাম বিল দিয়া হৈছিল। ৰজাই নগাৰ কটকী চৌতাং ৰাখি নগাৰ বুজ-বাজ

আৰু মাটি-বাৰীৰ পিয়ল কৰাইছিল। প্ৰায়বিলাক নগা ৰজায়েই ভাৰকালি ভৈয়ামলৈ আহি অসম-ৰজাক নগুৱা-সিকচৌ, হাতী-দাঁত দা, যাঠী, কপাহ, কাপোৰ ভেঁটী দি ওলগ জনাইছিলহি। আমাৰ ৰজায়ো সিবিলাকক ৰটা-বাহ দি সন্তোষ লগাই পঠিয়াইছিল। সবাতো উপৰি ডাঙৰ কথা—অসমীয়াৰ লগত নগাৰ বিয়া-বাক হৈছিল। এনে বন্ধু ভাবৰ আদান-প্ৰদান হৈ থকা বাবে নগা পৰ্বত আৰু ভৈয়ামৰ মাজত ঠেকাঠেকি লাগি এনেকুৱা ঘা লগা নাছিল যাক শুকুৱাব পৰা নহৈছিল। যদিও কেতিয়াবা ক'ৰবাত দাঁতে ওঁঠে লাগিছিল, সিও দুখন বা এখন চাঙৰ ভিতৰতহে। কিন্তু, ইংৰাজ আহি নগা পৰ্বত গৰকিবলৈ গ'লত নগা পৰ্বত গোটেইটো জিকাৰি উঠিছিল। ইংৰাজ পাদুৰীসকলে ধৰ্মপ্ৰচাৰৰ গইনা লৈ ভৈয়ামৰ অসমীয়াৰ লগত থকা সাতাম পুৰুষীয়া কটকটীয়া মৰমৰ ডোলডাল সোলোক-ঢোলোককৈ পেলালে। দুখন নগা-গাঁৱৰ মাজত কাজিয়া লাগিলে আমাৰ তালৈ ভ্ৰূক্ষেপ কৰা নাছিল—হকা-বধা দূৰৈৰ কথা। কিন্তু, বুটিছে, সেই কাজিয়া ভাঙিবলৈ আপোন-ইচ্ছাতে নগা-গাঁও সোমাই গাঁবোৰ লণ্ডভণ্ড কৰি পেলাইছিল। অসমীয়া মানুহ একোটা নগা গাঁৱত সোমালে তাকে বিচৰা চলৰে কোম্পানীৰ চিপাহী লগাই চাংবোৰ কাটি-মাৰি তৰ্ণাস্তি কৰা হৈছিল।

**নগাপৰ্বতৰ লোণ-পুং :** নগা-পৰ্বতত প্ৰায় ৯০টা লোণ-পুং আছিল। অসম-ৰজাৰ ভঁৰাললৈ এটাইবোৰ পুঙৰপৰা লোণ আহিছিল। কোম্পানীৰ দিনত ৩টা পুং কোম্পানীৰ ৰবীয়াকৈ ৰাখি বাকীবোৰ নগাবিলাককে এৰি দিয়া হৈছিল। পুৰন্দৰৰ আমোলত নামচাং-ৰৰদুৱাৰ-ৰৰহাটত থকা এটাইবোৰ লোণ-পুঙৰে আধি নিয়ম আছিল। ব্ৰডী চাহাবে সেই ৩টা পুঙৰ পৰা ৬৫২ মোণ ৩৮ সেৰ ১১ ছটাক লোণ পাইছিল আৰু সেইবোৰ মোণে ৫৲ টকা হিচাপে বিক্ৰী কৰা হৈছিল। লোণ উলিয়াই ফাকত বান্ধি

বেচিব পৰা কৰোঁতে কোম্পানীৰ পুং ছুটাত মাহে ১২০ টকাকৈ খৰচ হৈছিল। ৰজাদিনত, লাদৈ-গড় চেৰাই দক্ষিণলৈ অসমদেশৰ সীমা আছিল।

**বৃটিছৰ নগাসীমা অতিক্ৰম আৰু নগাৰ খং:** আগেয়ে খোদৰ আলিয়েই বৃটিছে নগাৰ সীমা ধাৰ্য্য কৰিছিল। নামচাঙত শুকানজুৰী চাহ বাগিচা পতাৰ পিচত কোম্পানীৰ সীমা, সেই আলি চেৰাই লাদৈ-গড় পালেগৈ। এই কাৰণতে বিতুষ্ট হৈ নগাই কেইবছৰমানৰ পাচত হলকম্ব চাহাবক বধ কৰে। গুৰ্খা পল্টন এটাইসৈতে হলকম্ব চাহাব নগা পৰ্বতত সোমালত নগাৰজাই কৈ পঠালে বোলে, চাহাবে পোৱালি ওলোৱা হিলৈবোৰ থৈ আহিলে ৰজাই চাহাবৈসৈতে সাক্ষাৎ কৰিব পাৰে।* সেই হিলৈবোৰ দেখিলে নগা ৰজা আৰু ৰজাৰ পৰিষদবিলাক ভয়তে পেপুৱা লাগে। নগা ৰজাৰ কথা মতেই হলকম্বে বন্দুকবোৰ পেলাই থৈ উকা মানুহৈসৈতে ৰজাক দেখা কৰিবলৈ গ'ল। চাহাব গৈ ৰজাৰসৈতে কথা পাতি থাকোঁতেই লুকাই থকা নগাবিলাকে সেই বন্দুকেৰেই চাহাবেসৈতে চিপাহীসখাক মাৰি পেলালে। হলকম্ব চাহাবক মৰা ঘটনাটো বৰ ডাঙৰ ঘটনা।[১] ই পাচত এটি বৰবৈ গীতেই হ'লগৈ।

---

* বন্দুকৰ গুলীটোক নগাই পোৱালি বুলি কৈছিল আৰু বন্দুকটোক বুলিছিল তাৰ মাইকী। কৈছিল, বোলে চাহাবহঁতৰ এইটো কি ও, ধুপ কৰিয়েই পেটৰ-পৰা পোৱালি এটা ওলায়। পোৱালিটোৱেই মানুহবোৰ মাৰি পেলায় ইয়াক বোলে নগাফাঁকি। —যাদৱচন্দ্ৰ বৰুৱা

১. নগাৰ চাঙে-চাঙে ফুৰিলি ঐ হলকম্ব
নগাৰ কচু তেপু খাই,
অঁকৰা নগাই থঁকৰাই কাটিলে
চিপাহী থাকিল চাই,
ইয়া কঁঠালৰে শিয়া সমনীয়া
ইয়া কঁঠালৰে শিয়া
হলকম্ব চাহাবক 'আবৰে' কাটিলে
কাললৈ থাকিলে চিয়া।

# দ্বাদশ অধ্যায়

## কলিকতাৰ সদৰ দেৱানী আৰু নিজামত আদালতৰ জজ মফট্ মিলছৰ আগমন আৰু মাণিৰাম দেৱানৰ বৃটিছ-শাসন-বিশ্লেষণ

**মিলছৰ আগমন ঃ** সিটো অধ্যায়ত চমুকৈ দেখুউৱা মতে, দেশখনত বৃটিছৰ শাসন-তন্ত্ৰ নিকপকপীয়া কৰাৰ পাচত, দেশীয় লোকৰ মনোভাব বুজিবৰ নিমিত্তে আৰু দেশত নো কিৰূপে সুখ-শান্তি বিৰাজ কৰিছে তাৰ ভু-ভা ল'বলৈ কলিকতাৰ সদৰ দেৱানী আৰু নিজামত আদালতৰ অফিচিয়েটিং জজ, এগৰাকী জন মফট্ মিলছ চাহাব বিশেষভাৱে নিয়োজিত হৈ অসম পৰিভ্ৰমণ কৰিবলৈ আহে। "যমুনা" নামে ভাপ-জাহাজত উঠি ইং ১৮৫৩ চনৰ ৫ জুন তাৰিখে তেওঁ শিৱসাগৰ পায়হি।* শিৱসাগৰ পোৱাৰ আগতে তেওঁ গুৱাহাটীৰ বাহিৰে কেউখন জিলাৰ সদৰ ঠাইত ১০ দিনকৈ থাকি আহে।

---

* "৮ জুনৰ ৰাতিপুৱা ৮ বজাৰ সময়ত "জমুনা" নামে ভাপজাহাজ আহি শিৱসাগৰ জিলা পাইহি। তাতে দিখৌ নদিৰ গৰাত লৰা বুৰা বহু মানুহে আনন্দেৰে জাহাজ চাবলৈ গোট খাইছিল। এই জাহাজতে কলিকতাৰ পৰা লৰ্ড চাহাবৰ আগ হৈ অহাত শ্ৰীলশ্ৰীযুত মিলচ নামে জজ চাহাবো আহি ৫ জুনত এই জিলা পালেহি। তেওঁ এই অচম দেশৰ সকলো জিলাৰ সোধ পোচৰ মহলা লৈ লৰ্ড চাহাবক বুজাব এই জাহাজ নাজিবা থকা অচম কোম্পানীৰ চাহ কুঠিলৈকো নিয়া হব। জাহাজ ইমান ডাঙৰ হোৱাতো কেবল তিনি হাত পানীত ভালৰূপে চলিব পাৰে। জাহাজৰ কাপ্তান শ্ৰীযুত হৰ্ক্লি চাহাব।"

—অৰুণোদই জুন, ১৮৫৩ চন।

সেই হেগতে, শিক্ষিত আৰু সম্ভ্ৰান্ত লোকে দেশৰ অৱস্থা, প্ৰজাৰ অভাৱ-অভিযোগ আৰু বৃটিছ শাসনৰ প্ৰতি কৃতজ্ঞতা জনোৱা যিবোৰ আবেদন-নিবেদন, আৰ্জি-এত্‌লা তেওঁলৈ পঠিওৱা হৈছিল সেইবোৰৰ "সুখ-জৱানী" তজ্বিব কৰা হয়। মিলছে ইমানবোৰ আৰ্জি-এত্‌লা পাইছিল যে তেওঁ সেই এটাইবোৰ হুবহু প্ৰকাশ কৰিব নোৱাৰি তাৰে লাগতিয়াল কিছুমানৰ সাৰমৰ্ম আৰু কিছুমানৰ অবিকল নকল নিজা অভিমতৰেসৈতে বঙ্গ গৱৰ্ণমেণ্টৰ চেক্রেটৰী চাঁচিল বীডনলৈ পঠিয়ায়। সেইবোৰৰ ভিতৰতে এনে দুখন আবেদন-পত্ৰ পাইছিল যি দুখন হুবহু বিপৰ্টত ওলোমাই দিছিল। সেই দুখনৰ লেখকো গুৰিতে একেজনেই সেইজনেই হৈছে মণিৰাম দত্ত বৰুৱা দেৱান। পাৰ্থক্য এই কেৰাই যে এখনত আছিল "শ্ৰীশ্ৰীযুক্ত ঘনকান্ত সিংহ যুৱৰাজৰ আদেশ মতে লেঠা নোহোৱাসকলৰ হৈ[1] শ্ৰীমণিৰাম দত্তবৰুৱা দেৱান"ৰ নিজৰ চহী; ইখনত আছিল— "মণিৰাম দেৱান বৰুৱা" "মণিৰাম দেৱান" "মণিৰাম মৌজাদাৰ" আদি বিভিন্ন পদবিৰে মণিৰাম দেৱানৰ চহী। জিলাৰ অধিপতি চি হলৰইডৰ হুকুম নোহোৱাকৈয়ে সেই আবেদন-পত্ৰ কেইখন আগতে মিলছলৈ পঠিয়াই দিয়া হৈছিল আৰু পাচত এচিষ্টেণ্ট কমিছনাৰ মৰ্ণটনে তাক অনুবাদ কৰি দিছিল।* আগেয়ে ৰাজ্য-বিচাৰি নোপোৱা চন্দ্ৰকান্ত সিংহৰ পুতেক ঘনকান্ত সিংহ যুৱৰাজে-সৈতে দিয়াখনত আৰু দেৱানে নিজৰ নামত দিয়াখনতো বৃটিছ-শাসনৰ সুফল-কুফল দুয়োটাকে মুকলিভাৱে দিয়া হৈছিল। দেশৰ দুৰৱস্থাৰ কাৰণ আৰু ৰাইজৰ দুখ-দুৰ্দশা আৰু অসন্তুষ্টি হেতু-- ইত্যাদি সকলো কৰা ৰাজনৈতিক দৃষ্টিৰে চাই লেখা হৈছিল।

---

১. লেঠা নোহোৱাসকল:—উচ্চ শ্ৰেণীৰ ১ জন, ডাঙৰীয়া ১, মধ্যবিত্ত শ্ৰেণীৰ ১, চমুৱা পাইক ১, কাঁড়ী পাইক ১, দেৱলীয়া ১, সকলো মহন্ত ১, আববাদি পৰ্বতীয়া জাতিৰ ১, চৰ্কাৰৰ লগত সংশ্ৰৱ নথকা।

* পৰিশিষ্ট চক।

**পুৰন্দৰ সিংহক ৰাজ্য দিয়াত সন্তোষ প্ৰকাশঃ** বৃটিছ-শাসনৰ আদি-ব্যৱস্থা আৰু পুৰন্দৰ সিংহক ৰাজ্য দিয়াৰ শলাগ লৈ কোৱা হৈছিল :

"ভৈৰৱী নদীকে সীমা কৰি গোটেই ওপৰ অসম অংশ জুনিয়ৰ খণ্ড নাম দি ৰাজ্যভ্ৰষ্ট ৰজাৰ নাম-গৌৰৱ আৰু ত'ৰ বৰুৱা-ফুকন আদি পাত্ৰ-মন্ত্ৰীসকলৰ পদ-মৰ্য্যাদা-যশ-মান ৰক্ষা কৰিবৰ নিমিত্তে পৃথকাই ৰাখিলে। অসম ৰজাৰ উদাৰ আৰু মৰমিয়াল ৰাজত্বৰ সুবিমল ছায়াত সুখে-সন্তোষে থাকিবলৈ পাম বুলি ভাবি এই অংশৰ সকলো প্ৰজাই অসীম আনন্দ অনুভৱ কৰিছিল।"

ক্ৰমান্বয়ে শাসনৰ নীতি সলনি কৰি অনাৰ ফলত, দেশস্থ সন্ত-মহন্ত আৰু ডা-ডাঙৰীয়াসকলক মাটি-বৃত্তিৰপৰা বঞ্চিত কৰাত আৰু দিনক দিনে দেশশাসনৰ নামত মাটিৰ খাজনা বঢ়াই নিয়াত মাৰ্জিত গৰিহণা দি লেখা হৈছিল :—

**বৃটিছ-শাসনে আমাক বাঘৰ পেটত সুমুৱালে :** "ধৰ্মাৱতাৰ হজুৰ! আমি যেনিবা বৰ্ত্তমান বনৰজাৰ বৰপেটতহে সোমাই আছোঁহঁক। আমাৰ দুৰ্দশাৰ দ্বাৰাই চৰ্কাৰ বাহাদুৰৰ কিবা উপকাৰ হ'লে আমি অৱশ্যে সন্তোষ পামহঁক। প্ৰকৃতপক্ষে ইয়াৰ দ্বাৰাই না-শাসিতৰ, না-শাসকৰ কাৰো উপকাৰ হোৱা নাই দেখোন। এৱমানুক্ৰমেই যদি দেশৰ কাৰ্য্যপ্ৰণালী চলি থাকে, ভৱিষ্যতে যে আমাৰ কিবা মঙ্গল হ'ব, আমি আশা কৰিব নোৱাৰোঁহঁক।"

মানৰ দিনত ৰজাৰ মৈদামবিলাক খানি ৰজাৰ অস্থিৰ জাত মৰা নহৈছিল। কিন্তু, বৃটিছে সেই মৈদামবোৰ খনাই তাত থকা সম্পত্তিবোৰ যি নিলেই নে ৰাজ অস্থিবো জাত মাৰিলে—এই কাৰ্য্যত প্ৰজাৰ গভীৰ অসন্তোষ :—

**বৃটিছে সৰ্গদেৱসকলক অস্থিৰ জাত মাৰিলে :** "মানে নিষ্ঠুৰৰূপে অত্যাচাৰ আৰু স্বেচ্ছাচাৰভাৱে দেশত উৎপাত কৰিছিল যদিও, পুৰণি মৈদাম আৰু স্বৰ্গী মহাৰাজসকলৰ অস্থিত হাত দিয়া

নাছিল। কিন্তু বৰ্ত্তমান শাসনকৰ্ত্তাই সেইবোৰ লুপ্ত কৰিলে। এনেকৈ ক্ৰমান্বয়ে আমাৰ স্বৰ্গদেৱসকলৰ পুৰণি স্মৃতিচিনবিলাক কলঙ্কিত আৰু অপমানিত কৰোৱা হ'ল। এইবিলাক কথা সঁচাকৈয়ে অতি গুৰুতৰ—দকৈ ভাবি চাবলগীয়া।" ৰজাবেসৈতে দিয়া খনতকৈ নিজৰ চহীৰে শুকীয়াকৈ দিয়াখনত বৃটিছ-শাসনৰপৰা উপকাৰ আৰু অপকাৰবোৰ বিতংকৈ কঁহিয়াই দেখুৱা হৈছিল। পুৰণি দণ্ডবিধিৰ কিছুমান প্ৰথা উঠাই দিয়াত তেওঁ বৃটিছ-গৱৰ্ণমেণ্টৰ গুণ গাইছিল আৰু এই কেইটামান নিয়ম ৰহিত কৰাত প্ৰজাই ভাল পাইছে বুলি মুক্তকণ্ঠে স্বীকাৰ কৰিছিল :—

**বৃটিছৰ সংস্কাৰী শাসনপন্থাৰ শলাগ :** (১) নাক-কাণ কটা; (২) চকু কঢ়া; (৩) বলাৎকাৰ কৰি লোকৰ ছোৱালী ধৰি নিয়া; (৪) কিছুমানৰ ওপৰত লগোৱা কাটল (টেক্স) গুচোৱা। আৰু এই কেইটা নিয়ম প্ৰৱৰ্তন কৰাত ভাল পাইছিল :—

(৫) নিয়মিত ডাকৰ বন্দবস্ত কৰা; (৬) বিদেশলৈ হুণ্ডী পঠিয়াব পৰা উপায় কৰা; (৭) পঢ়াশালী পতা—যদিও তাৰপৰা একো উপকাৰ দেখা নাই; (৮) বন্দী-বেটীবোৰ মুকলি কৰি দিয়া। সিহঁতে এতিয়া মাহে ছটকা বা ২॥০ টকাত কাম কৰি খাব পাৰিব। কিন্তু নিজৰ নিজৰ খেতি-পথাৰ কৰি লোকৰ কাম কৰিবলগীয়া হ'লে সাংসাৰিক অৱস্থা দুৰ্বল হৈ পৰিব।

**বৃটিছ-শাসনৰপৰা হোৱা অপকাৰ-আসোঁৱাহ আৰু অসুবিধাৰ যি-কেইটা অভিযোগ দাঙি ধৰিছিল, তাৰ ভিতৰত এই কেইটাই প্ৰধান :** ১। ১৭টা পৰ্বতীয়া জাতি আৰু তেওঁবিলাকৰ চৌভাং কটকীসকলক ৰজাদিনত যি খাত-পাম-বিল আৰু বঁটা-বাহন দিয়া হৈছিল, সেইবোৰ এতিয়া কোম্পানীৰ দিনত ৰহিত কৰা হ'ল।

২। কামাক্ষা গোসাঁনীৰ দেশত, দেৱীক পূজা-অৰ্চনা নকৰি হিন্দুধৰ্মক অৱজ্ঞা কৰা হৈছে।

৩। জিলাৰ ভাৰ পোৱা ডেকা পল্টনীয়া চাহাববিলাকৰ উদ্ধত স্বভাৱ হোৱা গুণে, ৰাইজৰ মাজত অশান্তি-উদ্বেগৰ সৃষ্টি হৈছে।

৪। জিলাধিপতিবিলাকৰ ডেকালি তেজ আৰু উতনুৱা স্বভাৱৰ বাবেই হিতাহিত বিচাৰ কৰাত জ্ঞানশূন্য হৈছে।

৫। নগা-ফাটবোৰ তুলি দি আবৰ-ডফলাক অত্যাচাৰ কৰা হৈছে।

৬। দেশখন ধ্বংস হোৱাত খেতিবাতিলৈ ৰাইজৰ আস্থা নোহোৱা হৈছে।

৭। চৰ্কাৰী কানি বিক্ৰী বন্ধ কৰিব লাগে।

৮। ব্যাকৰণ, জ্যোতিষ আৰু গীতা-ভাগৱতৰ চৰ্চা নাইকিয়া হ'ল।

৯। কমাৰ-সোণাৰিৰ বাহিৰে এটাইবোৰ খনিকাৰী বা গঢ়া-বিদ্যা লোপ পালে।

১০। মথাৰিবোৰ বন্ধাবলৈ এৰি দিয়াত বানপানীয়ে বছৰি শস্য নষ্ট কৰিছে।

১১। দেৱানী আদালতত কানীয়াক সাক্ষী মনা হৈছে।

১২। ৰায়তৰপৰা ইস্তফা গ্ৰহণ কৰি ৰায়ত আৰু মৌজাদাৰ উভয়কে বিপাঙত পেলোৱা হৈছে।

১৩। নগদ টকাৰূপৰ সলনি ধান-চাউল আদি বস্তুৰেই খাজনা ল'ব লাগে।

অভিযোগবোৰ উলিয়াই সামৰণিত দেশখন কিৰূপে শাসন কৰিলে স্থানীয় প্ৰজাৰ মাজত সুখ-শান্তি বিৰাজ কৰিব আৰু চৰ্কাৰবো একো ব্যাঘাত নহ'ব তাৰ আঁচনি আৰু বিবৃতি আগবঢ়ায়। সেই আঁচনি আৰু আবেদনৰ প্ৰধান দাবী আছিল—বিশ্বনাথত বৃটিছৰ এজন "মহামন্ত্ৰী চাহাব" ৰাখি উজনি অসম খণ্ড আকৌ আমাৰ ৰাজবংশধৰ এজনৰ হাতত প্ৰত্যৰ্পণ কৰিব লাগে।

# ত্ৰয়োদশ অধ্যায়

## বৃটিছ-শাসনৰ প্ৰতি থকা আস্থাৰ প্ৰথম প্ৰতিক্ৰিয়া

ঘনকান্ত সিংহ যুৱৰাজৰ বৰীয়াকৈ দিয়া আৰু মণিৰাম দেৱানে নিজৰ নামত দিয়া আবেদনত শাসক আৰু শাসিতৰ মাজত সেন্দুৰী আলি বন্ধাবৰ উদ্দেশ্যে যিবোৰ অভিযোগ-অসন্তোষৰ প্ৰতিকাৰ স্পষ্টভাৱে উত্থাপন কৰা হৈছিল, সেইবোৰ পঢ়ি সদৰ দেৱানী আদালতৰ জজ মিলছ্ চাহাবে সহানুভূতিসূচক অভিমত প্ৰকাশ কৰক ছাবি আৰ্জীত লেখা কথাবোৰ সাজি উলিয়া সাধু-কথা বুলি দৃক্‌পাতকে নকৰিলে। মিলছে সকলো শ্ৰেণী মানুহৰপৰা অসংখ্য আবেদন-নিবেদন পাইছিল। সেইবোৰত কেৱল পেঞ্চন, মাটি, ধন নাইবা চাকৰিহে বিচাৰিছিল বুলি লেখি, মিল্‌ছে কৈছিল, "মৌজাদাৰ বা কোনো ৰায়তেই খাজনাৰ বিষয়ে আপত্তি কৰা নাছিল। মণিৰাম দেৱানেহে সেইবোৰৰ অভিযোগ আনিছিল।" তেওঁৰ মতে, "মণিৰাম দেৱানৰ দৰ্খাস্তখন দৰ্খাস্ত নহয়, এখন অপুদ্ঘাট দলিলহে যেনিবা। এইজন মণিৰামৰ হাতত এসময়ত ৰাজহ-সম্পৰ্কীয় সমুদায় শাসনৰ ভাৰ আছিল। পূৰ্বে এওঁ কলেক্‌টৰী চিৰস্তাদাৰ আছিল। তাৰ পিচত, আসাম কোম্পানীৰ দেৱান হয়। এতিয়া, এওঁৰ একো কাম নাই। মানুহজন বৰ অসন্তোষীয়া আৰু কূটনাট কৰি ফুৰা।" অসন্তোষীয়া মানুহ এজনে দিয়া আবেদনৰ অভিযোগবোৰ কেনেকুৱা অপুদ্ঘটীয়া হ'ব পাৰে, তাকে চাবৰ নিমিত্তে মিল্‌ছে দেৱানৰ আৰ্জীসমূহ হুবহু তৰ্জুমা কৰাই বঙ্গদেশৰ গৱৰ্ণমেণ্টলৈ পঠিয়াই দিয়ে। মিল্‌ছে মন্তব্যত লেখিছিল,

"মণিৰাম দেৱান মানুহজন বৰ টেঙৰ. কূট-নাট কৰি ফুৰা, তলে-পুতল আৰু ষড়যন্ত্ৰকাৰীৰ শীতল সন্নিপাত। এওঁ গোটেই শাসন প্ৰণালীটোকে নিন্দা কৰিছে আৰু নিন্দা বা গৰিহণা দিয়াৰো যি সীমা আছে, তাকো ছেৰাই গৈ অতিৰঞ্জিতভাৱে উচ্চ শ্ৰেণীৰ দুৰ্দশা-বোৰ বৰ্ণাই গৱৰ্ণমেণ্টৰ কুচ্ছা ৰটনা কৰিছে। যত জঁতকূটৰ ঘাই, মণিৰাম দেৱানেই। এওঁহে কেৱল বৃটিছৰ ছিদ্ৰ উলিয়াই ফুৰিছে।"

এনে 'ষড়যন্ত্ৰকৰী' মানুহৰেই "কাৰচাজী" বুলি ঘনকান্ত যুৱৰাজৰ নামত দিয়া আৰ্জীখনৰ কথাবোৰো মিছা বুলি উৰাই দিলে। যুৱৰাজৰ ওজৰবোৰ যে মিছা, সেই কথা প্ৰমাণ কৰিবলৈকে জজ চাহাবে গুপুতে-গপুতে ঘনকান্ত সিংহক লগো ধৰিছিল। মিল্‌ছ অকল সিমানতেই ক্ষান্ত থকা নাছিল, উচ্চ কৰ্তৃপক্ষলৈ দিয়া প্ৰতি-বেদনত এইবুলি পোহ মাৰিও পঠিয়াইছিল :—

"প্ৰজাবিলাকেও ৰজাৰ অধীনত থাকিবলৈ ইচ্ছা প্ৰকাশ নকৰে। ৰজাৰ হাতত আকৌ ৰাজ্য দিয়া হ'ব বুলি যি এটা উৰা-বাতৰি ওলাইছে, সিও মানুহবিলাকৰ মন অথিৰ-অবিৰ কৰি পেলাইছে। তাকে আকৌ মণিৰামৰ দৰ্খাস্তই তলখাপৰ মানুহৰ মাজত ভয়-অশান্তিৰ সৃষ্টি কৰিছে। যুৱৰাজৰো ৰজা হ'ব পৰা উপযুক্ততা নাই। গতিকেই, গৱৰ্ণমেণ্টে তেওঁৰ আৰ্জীখন অগ্ৰাহ্য কৰা উচিত আৰু অগ্ৰাহ্য কৰা সংবাদটোও যুৱৰাজলৈ চিঠিৰে জনাব লাগে।"

উল্লিখিত অভিমতটি মলখুৱা নে পতমুৱা, আজিৰ দিনত ঠাৱৰ কৰা টান। তথাপি মিল্‌ছৰ মনোভাৱ আৰু কূটনৈতিক পাকচক্ৰ দেখি, দৃঢ়ভাৱে সিদ্ধান্ত কৰিব পাৰি যে তেওঁ অসম দেশৰ অৱস্থা পৰিদৰ্শন কৰিবলৈ আহিছিল—প্ৰত্যক্ষভাৱে অৱস্থাৰ শোচনীয়তা লাঘৱ কৰিবলৈ নহয়; আহিছিল. সেই শোচনীয় অৱস্থাৰ চেলু লৈ পৰোক্ষভাৱে দেশ খনক বৃটিছ-গৱৰ্ণমেণ্টৰ কোঢ়ামুঠীয়া সাম্ৰাজ্যবাদী শাসনৰ অন্তৰ্গত কৰি কেঁকোৰা খোলা আৰু কাকৈছিৰা দিবলৈ। আওপাকে, সেই অভিমতটিক অভিজ্ঞ পৰিদৰ্শকৰ বিচাৰসাপেক্ষ

অভিমত মুবুলি বৃটিছ গৱৰ্ণমেণ্টৰ দ্বাৰাই স্থিৰীকৃত শেষ সিদ্ধান্ত বোলাই উচিত।*

এনে চক্ৰান্ত আৰু প্ৰাকসিদ্ধান্তৰ ফলতেই ঘনকান্ত সিংহ যুৱৰাজ আৰু মণিৰামৰ আবেদন-নিবেদন সকলো শোটাকানিত পৰিণত হ'ল। পোনপটীয়া বৃটিছ-শাসনৰ হাত এৰুৱাই নিজা ৰজাৰ অধীনলৈ দেশখন আনিব খোজা সঙ্কল্পটি ফুলতে মৰহি গ'ল। অভাৱ-অভিযোগৰো একো প্ৰতিকাৰ নহ'ল। তলতীয়া শাসনকৰ্তাৰ ওচৰত হাত পতা আশাৰ ওপৰত বাগীকুঠাৰ পৰিল।

মিলছৰপৰা মনোমত সমিধান নেপাই বৃটিছ নিয়মতন্ত্ৰ মানোতা মণিৰামে চূড়ান্ত বিচাৰক বৰলাটৰ ওচৰত আহোম-ৰাজবংশৰ এজনৰ ৰাজ্যপ্ৰাপ্তিদাবী উপস্থাপিত কৰিবলৈ স্থিৰ কৰিলে; আৰু অনতিপলমেই ধনবিত্ত সংগ্ৰহ কৰি কলিকতালৈ ভটীয়াই গ'ল। যাওঁতে, গুৱাহাটীত থাকি ঘনকান্ত সিংহ যুৱৰাজক সেই শেষ চেষ্টাৰ অৰ্থে আৰ্থিক সাহায্য কৰিবলৈ অনুৰোধ কৰিছিল। হাতত ধন নথকাত যুৱৰাজে "সোণৰ ভৃঙাৰটিকে" দিবলৈ মনস্থও কৰিছিল। কিন্তু, কমিছনাৰ জেন্‌কিন্সৰ চিৰস্তাদাৰ হৰকান্ত মজিন্দাৰ বৰুৱাৰ মধ্যস্থতাত সেই সাহায্য আগবঢ়োৱা নহ'ল। প্ৰথমতে মণিৰামৰ উদ্দেশ্য আছিল ঘনকান্ত সিংহৰ হৈ বৰলাটৰ ওচৰত ৰাজ্য প্ৰত্যৰ্পণৰ দাবী পুনৰ বিচাৰৰ বাবে উত্থাপন কৰা। কিন্তু, পাচত, ঘনকান্তৰপৰা একো ভৰসা নেপাই, পুৰন্দৰ সিংহৰ নাতি কন্দৰ্পেশ্বৰ সিংহক ৰজা পতাৰ নিমিত্তেহে তেওঁৰ মন ঘোৰ খালে। কিন্তু লগত কন্দৰ্পেশ্বৰৰ প্ৰতিনিধিত্ব পোৱা একো কাকত-পত্ৰ নথকাত দেৱানে কন্দৰ্পেশ্বৰ সিংহৰ হৈ একো কথা জনাব নোৱাৰিলে। তথাপি, উকীল-মুক্তিয়াৰ ঠিকঠাক কৰি, অলপ দিনৰ ভিতৰত কন্দৰ্পেশ্বৰৰ

---

* মিলছে "ষড়যন্ত্ৰকাৰী মণিৰামৰ দৰ্খাস্ত কিথন হুবহু তৰ্জমা কৰাই, তেওঁৰ বিৰাট প্ৰতিবেদনত সেই কিথন সন্নিবিষ্ট কৰি মণিৰাম যে এজন সালচকুৱা ৰাজনীতিজ্ঞপুৰুষ তাৰ চিনাকি এটি আগলৈ দি থৈ গ'ল।

"ৱাহেজনামা" বা প্ৰতিনিধি-পত্ৰ নিবলৈ অসমলৈ ঘূৰি আহিল। ইতিমধ্যে কলিকতাৰপৰা তেওঁ "ঘনকান্ত যুৱৰাজলৈ নানা ৰকম চিঠি লেখাত" কন্দৰ্পেশ্বৰে ৰাজ্য পালে বুলি ঢক ফুটি গ'ল।* আৰু সেই হুকুম লৈ উজনিত জাৰি কৰিবলৈ কলিকতাৰপৰা দেৱান আহি গুৱাহাটীৰ ভৰলুমুখতে লগৰীয়া ধনভড়ালী মাড়োৱাৰী এজনেসৈতে গুৱাহাটীৰ ভড়লুমুখতে থাকিল হি। তাৰপৰা চন্দ্ৰসেন সদৰামিনৰ ঘৰত থাকি কন্দৰ্পেশ্বৰ সিংহই ৰাজ্য পোৱাটো একপ্ৰকাৰ ঠিকেই বুলি ভালকৈয়ে প্ৰকাশ হ'ল। গৰ্গৰাম মজিন্দাৰ বৰুৱা আৰু দেৱৰৰ বৰদলৈ আদি গুৱাহাটীয়া ভদ্ৰলোকেও সেই কথা প্ৰচাৰ কৰিলে। মণিৰামে সকলো কামৰ দিহাপোহা দি কন্দৰ্পেশ্বৰ ৰজাকো লৈ আহিবলৈ উজনিলৈ গ'ল।

---

* মণিৰাম বৰুৱাই কলিকতাৰপৰা ঘনকান্ত সিংহ যুৱৰাজলৈ নানাৰকম চিঠি লেখি আছিল—"চন্দ্ৰকান্ত ৰজাই ৰাৰ অনা কৰিছিল, এতিয়া মঞি চৈধ অনা কৰিছোঁ। সেইখিনিও পূৰ হ'ব; অথচ কন্দৰ্পেশ্বৰ ৰজাই মুলুক পাব।"

—হৰকান্ত বৰুৱা সদৰামিনৰ আত্মজীৱনী।

# চতুৰ্দ্দশ অধ্যায়

## স্বাধীনতা-সংগ্ৰামৰ আয়োজন

### ( ১ )

**মণিৰামৰ শেষ কলিকতা-যাত্ৰা:** উজনিলৈ ঘূৰি আহি, কন্দৰ্পেশ্বৰ সিংহৰপৰা "ৰাহেজনামা" বা প্ৰতিনিধিত্বৰ ক্ষমতা পোৱা কাকতপত্ৰ লৈ আকৌ মণিৰাম কলিকতালৈ যাবলৈ ওলাল। ১৭৭৮ শকৰ বিজয়াদশমীৰ দিনা লগত চাৰিটা লগুৱা, দুজন বান্ধনি, এজন পুৰোহিত, এজন পণ্ডিত আৰু দক্ষিণপাট-কমলাবাৰী সত্ৰৰ জনদিয়েক ভকতক সঁজাতীলৈ তৃতীয়বাৰ কলিকতালৈ ভটীয়াই গ'ল। কন্দৰ্পেশ্বৰ সিংহও গুৱাহাটীলৈকে লগতে গৈছিল। তাতে জেন্‌কিন্স্ চাহাবক দেখা কৰি মাধৱ ৰাজখোৱাৰ পুতেক কদ্ৰনাথ গগৈ আৰু উমা চৌধাৰীৰে-সৈতে যোৰহাটলৈ উলটিল। গুৱাহাটীত দুদিনমান থাকি দেৱানে গৰ্গৰাম মজিন্দাৰ বৰুৱা সদৰামিন, দেৱবৰ সদৰামিন, বলোৰাম ফুকন প্ৰভৃতি গুৱাহাটীয়া মুখ্য মুখ্য লোকসকলক লগ ধৰে; আৰু ঢাকা-মুৰ্ছিদাবাদেদি (মুকচুদাবাদ) ঘূৰি পকি প্ৰায় চাৰি মাহৰ মূৰত কলিকতা পাই, আগেয়ে থাকি অহা চিৎপুৰ ৰ'ডৰ লাটু বাবুৰ ঘৰতে আলহী হয়গৈ। পূৰ্বে এৰি থৈ অহা পদ-মৰ্য্যাদা আৰু সুখ্যাতিয়ে অচিৰতে বঙ্গদেশৰ অৰ্থ-সম্পত্তিশালী লোকসকলক তেওঁৰ পৰিচয় আৰু বন্ধুত্ব লাভ কৰাবলৈ আকৰ্ষণ কৰি আনিলে। সেইসকলৰ ভিতৰত, মদনমোহন দত্ত, ৰাজা দিগম্বৰ মিত্ৰ, মহাৰাজ নন্দকুমাৰৰ পুতেক ৰাজা গুৰুদাস, নীলমণি মিত্ৰ, কুঞ্জবিহাৰী মল্লিক আৰু ৰাজেন্দ্ৰ দত্তই বিশেষ উল্লেখযোগ্য। এওঁবিলাকেৰেসৈতে দেৱানে

সমসাময়িক সামাজিক, ৰাজনৈতিক আৰু ধৰ্মসম্বন্ধীয় পৰিবৰ্তনৰ বিষয়ে আলোচনা কৰিছিল। কৃষ্ণদাস পালৰ চেষ্টা-উদ্যমত অনুষ্ঠিত বৃটিছ-ইণ্ডিয়ান এছচিয়েছনৰ সভা স্থখনমানতো তেওঁ বিষালি গাৰেই যোগ দিছিল আৰু তাতেই তেওঁ বুদ্ধিমান বঙালীৰ ওজস্বিনী বাক্-শক্তি আৰু খৰতৰ লেখনীৰদ্বাৰা উদগনিমূলক প্ৰেৰণা পায়। নৌ-ছদিন হওঁতেই, দেৱানৰ মান, সম্ভ্ৰম, বুদ্ধি আৰু ৰাজনৈতিক নেতৃত্বৰ কথা, লাটু বাবুৰ ঘৰলৈ অহা বণিক সম্প্ৰদায়ৰ মুখত পৰি গোটেই কলিকতা বিয়পি গ'ল।

বঙালী মুক্তিয়াৰ (মহোদৰ) এজন লগত লৈ মণিৰামে বৰলাটক সাক্ষাৎ কৰিলে। কন্দৰ্পেশ্বৰৰ "ৰাহেজনামা" দেখুৱাই লাটক জনালে যে অসমত ৰাজবংশ লোপ পাবলগীয়া হ'ল। পুৰন্দৰ সিংহৰ নাতি কন্দৰ্পেশ্বৰকে যেন ৰাজ-সিংহাসনত প্ৰতিষ্ঠা কৰি ইন্দ্ৰবংশী স্বৰ্গী মহাৰাজা সকলৰ যশ-মান অক্ষুণ্ণ ৰাখে। কিন্তু একে গছৰে পাণ, সিনো কি হ'ব আন? মিল্‌ছ যি গছৰ পাণ, বৰলাটো সেই গছৰে। মিল্‌ছে যেনেকৈ তেওঁৰ দাবী প্ৰত্যাখ্যান কৰিলে, বৰলাটৰ ওচৰতো তেওঁৰ আবেদন-নিবেদন তেনেকৈ সকলো মিছা হ'ল। লাটে একো কথাকে নুশুনিলে। বৃটিছ-নিয়মতান্ত্ৰিকতাৰ সন্মান ৰক্ষা কৰি চূড়ান্ত খাপলৈকে বগায়ো যেতিয়া তেওঁ আশাৰ বিপৰীত ফলহে লাভ কৰিলে তেতিয়াই তেওঁৰ মন স্বাভাৱিকতে অন্যপ্ৰকাৰ সংগ্ৰামলৈ লুটি খালে। আজীৱন প্ৰাণপৰিশ্ৰমে হেঁচা দি থোৱা তেওঁৰ ঈপ্সিত আকাঙ্ক্ষাই প্ৰত্যক্ষ সংগ্ৰামৰ বাহিৰে আৰু অন্য উপায় বিচাৰি নোপোৱা হ'ল।

**স্বাধীনতা যুদ্ধৰ ঘমঘণ্টা:** ঠিক এনে সময়তে, "কাকো পৰিল তালো সৰিল"; ভাৰত জুৰি, বিশেষকৈ উত্তৰ ভাৰতত বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহৰ অগনি প্ৰজ্জ্বলিত হৈ উঠিল। এই সময়তেই স্বাধীনতা আকাঙ্ক্ষাৰ উদগণিত পৰি সততে অমিল হৈ থকা সদৌ ভাৰতবাসী সঙ্ঘবদ্ধ হয়, স্বদেশ উদ্ধাৰৰ মহান যজ্ঞত হিন্দু-মুছলমানৰ ধৰ্ম-

সঙ্কীৰ্ণতা আহুতি দিয়া হয়। হিন্দুৱে যেনেকৈ ভাৰতবাসী বুলি গৌৰৱ কৰে, মুছলমানেও, তেনেকৈ জাতীয়তাৰ নামত ভাৰতবৰ্ষকে আঁকোৱালি ধৰে। ভাৰতবাসী মানেই এক মুঠি হৈ, ভাৰতৰ প্ৰধান বৈৰী বৃটিছক ভাৰতৰপৰা বহিষ্কাৰ কৰিবলৈ দৃঢ় সঙ্কল্প কৰে। বৃটিছৰ আমোলত, বৃটিছৰ বিৰুদ্ধে কৰা সদৌ ভাৰতীয়ৰ এইখনেই প্ৰথম স্বাধীনতাৰ যুদ্ধ। ইংৰাজ-ঐতিহাসিকসকলে ইয়াকে "চিপাহী বিদ্ৰোহ" আৰু "ৰাজন্যবৰ্গৰ অসন্তুষ্টি" বুলি জনতা জাগৰণৰ গুৰুত্ব কমাই দেখুৱালেও, ভাৰত-বুৰঞ্জীত ইয়েই অপহৃত স্বাধীনতা অনাত চিপাহী, ৰাজন্যবৰ্গ আৰু জনতাৰ পোন প্ৰথম প্ৰয়াস। এই যুদ্ধ সংঘটিত হয় ১৮৫৭ চালত।*

দেৱান লাটু বাবুৰ ঘৰত আছেই। যুদ্ধৰ ঘমঘণ্টাও লাগিছে তেতিয়াই। উত্তৰ ভাৰতৰ ভালেমান ঠাইত বৃটিছৰ খাজনা-গেৰাজ দখল কৰা, বৃটিছে আটককৈ থোৱা বন্দীবোৰ মুকলিকৈ দিয়া, অহা-যোৱা বাটবোৰ কাটি-ছিঙি খয়ঙ্কৰ কৰা, যেনিয়ে-তেনিয়ে বৃটিছক ঠেকত পেলোৱা আদি বাতৰি আহি কলিকতাখন তল-ওপৰ লগাই আছে। দিল্লীৰ সম্ৰাটে ৰজা-জমিদাৰলৈ পঠিওৱা গোহাৰি-পত্ৰখনেই লাটু বাবুৰ ঘৰৰ কাষৰতে থকা চিৎপুৰ নৱাবৰ টোলত আৰু তাৰ ইফালে-সিফালে থকা জমিদাৰৰ ঘৰত গুপ্ত আলোচনাৰ বিষয় হৈ পৰিছে। গোহাৰি-পত্ৰ বা ফটোৱাত আছিল :—

"যেনেতেনেমতে হিন্দুস্থানৰপৰা ফিৰিঙ্গীবোৰক খেদিবই লাগিব। প্ৰাণ যায়ও যাওক, তথাপি খেদিব লাগিব। সদৌ হিন্দুস্থান স্বাধীন হওক, এয়ে মোৰ প্ৰাণৰ বাঞ্ছা। কিন্তু, এই বিদ্ৰোহৰ যুদ্ধত আমাক ভাল মানুহ লাগিব। এনে মানুহ লাগিব যি, বাৰ-ৰেৰেজীয়া মানুহ গোটাই এক কৰিব পাৰিব, যি সকলোৰে

* ঐতিহাসিক ডাঃ ৰমেশচন্দ্ৰ মজুমদাৰ ডাঙৰীয়াই এই যুদ্ধক ভাৰতৰ প্ৰথম স্বাধীনতাৰ যুদ্ধ বুলি নকয়।

দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ হাঁফি ওলাব পাৰিব আৰু যি সকলোকে বিদ্ৰোহৰ ভাবত মতলীয়া কৰিব পাৰিব। ফিৰিঙ্গীবোৰক খেদাব পাৰিলে, মইও হিন্দুস্থানৰ পাটশ্বাহ হৈ নেথাকোঁ। তেতিয়া ৰজা-নবাব সকলোৱে গোট খাই নিজ ইচ্ছামতে দেশ শাসন কৰিব পাৰিব।" বেৰিলীৰ নবাব খানবাহাদুৰ খাঁই জাৰি কৰা যি ঘোষণা পত্ৰ বা ফটোৱা বিদ্ৰোহৰ 'ভাটে' দেৱানৰ হাতত দিছিলহি, তাত আছিল :—

"হিন্দুস্থানত থকা ফিৰিঙ্গীবোৰক মাৰিবলৈ হিন্দু ৰজা-জমিদাৰে যদি মদত দিয়ে, মছলমানেও গৰু কোৰ্বানী কৰিবলৈ এৰি দিব। হিন্দুৱে এই কামত যোগ দিলে, গৰুকো মছলমানে গাহৰি বুলি পৰিত্যাগ কৰিব।"

ইয়াৰ উপৰিও, নানা চাহিব, টাঁটীয়া টুপী, কুঁবৰ সিং, আহমদ চাহ আদি যুদ্ধৰ ঘাই ধৰণীসকলে সদৌ ভাৰত ৰাষ্ট্ৰ কৰা তেজ উতলোৱা বানীবো ধ্বনি-প্ৰতিধ্বনি হৈয়ে আছিল।

এইবোৰ ঘঞ্চাল বাতৰিয়ে মণিৰামৰ বৃটিছ-নিয়মতান্ত্ৰিক ভাব-ধাৰাৰ ওপৰত বিপ্লৱী ভাৱধাৰাই উজান-ভাটী লগাবলৈ ধৰিলে। দোধোৰমোৰ লাগি থকা মনৰ ভিতৰত এটি পোনপটীয়া বাটে দেখা দিলে। বিজুলী ছাটিৰ দৰে তেওঁৰ মনত নেখেলোৱাকৈ নেথাকিল যে দাসত্বৰ শিকলি ছিঙিবলৈ হ'লে শস্তীয়া আবেদন-নিবেদনে একো গুণ নিদিয়ে; কঠোৰ ত্যাগ আৰু একতা নহ'লে দেশ কেতিয়াও মুক্ত হ'ব নোৱাৰে। আমাৰ ভৌগোলিক পৰিস্থিতি, ডা-ডাঙৰীয়াসকলৰ মনোভাব, বৃটিছ-কৰ্মচাৰীসকলে দিয়া প্ৰতিশ্ৰুতিৰ মূল্যহীনতা, স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ দিনৰপৰা কন্দৰ্পেশ্বৰ সিংহৰ দিনলৈকে ৰজা-প্ৰজাৰ লালী নিছিগা লাঞ্ছনা—এই এটাইবোৰ কথা এটি এটিকৈ তেওঁৰ মনলৈ অহাটো অস্বাভাৱিক নহয়। এইবোৰ হ'ল অলপ আগৰ ঘটনা-চক্ৰ।

**বৃটিছ-নীতি বিশ্লেষণ আৰু সংগ্ৰামৰ প্ৰস্তুতি :** তাতোকৈও

আগৰ, তাতোকৈও বহুত আগৰ স্বতন্ত্ৰ অসমৰ নীতি আৰু মান খেদাৰ পৰা পুৰন্দৰ সিংহক ৰজা ভঙালৈকে অসমত প্ৰয়োগ কৰা বৃটিছৰ কূটনীতিও তেওঁৰ মনত পুনৰ উক নিদিয়াকৈ নেথাকিল। তেওঁৰ মনত চাগে নিশ্চয় খেলাইছিল, "বিদেশীৰ অধীন হৈ থকাতকৈ মৰাই ভাল" বুলি যি অসমীয়া জাতিয়ে নিজৰ বুৰঞ্জী ৰচিছিল, মানে জুকলা কৰাৰ পিচত, বৃটিছৰ আলফুল হাত বুলনি পাই সেই বীজ মন্ত্ৰ জপিবলৈ এৰি দিলে। অসম দেশ ছশ বছৰ স্বতন্ত্ৰীয়া আছিল ; লো, লোণ, সোণ, খাৰুৱা তেল আৰু নাগমাটি, কাপোৰ— এইবোৰৰ একো এটাকে বিচাৰি কাৰো ওচৰত হাত পাতিব নেলাগিছিল। যদিও কেতিয়াবা লাগিছিল, গ্ৰহণ ভগাৰ পিচত চন্দ্ৰ-সূৰ্য্য মুক্ত হোৱাৰ দৰে আকৌ প্ৰফুল্লিত হৈ উঠিছিল। যাৰ যি ব্যৱসায় তাক কোনেও এৰিব নোৱাৰিছিল। খেলে-খেলে যাৰ যি কাম, তেওঁ সেই কাম কৰি দেশৰ শিল্প-বিদ্যা দেশতে ৰাখি দেশতে চৰ্চা কৰিব পাৰিছিল। স্বতন্ত্ৰীয়া মনোভাবেৰে উদ্বুদ্ধ হৈ থকাত কোনো অসমীয়া কাৰো আগত চন্দুৱা পৰা নাছিল। বৈৰীভাবাপন্ন দেশৰ লগত বেহা-বেপাৰ বা অন্যান্য আদান-প্ৰদান কৰা নিষিদ্ধ আছিল। চিৰকাল কাৰো সমানে নাযায়। মান-মৰাণৰ বিপ্লৱত আমাৰ কঁকাল ভাগিল। সেই ভগা-কঁকাল পোনাবলৈ বৃটিছ সৈন্য অসমৰ অভিমুখে আগবাঢ়ি আহিল। ভগা দেশৰ ভগা প্ৰজায়ো সৰ্বান্তঃকৰণেৰে সিবিলাকক আগবঢ়াই আনিলে। এডেও-তুডেও লোটা নিবৰ ছেও ধৰি, সিবিলাকৰ কৰ্তৃপক্ষই লাহে-লাহে ওলোটা-খৰ মৰাৰ চিনহে জল্‌জল্‌পট্‌পট্‌কৈ ওলাই পৰিল।

অসমলৈ আহি বৃটিছেনো শনৈঃ শনৈঃ নকৰিলে কি? জয়ে-জয়ে অবিশ্বাসৰ বিহ-কোঁহোবাত পনীয়া কটাৰী বহুৱালে—(১) দেশজয় কৰিবলৈ ইচ্ছা নাই বুলি কৈও-দেশত খোপনি পুতি ল'লে। (২) আমাৰ ৰজাৰ হাততে দেশৰ ভাৰ দিম বুলি কৈ, ভুকিয়াই-

ভুকিয়াই আমাৰ দেশত বৃটিছ-শাসনৰ ৰবতি মেলিলে। পৰ্বতৰ দাঁতিয়ে-দাঁতিয়ে চাহবাৰী পাতি ইংৰাজৰ উপনিবেশ স্থাপন কৰিলে। (৩) আগতকৈ মাটিবাৰীৰ খাজনা বঢ়ালে; হাট-ঘাটত কৰ লগালে। (৪) টিকিৰা পুৰি খাব পৰা কানি ৰবৰিহ উলিয়াই দি অসমীয়াৰ পিত মাৰিলে। (৫) আদালতৰ বিচাৰত ভেকোভাৱনাৰ সৃষ্টি কৰিলে। (৬) বাৰেওটিকাল মিলিজুলি থকা পৰ্বতীয়া মানুহবিলাকৰ লগত ভৈয়ামৰ মানুহেৰে কাজিয়া লগালে; আগেয়ে যদিও ক'ৰবাত কেনেবাকৈ লাগিছিল,—কলহে-কলহে ঠেকা খোৱা ক্ষন্তেকীয়া বোলমাত মাত্ৰ হৈছিল। (৭) ৰজাদিনীয়া মৈদামবোৰ খনাই তাত ৰাজ অস্থিৰ জাত মাৰিলে। (৮) গৱৰ্ণমেণ্টৰপৰা সাহায্য দিয়া নহয় বুলি কৈও খৃষ্টান ধৰ্মপ্ৰচাৰ কৰিবলৈ ঠায়ে-ঠায়ে পাদুৰী পঠিয়ালে আৰু সেই পাদুৰীক শই-শই টকা দি সহায় কৰিলে। (৯) এটা অসমীয়া ভাষাৰ ঠাইত বাৰ বুৰি ভাষাৰ সৃষ্টি কৰিলে। (১০) পুৰন্দৰ সিংহক সম্পদৰ সময়ত সহায় নিদিলে অথচ, বিপদৰ সময়ত টেটুত গচক মাৰি দিয়া-ৰাজ্যও কাঢ়ি নিলে। ২৫ বছৰৰ ভিতৰতে অসমীয়া মানুহে দেখিবলৈ পালে যে বৃটিছৰ শাসনত অসম দেশ সোণৰ সঁফুৰা গুচি, লাও টোকাৰি লোৱা দিগম্বৰৰ দেশ হ'ল; শস্যে-মৎস্যেৰে অনুপম নদন-বদন ৰাজ্য গুচি বাঘ-ভালুকভৰা অটব্য অৰণ্য হ'ল। বৃটিছ-ছত্ৰৰ ছায়া বুলি অসমীয়া মানুহ বনৰজাৰ ৰৰপেটত সোমালগৈ। মূঠৰ ওপৰতে, লুলুচুচুকৈ সোমাই বৃটিছ জাতিয়ে সকলো ফালৰপৰা আমাৰ আৰ্থিক, নৈতিক আৰু ৰাজনৈতিক তেজত বিকাৰ ঘটাবলৈ লাগিল।

বাৰাকপুৰত বিদ্ৰোহৰ ফিৰিঙতি ওফৰাৰ চাৰি বছৰৰ আগতে, মণিৰাম দেৱানে ব্যক্ত কৰিছিল যে আমাৰ দেশত আমাৰ নিজা ৰজা লাগে অৰ্থাৎ স্বৰাজ-স্বধৰ্ম লাগে। আৰু সেইখিনি কাম নিয়াৰিকৈ কৰিবলৈ সধ্যে বৃটিছে প্ৰভুত্বৰ হাত প্ৰত্যাহাৰ কৰিব লাগে। পৰাধীন জন্মভূমিক উদ্ধাৰ কৰাৰ যি ভাৰ ফেনেফোটোকাৰে আৰু সাপৰ

নেগুৰ ছিগা সোঁতেৰে গোটেই ভাৰতত ১৭৭৯ শকত ( ১৮৫৭ চালত ) হেন্দোলি গৈছিল, সেই ভাব ১৭৭৫ শকতে ( ১৮৫৩ চনত ) মণিৰাম দেৱানে সদৰ জজ মিল্‌ছৰ আগত ব্যক্ত কৰিছিল। ৩৩ বছৰ বৃটিছৰ লগত সঙ্গ কৰিলে। ৩৩ বছৰৰ মূৰত এতিয়া স্বচক্ষে দেখিলে আৰু প্ৰমাণো পালে যে বৃটিছৰ নিৰ্বন্ধ সঁচাসঁচিকৈয়ে ছাইৰ আলি।

বৃটিছ-সংশ্ৰৱলৈ অহাৰ চাৰি বছৰৰ পাচৰপৰাই বৃটিছে ভালুকৰ দৰে যি ওলোটা খোজ ল'লে, তাক দেখিও তেওঁ নেদেখা ভাও জুৰি আছিল। পুৰন্দৰ সিংহক ৰজা ভঙাৰপৰা, কোম্পানীৰ শাসনৰ প্ৰতি কক্ষা, কুষাৰি আৰু অসন্তোষ ওন্দোলাই অনা ভাৱৰৰ মাজত বৰযুণ সোমাই থকা-দি তেওঁৰ অন্তৰত সোমাবলৈ ধৰিলে—কোন সময়ত বৰষিব তাৰহে মাথোন অলপ দিনৰ আগলৈকে একো ঠিক নাছিল।

**যুদ্ধত জিকিব পৰা অসমৰ পক্ষেও সোণাময় ছেগ:** মান খেদাৰ পিচত, শিহুৰ দৰে হুজনমান স্বাধীনতাপ্ৰিয় লোকে পূৰ্ব-স্বাধীনতা ৰক্ষা কৰিবলৈ "কেকেঁটুৰা ভাৱনা" একোটা পাতিছিল। কিন্তু, মানৰ দিনীয়া গাৰ-নোম-সিঞৰোৱা ঘটনাৰ পুনৰাবৃত্তি হয় বুলি, সেই "ভাৱনা"ত সৰহভাগ দেশীয় মানুহে যোগ দিবলৈ ভয় কৰিছিল। তদুপৰি, বেহাৰী-দেছুৱালী চিপাহীয়ে তেনে আন্দোলনৰ ওপৰত মাধমাৰ বহুৱাইছিল। এতিয়া সেই মানৰ দিনবো ভয় নাই, বেহাৰী-দেছুৱালীবো উৎপাত নাই। ডিব্ৰুগড়ত যি তিনটা দেছুৱালী পল্টন আছিল, তাৰ চিপাহীবোৰো বিদ্ৰোহতোলা কোঁৱৰ সিঙৰ ৰাজ্যৰ আৰু চাহাবাদ জিলাৰ। বন্দুকধাৰী পল্টন যিটো আছিল তাৰো বহুতৰে গুৱাহাটীত থকা ২ নম্বৰি পল্টনৰ লগত নিকট সম্বন্ধ। গোলাঘাটৰ নোগোৰাত ( জামুগুৰিত ) "ফাৰ্ষ্ট আচাম লাইট ইনফেন্‌ট্ৰিৰ" যিটো সৈন্যদল আছিল তাৰ চিপাহী-বোৰেও ফিৰিঙ্গীহঁতক চকু পোন্দাই চাইছিল। গতিকেই, ধনঞ্জয় বৰগোহাঁই, হৰনাথ গোহাঁই, গমধৰ কোঁৱৰ, জীউৰাম ছলীয়াবৰুৱা

প্ৰভৃতিয়ে বৃটিছক খেদি ৰাজ্যলৈ পূৰ্ব্বৰ স্বাধীনতা ঘূৰাই আনিব খোজোঁতে এইবোৰ চিপাহীয়েই যেনেকৈ তেতিয়া বৃটিছৰ আজ্ঞা পালন কৰিছিল—এতিয়া আৰু নকৰে। সিহঁতো আমাৰ মিত্ৰ হ'ল।

পুৰন্দৰ সিংহৰ আমোলত থকা ৫০০ জন অসমীয়া বণুৱা চিপাহীও বজাভগাৰ লগে-লগেই কাম নোহোৱাকৈ বহি আছে।

ছশ বছৰকৈ ৰাজত্ব কৰোঁতা, সোণৰ জখলাৰে নামি অহা খুনলুং-খুনলাইৰ বংশৰ ডেকা সন্তান যোৰহাটতেই বিদ্যমান। তেওঁৰ মান-সম্ভ্ৰম ৰক্ষা কৰিবলৈ অ'ত-ত'ত সিঁচৰতি হৈ থকা ডা-ডাঙ্গৰীয়া-সকলৰ বৈ-বঙ্গহো ক্ষমতালুপ্ত হৈ বেজাৰ-অসন্তোষত ডেই-পুৰি আছে।

তদুপৰি, ইষ্টইণ্ডিয়া কম্পেনীৰ কেন্দ্ৰ ঠাই কলিকতা, অসমৰপৰা বহুত দূৰৈত। ৰেল নাই, জাহাজ নাই, অহা-যোৱা বাটো দুৰ্গম। কলিকতাৰপৰা খেদামাৰি অসম ধৰিবপৰাও অতি উজু নহয়। অসমৰ বাহুত থকা পৰ্বতীয়া জাতিবিলাকো ক্ৰমাৎ বৃটিছ-বিৰোধী হৈ আহিছে—চল পালে সিহঁতেও চাহাবক শিশুপালখেদা নিদিয়াকৈ নেৰে।

বঙ্গদেশতো পল্টনীয়া চাহাব আছে মুঠেই ২৪০০। কিন্তু, স্বাধীনতা-সংগ্ৰামত লিপ্ত থকা চিপাহীবিলাকৰ অঙ্গষ্ঠী-বণ্ডহীৰ সংখ্যা নাই-নাই বুলি ২৯,০০০ হ'ব। কলিকতাত থকা গোৰা (জঙ্গী) পল্টনো ভাৰতৰ অন্য ঠাইত আৱদ্ধ হৈ আছেগৈ। কলিকতাৰ সন্নিকটতো ফিৰিঙ্গী চিপাহী নায়েই। ইয়াৰপৰা ৩৮০ মাইল দূৰৈত দানাপুৰত মাথোন এটি গোৰা পল্টন আছে—সিও আকৌ ভাগ্যক্ৰমে দেশীয় ফৌজ চাৰিটা এৰি আন ঠাইলৈ যাব নোৱাৰে।

অসমত থকা ফিৰিঙ্গীৰ সংখ্যাও আঙুলীৰ আগত লেখিবপৰা। "আচাম কোম্পানী", "নকচাৰী কোম্পানী" আৰু "নেঘেৰী-টিং কোম্পানী"ৰ চাহ-বাগিচাবোৰো লগালগি নহয়; তাত থকা চাহাব-

বোৰো পিৰিসাই লগ লাগিব নোৱাৰে—বাট-পদূলি নোহোৱা হাবিৰ মাজে-মাজে চেলেকাচুবুৰীয়াকৈহে বাস কৰিছে।

উল্লিখিত পৰিস্থিতি আৰু সুবৰ্ণ সুযোগৰ সন্ধিক্ষণতে, মিলছে দিয়া অপমানৰ পোটক তুলি, অসম-ৰজাৰ উৰ্ৱলি যোৱা কাৰেং ঘৰটো নিৰ্মাণ কৰিবলৈ অৰ্থাৎ স্বধৰ্ম আৰু স্বৰাজ্য স্থাপন কৰিবলৈ বুৰঞ্জীত বিবেকিত মণিৰামৰ খৌকিবাথৌ হৈ থকা অন্তৰত মুক্তিৰ বিজুলী-ছাটিয়ে দেখা দিলেহি।

জীৱনত ছেগ এবাৰহে আহে। সেই গুণেই, মণিৰাম দেৱান বৰ ভণ্ডাৰ বৰুৱাই তাৰ আগ-চুলিত ধৰি গজলীয়া ডেকা কন্দৰ্পেশ্বৰ সিংহ সমৰ্থিতে, পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া, গোসাঁই-মহন্ত সকলোকে স্বাধীনতাৰ যজ্ঞত আহুতি দিবলৈ পাৰেমানে হেঁচুকিবলৈ ধৰিলে।

হিন্দুস্থানত হোৱা চহা-চিপাহীৰ বিদ্ৰোহ, ৰাজন্যবৰ্গৰ স্বাধীনতা-সংগ্ৰাম আৰু দিনকদিনে টুটি অহা সাম্ৰাজ্যবাদী বৃটিছৰ ক্ষমতা—এইবোৰৰ ভু-ভা তেওঁ দিনে-দিনে কলিকতাৰপৰা পিয়ালী বৰুৱা বা মহেশ্চন্দ্ৰ গাভৰুমেলীয়া বৰুৱা, কন্দৰ্পেশ্বৰ ৰজা, মধু মল্লিক, উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱা, কৃষ্ণকান্ত অধিকাৰ গোস্বামী, মহীধৰ শৰ্মা মুক্তিয়াৰ, মায়াৰাম বৰবৰা, চিত্ৰসেন বৰবৰা, গণেশ্চন্দ্ৰ বৰুৱা, কমলা চাৰিঙ্গীয়া বৰুৱা, লুকী শেনচোৱা বৰুৱা, উগ্ৰসেন মৰঙ্গীখোৱা গোহাঁই, দেউৰাম দিহিঙ্গীয়া ফুকন, ঈশেশ্বৰ বৰঠাকুৰ প্ৰভৃতিলৈ স্বাধীনতা যুদ্ধৰ নিমিত্তে সষ্টম হ'বলৈ, কোনোখনত বিশেষ পৰমৰ্শ দি বিবিধ ভঙ্গীৰে, কোনোখনত আকৌ ঠাৰে-চিঞাৰে চিঠি-পত্ৰ দি পঠিয়ালে। চিঠি পঠিয়াইছিল বিদ্ৰোহৰ বাতৰি বিলোৱা 'ভাট' আৰু ব্ৰহ্মচাৰী ফকিৰৰ বেশ ধৰি ফুৰা কিছুমান মানুহৰ হাতত। ভাটও এবিধ ফকিৰেই; সিহঁতে ভিক্ষা মগাৰ ছলেৰেই ভাৰতত হোৱা বিদ্ৰোহৰ বা-বতৰাবোৰ ভাৰতৰ এমূৰৰপৰা সিমূৰলৈকে অনা-নিয়া কৰি ফুৰিছিল। সিহঁত প্ৰায়েই ৰাজপুতনা বা গুজৰাটৰপৰা অহা।

দেৱানে সৰহ ভাগ চিঠি এনেবোৰ ভাটজাতৰ মানুহৰ হাতত্তেই পঠিয়াইছিল।

সকলো চিঠি-পত্ৰ আৰু গুপ্ত পৰামৰ্শৰ ঘাই কেন্দ্ৰ হ'ল পিয়ালী বৰুৱা। তেওঁ দেৱানৰ যি সোঁহাত আছিলেহে নে, কন্দৰ্পেশ্বৰ সিংহৰো বৰ বিশ্বাসৰ পাত্ৰ আছিল। পিয়ালীলৈ যিবোৰ চিঠি-পত্ৰ দিছিল, সেইবোৰৰ বাদেও ৰজা আৰু অন্যান্যসকললৈ দিয়া সকলো চিঠি-পত্ৰ পিয়ালীয়েই বিলাই দিহা-বুদ্ধি দি জন্মভূমি উদ্ধাৰ কৰিবলৈ চিপাহী আৰু ইতৰ মানুহক উদগাই ফুৰিবলৈ ধৰিলে। যালৈ-যালৈ দেৱানে পোনে-পোনে চিঠি দিছিল সেইসকলৰ মনো দাং খাই আছিল।

মণিৰামৰ চিঠি-পত্ৰবোৰৰ মৰ্ম আছিল :–

## প্ৰত্যক্ষ সংগ্ৰামলৈ দেৱানৰ উদ্গনি

১। বৃটিছে পোন-প্ৰথমেই লাইখুঁটা পোতোতেই গমধৰ কোঁৱৰ, ধনঞ্জয় গোহাঁই, পিয়ালী ফুকন, হৰনাথ গোহাঁইহঁতে বৃটিছক কাটি-মাৰি মানৰ দিনীয়া স্বাধীনতা অক্ষুন্ন ৰাখিববলৈ হ'লেও, যি চেষ্টা কৰিছিল, সেই চেষ্টা তেতিয়া ফলৱতী নহ'ল। সেই বুলি এতিয়া আমি হতাশ হোৱাৰ একো কাৰণ নাই। পিয়ালীহঁতে জয়পুৰৰ তৰাতলিত যুদ্ধৰ আখৰা কৰিছিল। আমাৰ ইতৰস্থ মানুহে সেই কথাৰ ফুটকে নেপালে। ফুট পোৱা হ'লেও আমাৰ মানুহে তেতিয়া গা-লাগি ভাত যোগ দিয়া উচিতো নাছিল। কাৰণ, সেই সময়টো বিদ্ৰোহ তোলাৰ সময় নহয়। মানক খেদি ইংৰাজ পোনতে আমাৰ দেশৰ ধাৰাবিধি আৰু ধৰ্মশাস্ত্ৰ অনুসৰিয়েই দেশ চলাবলৈ লৈছিল আৰু স্বৰ্গী মহাৰজাৰ বংশধৰ এজনকে সিংহাসনত বহুৱাবলৈ মনস্থ কৰিছিল। সেই সময়ত, সিহঁতে প্ৰতিশ্ৰুতি ভঙ্গ কৰাৰো লক্ষণ প্ৰকাশ পোৱা নাছিল। গমধৰ-হৰনাথহঁতৰ সাহস আৰু

তেজস্বিতাৰ কথা কোনে পাহৰিব? দুখ লাগে, তেওঁবিলাকে সাদ্ধিৰ বাঁহ বুদ্ধিৰে কাটিব নেজানিলে।

২। ইংৰাজে অসমৰ বাহিৰৰ মানুহ হিন্দুস্থানী-বঙালীক লগত লৈ পাৰ্য্যমানে আমাৰ অনিষ্ট কৰিলে। জালিম সিং-প্ৰাগদত্ত সিং আদি চুবেদাৰ আমাৰে সৈতে একে হৈ নথকা বাবেহে, আমাৰ মানুহৰ কঁচী-কলিয়াপানী হ'ল। স্বৰ্গী মহাৰজাৰ দিনৰেপৰা আমাৰ দেশত আমাক আক্ৰমণ কৰোঁতা বঙালক থিতাপি ল'বলৈ দিয়া নাই।

৩। "আজি হিন্দুস্থানৰ ইমূৰৰপৰা সিমূৰলৈকে ফিৰিঙ্গী খেদিবলৈ কাছি-পাৰি ওলাইছে। এতিয়া আৰু জালিম সিং, প্ৰাগদত্ত সিং-ইঁতৰ মানুহ আমাৰ শত্ৰু হ'ব নোৱাৰে। কোঁৱৰ সিঙৰ মানুহে আমাক সহায়হে কৰিব। বহি থাকিবৰ সময় নাই।

৪। "কাৰ্য্যৰ বুজিবা ভাও
ছাগৰ পথালিবা পাও
—তেহে কাৰ্য্য সিদ্ধি হ'ব।"

৫। "অষ্টোত্তৰ শত উৎপলেৰে ভগৱতীক পূজা কৰিব লাগিব। ৰক্তৰ উৎপল প্ৰশস্ত।" অৰ্থাৎ উৎপল বৰণীয়া ইংৰাজক বলি দিব লাগিব।

৬। "হিন্দুস্থানত গোড়া পল্টন নায়েই।" "বগা উই মাটিৰ হাঁফলু খহি গৈছে।"

৭। "এই কালে কল গছ হাউলি গৈছে; আমাৰ কালেও কাচি ধৰাই যুগুত কৰি ৰখা ভাল হ'ব।"

৮। "এই কালে ঘৰ ভাগিল, সেই কালে ঘৰ সজাবলৈ স্বৰ্গদেৱে গা দাঙক।" "ৰতৰৰ কঠীয়া ৰতৰতে পাৰক।"

৯। "হিন্দুস্থানী চিপাহীয়ে হিন্দুস্থান জয় কৰিলেই; ৰাজধানীও লণ্ড-ভণ্ড।"

১০। "সৰে গায় মৰিলেক
কৰগুনে জলে বাতি।"

১১। "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ
পৰধৰ্ম্মো ভয়াবহঃ।"

১২। এই শুভক্ষণতে আমাৰ দেশৰপৰা ফিৰিঙ্গীহঁতক খেদাব নোৱাৰিলে কৰ্তব্য লঙ্ঘনৰ মহাপাপে আমাক ৰৌৰৱ নৰকত পেলাব।

## দেৱানে কলিকতাৰপৰা দিয়া খনদিয়েক চিঠি

[ মণিৰাম দেৱানে কলিকতাৰপৰা যোৰহাটত থকা চাৰিং-ৰজা কন্দৰ্পেশ্বৰ সিংহ আৰু অন্যান্য সতীৰ্থসকললৈ লেখা আৰু হলৰইড চাহাবৰ দ্বাৰা ইংৰাজীলৈ ভাবাৰ্থ মাত্ৰ অনূদিত খনদিয়েক চিঠি অসমীয়ালৈ ভাঙি নমুনাস্বৰূপে তুলি দিয়া হ'ল। ]

### চাৰিং-ৰজালৈ (১)

১। ১৭৭৯ শকৰ ১৯ বৈশাখত চাৰিং-ৰজালৈ দিয়া চিঠি। ইয়াত মণিৰাম দেৱানৰ চহী আছিল :—

"হৰিয়ে কৃপা কৰিলে, ইয়াৰ ভিতৰতে যদি কিবা এটি হৈ যায়·········আপোনাসকল উভয়ে দেখিব-শুনিবলৈ পাব।·········।" তাৰ পিচত এটি দৃষ্টান্ত।

"যাৰ জীয়াই থকাটোৱেই বিড়ম্বনা, সি নো বাৰু এজনক নবধি মৃত্যুৰ হাত সাৰি কেনেকৈ থাকে?·········মণিৰাম দেৱান।"

### চাৰিং-ৰজালৈ (২)

২। হাতৰ আখৰ মণিৰাম দেৱানৰ, চহী নাই। দিছিল চাৰিং-ৰজালৈ। চিঠি দিয়া-তাৰিখ নাই। ১৭৭৯ শকৰ ১৬ আষাঢ়

(আহাৰ)ত ৰজাই সেই চিঠি পায়। চিঠিখনত চাৰি অনীয়া ডাক-টিকত লগোৱা আছিল।

"সম্প্ৰতি কলিকতাত বৰ "গোলমাল"। সেই দেখি, কাউন্সিল কেতিয়াকৈ বহিব, ক'ব নোৱাৰি। কাউন্সিল নবহালৈকে মই থাকিব লাগিব। খৰচ-পাতি শেষ হ'ল, মোৰ হাত উদং। ৰাজধানীত গোলমাল ডাঙৰ হ'লে, ধনবিত্ত নোহোৱাকৈ কেনেকৈ থাকিম? বিপদত পৰিব লাগিব। এই সময়ত মোৰ কি নো বিলৈ হ'ব পাৰে বুলি আপুনি ভাবিব পাৰে।.......কিন্তু আমাৰ উভয়ৰে কাৰ্য্যসিদ্ধি কৰিবলৈ হ'লে আৰু চুদিনমান থকা হে ভাল হ'ব। দেশৰ গতি ভাল নহয়। ভাল হ'লেও আপোনাৰ ভাল, বেয়া হ'লেও আপোনাৰেই ভাল। তাত সন্দেহ নাই।"

## চাৰিং-ৰজালৈ, (৩) চিঠিৰ চিহ্ন

৩। ১৭৭৯ শকৰ ৮ আহাৰত চহী নিদিয়াকৈ কন্দৰ্পেশ্বৰ ৰজালৈ নিজ হাতে লেখা চিঠি এইখন—

"২৪ জেঠৰপৰা ২৯ জেঠলৈকে আপোনালৈ—এখনৰ পাচত এখনকৈ তিনিখন চিঠি দিছিলোঁ; তাৰ লগতে সেই কেইদিনৰ সম্বাদ পত্ৰ আৰু আৰ্জিবিলাকৰ নকলো পঠিয়াইছিলোঁ। সেই চিঠি-পত্ৰবোৰ যদি ঠাৰে-থিকে আপোনাৰ হাতত পৰিছেগৈ, তেন্তে তাত খোলা-খুলিকৈ লেখা কথা, আৰু পাকে প্ৰকাৰে দিয়া আভাসৰপৰা আপুনি ঘটনাৰ সমস্ত কথা আনুপূৰ্বিক অৱগত হ'ব। দেশত ডাঙৰ বিপদ; চিঠি-পত্ৰবোৰ আপোনাৰ হাতত পৰিলগৈ নে নাই ক'ব.পৰা নাই। নপৰাটোৱেই ঠিক। কিয়নো, ৰজালৈ দিয়া চিঠি-পত্ৰৰ বিপদ বেচি। তদুপৰি বাটত গোলমাল হোৱাৰ বিপদ যে আছেই। এই কাৰণৰ নিমিত্তেই আপুনি চিঠি পোৱা-নোপোৱাত মোৰ সন্দেহ।"

## চাৰিং-ৰজালৈ, (৪) চিঠি

৪। ১৭৭৯ শকৰ ২১ আষাঢ়ত লেখি ভকতমলৰ হাতত দেৱানে চাৰিং-ৰজালৈ দিয়া চিঠি। ১২ শ্ৰাৱণত ৰজাই সেই চিঠি পায়।

"মই ইয়াত থাকোঁ মানে উই-হাফলুৰ নিমিত্তে আপুনি ভয় কৰিব নেলাগে। কালি দিয়া সাঙ্কেতিক চিঠিতে সকলে গম পাব। চিঠিৰ কথা আপু—ক'তো মুলিয়াব। সৰ্ব্ব গাৰ মৰিল। কৰঙ্গনৰ ফালে হে ৰ্চিপ্লিং-ৰ্চিপ্লিংকৈ জীৱটো লাগি আছে। এয়ে হৈছে কোম্পানী বাহাদুৰৰ অৱস্থা। চাব, এই কথা যেন ক'তো ঘুণাক্ষৰেও প্ৰকাশ নেপায়।"

## মধু মল্লিকলৈ (৫)

৫। ১৭৭৯ শকৰ ২৩ শ্ৰাৱণত মধু মল্লিকলৈ দিয়া—

"সিদিনা পিয়ালীয়ে কোৱা কথাকিটা আপোনালৈ লেখিছিলোঁ। দ্ৰব্যবস্তু কিবা যোগাৰ হৈছে যদি সোণকালে পঠিয়াই দিব। নাই হোৱা যদি, একে লেখিব নেলাগে, মোৰ ঘৰৰপৰাই ধনবিত দ্ৰব্যবস্তু যি পায়—পঠিয়াই দিব। সম্প্ৰতি ৰাজধানীত বৰ গোলমাল। দিনেনিশাই কাউঞ্চিল বহে আৰু যুদ্ধৰ বাবে সকলো বিব্ৰত হয়।··· ভগৱন্তই কাক কেতিয়া কি কৰে ক'ব পৰা নাই ** বিষ্ণু, দ্ৰোণ কৰ্ণসম মহাৰথীসকল নিপাত হ'ল। পিয়ালীয়ে আগেয়ে যিবোৰ ঘটনা হ'ব বুলি আপোনাৰ আগত ভয়ে-সংশয়ে ব্যক্ত কৰিছিল সেই-বোৰেই এতিয়া চকুপচাৰতে (থিতাতে) ফলিয়াব লাগিছে। আমি ৰজাৰেই সদা-সৰ্বদা কুশল-মঙ্গল বাঞ্ছা কৰোঁ। ঈশ্বৰে কৰিলে সকলো সিদ্ধি হ'ব।"

## কৃষ্ণকান্ত অধিকাৰ গোস্বামীলৈ (৬)

৬। সেই শকৰে ২৩ শ্ৰাৱণত দেৱানে নিজে লেখি চহী নিদিয়াকৈ শ্ৰীশ্ৰীকৃষ্ণকান্ত অধিকাৰ গোস্বামীলৈ (কমলাবাৰী সত্ৰৰ) দিয়া চিঠি। বিজোগৰ আখৰ একে হাতে লেখা নাছিল।

"ভগৱন্তৰ অপাৰ মহিমা। হৰিয়ে কৃপা কৰিলে বেঙ্গী এটিয়েও পৰ্বত ফুটাব পাৰে। চিন্তা-ভাবনা কৰি কৰি মোৰ মন এতিয়া কেনেকুৱা অস্থিৰ হৈ আছে তাক বুজাবৰ সাধ্য নাই। এইবোৰেই দেশৰ গতিগোত্ৰ। কাৰো সুবি-শান্তি নাই। গোটেই শৰীৰ মৰিল, তলৰ ছোৱাত হে চিমিক-চিমিক কৈ জীৱটো জ্বলি আছে। (সৰ্ব গাৱে মৰিলেক, কৰজনে জলে বাঁতি।) ইংৰাজৰ এনেকুৱাই দুৰ্গতি হৈছে। বিষ্ণু, দ্ৰোণ, কৰ্ণৰ নিচিনা ৰথী-মহাৰথীসকল মৰিল। মৰাত ভালেই হ'ল। সিহঁত আৰু দুনাই আহিব নোৱাৰে। ফিৰিঙ্গীহঁতৰ উৎপাতবোৰ দেখি-শুনি ভাবিছোঁ—বিশ্বকৰ্মাৰ শালখন সঁচাকৈয়ে অদ্ভুত সৃষ্টি। যি ৰজাৰ দিনত ৰাজবাটত চোৰ-ডকাইতৰ সঞ্চাৰ নাছিল * * বিধাতাৰ লিখন কেতিয়াও অথলে নেযায়। কথা বিশ্বাসী— গুপুতে ৰাখিব। ৰজাৰ হুকুম বৰ কঠোৰ।

আমাৰ চাৰিউপিনে শত্ৰু পিয়াপি-দি ফুৰিছে। সিহঁতৰ গৰ্ব-অহঙ্কাৰ দিনে-দিনে বাঢ়ি গৈছে। ৰজাবিলাক (ফিৰিঙ্গীহঁত) বৰ চিন্তাত পৰিছে। ভবিষ্যতলৈ কি হয় ক'ব নোৱাৰি।"

## উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱালৈ (৭)

(৭) এইখন সংস্কৃতেৰে লেখা। চহীৰ আখৰ অক্ষৰ। বিজোগত লেখা আছিল—শ্ৰীযুত উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ নিকট পৌছে; শিৱসাগৰ, আসাম।

"দিনক দিনে শত্ৰুৰ বল বাঢ়ি গৈছে। কি ওপৰ, কি মাজ, কি তল—এটাইবোৰ খাপৰ ফৌজেই বিদ্ৰোহী হৈ উঠিছে। সিহঁত আহি বঙ্গদেশৰ দাঁতি পাইছেহি; বঙ্গদেশো লয়হে লাগে। বৰ-মুৰীয়াসকলৰ মুখত পানী নাই—তেওঁবিলাকে যুদ্ধ কৰিও একো কৰিবপৰা নাই। সেইসকলৰ খাৱন-শোৱন নাই—দিনত চিন্তা, নিশা উজাগৰ * * যুদ্ধও হৈছে, বহুত চাহাবো মৰা পৰিছে। পছিমীয়া যুজাকহঁত ইমান শক্তিমন্ত হৈ উঠিছে যে পৰিণাম কি হয়গৈ

ক'ব পৰা নাই এখোন। শুনিছোঁ পছিমত য'তে-য'তে মুৰব্বিলিকা মুখ্য-মুখ্য চাহাব আছিল সিইঁতৰ এটাইবোৰকে মাৰিলে। যুদ্ধলৈ যেয়ে যায় সেয়ে আৰু উভতি আহিব নোৱাৰে—পোনে-পোনে যমালয়ত সোমায়গৈ। * * ৬০০০ ছয় হেজাৰক হেনো সিফলীয়া কৰিলেই। * * সিইঁতৰ কামাণ্ডেন্ট, কৰ্ণেল যে কিমানক সিপুৰীলৈ পঠিয়ালে তাৰ এতাৰন্ত নাই। ভৱিষ্যতত কি হ'বগৈ ক'ব পৰা নাই। ৺যাদৱৰায়েহে জানে।

কোনেও যেন এই চিঠিৰ ফুট নেপায়। ইতি

(চহী)

| | | | |
|---|---|---|---|
| ৫ | ৪ | ৬ | ৫ |
| ৫ | ৫ী | ২া | ৫ |

---

* অঙ্কেৰে দিয়া চহীটোৰ ভাঙনী :—

ব্যঞ্জন বৰ্ণৰ বৰ্গমতে ওপৰ শাৰীৰ প্ৰথম ৫ টো হ'ল পবৰ্গ। সেইদৰে ৪ টো হ'ল তবৰ্গ, ৬ টো অন্তঃস্থবৰ্গ আৰু শেষৰটো পবৰ্গ। সেইমতে তলৰ শাৰীৰ

প্ৰথম ৫ অঙ্কটো হ'ব প বৰ্গৰ পঞ্চম বৰ্ণ—ম।

দ্বিতীয় ৫ অঙ্কটো হ'ব ত বৰ্গৰ পঞ্চম বৰ্ণ ন, তাত দীৰ্ঘ ঈকাৰ আছে দেখি—নী।

তৃতীয় ২ অঙ্কটো হ'ব অন্তঃস্থ বৰ্গৰ দ্বিতীয় বৰ্ণ—ৰ; তাত আকাৰ আছে দেখি হ'ব—ৰা।

চতুৰ্থ ৫ অঙ্কটো হ'ব সেইদৰে পঞ্চম বৰ্গৰ পঞ্চম বৰ্ণ—ম।

এতেকে সম্পূৰ্ণ নামটো হ'ল মণীৰাম।

(মণিৰামে চহীটো মণীৰাম বুলি দিছিল বুলি ইয়াৰপৰাই বুজিব পাৰি।

## বিজোগত মহীধৰ মুক্তিয়াৰৰ নাম, চিঠি কিন্তু চাৰিং-ৰজালৈ

(৮) এইখনৰ লেফাকাৰ ওপৰত বিজোগ আছিল—শ্ৰীমহীধৰ শৰ্মা মুক্তিয়াৰ মহাশয়, মাতুল, আসাম, যোৰহাট। ভিতৰত লেখা আছিল :—"এই চিঠিখন দিব।" "বৰ আপুৰ চিঠি।"

"শ্ৰীশ্ৰীযুত মহিমাবৰ প্ৰচণ্ড প্ৰতাপেষু।"

সমাচাৰ পত্ৰ নিবেদনমিদং। আপোনাৰ ককাদেউতাকে মোক নদীয়াত পঢ়িবলৈ পঠিয়াইছিল। সাত বছৰ তাত পঢ়ি * * মাঘত কলিকতালৈ আহি কালীঘাটতে আছোঁহি। আপোনাৰ ৰাজ্য-সম্পত্তি দুৰ্দশাগ্ৰস্ত হোৱা শুনি বেজাৰ পাইছোঁ, তাওঁকৈও মৰ্মাহত হৈছোঁ মই যে ঘূৰি ঘৰলৈ যাব-নোৱৰা হলোঁ। চিন্তা নকৰিব—আপোনাৰ ধাৰ মৰেহে লাগে। (আপুনি ধাৰ-ঋণৰপৰা মুক্ত হয়হে লাগে)। আপোনাৰ সেই পৰম সৌভাগ্য উদয় হওঁ-হওঁ হৈছে। সময় পাইছেহিয়েই। দশাত থাকিলে হৈ সু-ভাগ্য উদয় হয় সঁচা, তথাপি পুৰুষে পুৰুষাৰ্থ কৰি পুৰুষালি দেখুৱাব লাগিব। * * * সদায় নেপায়ও, নোলায়ও, জেঠ-আহাৰ মহীয়া বৰষুণ দিওঁতেই কঠীয়া নেপাৰিলে পাচত হাঁকাল-বিকাল হ'বলৈ আছে। সেই গুণে, কথাৰ ভাও ভালকৈ বুজি-বাজি, ফলাফললৈ চাই, শক্তি বুদ্ধি খটুৱাই উৎসাহেৰে কৰ্তব্য সমাধা কৰিবলৈ প্ৰতিজ্ঞা কৰক।

৺দেৱতা! আপোনাৰ বৰ-ঘৰটো বৰ পুৰণি হ'ল। খুঁটা-চ'তিত ঘুণে ধৰিলে, বান্ধছাটো পচিলে, চালও উকখিছে—এছাটি বতাহ মাৰিলেই ভাগি পৰিব। খুঁটাচ'তি সলাই ঘৰটো ন-কৈ ছোৱাওক। খেৰ বেত (সৈন্য-সেনা) নাই ; এইবাবেহে ঘৰ ভাগিবলৈ পাইছে। * * * বাৰিষাৰ বাকী দিনকিটা থকাও টান হ'ব। এতিয়াই সেই ঘৰ ভাঙি ন-ঘৰ সাজি উলিয়ালে ৺দেৱতাৰ আহুকাল নাইকিয়া হ'ব। ভাল জ্যোতিষী এজনৰ হতুৱাই চোওৱালত আপোনাৰ দশা বৰ ভাললৈ আহিছে বুলি কোৱাতহে আপোনালৈ

লেখিলোঁ। বৰ্ত্তমান ৰ'ভে-ভ'তে বাঘৰ গোঁজৰণি। ১০/১৫ হেজাৰমান ফিৰিঙ্গী কটা গ'ল। কিমান নো মৰিল তাৰ লেখ নাই। ভাটী ফালে 'বাগানবাৰী' আৰু নায়েই-এটাইবোৰ তহিলং হ'ল। ল'ৰা-ছোৱালীয়েসেতে 'বাগানৰ মালিক'বোৰৰ কিমানক যে কাটি-মাৰি পেলাই দিলে তাৰ অন্ত নাই। *** পলাই সাৰিব খোজাবোৰকো বলিয়া-কুকুৰে খায়। পুৰণি চিকাৰী দৰবত বাতি দিবলৈকে নোহোৱা নোপোৱা হ'ল—এটাইবোৰ মৰি নিঃশেষ হ'ল। নতুন চিকাৰী আহিবলৈ মাতি পঠিয়ালেও, সিহঁত আহি নো বিনৈপুটিহেন অলেখ-অপাৰ বাঘ কিমান মাৰিব? *** ভালে-মানে কৈছে বোলে—এইবেলি বানে হে বান, এইবেলি বিপদৰ-পৰা সৰা টান। ✓দেৱতাৰ তাত থকা গিৰিহঁতবিলাকেও বৰ ভয় খাইছে। *** সিহঁত কেতিয়া পলাই পত্ৰং দিয়ে ঠিক নাই। এতিয়া এনেহে হৈছে, আপুনি কাণ থিয়কৈ গা নেদাঙিলে আৰু উপায় নাই। তাত থকা পল্টনীয়া ফৌজক আপুনি হয় ধন-সোণ দি, নহয় চুকচুকাই চুকচুকাই আপোনাৰ ফলীয়া কৰিবই লাগিব। সিহঁতক যেনেতেনে মতে আপোনাৰ সৈমান নকৰাকৈ নেৰিব। *** চিপাহীহঁতক সৰহ-সৰহকৈ মাহিনা দিবলৈও "কবুল" কৰিব। আমি সিদ্ধকাম হোৱা সুনিশ্চিত। ২৬ আষাঢ়।*"]

**সতীৰ্থসকলৰ ইংৰাজক বলি দিয়া সিদ্ধান্তঃ** পৰাধীনতাৰ শিকলি পিন্ধিবৰ ছৱা শতাব্দীয়েই হোৱা নাই। সকলোৰে অন্তৰত তেতিয়াও উমি-উমি স্বাধীনতাৰ তেজ তপত হৈয়ে আছে। কন্দৰ্পেশ্বৰ ৰজাৰ ঘাই মন্ত্ৰীৰপৰা বুজনি-পৰামৰ্শভৰা উদ্দীপনাপূৰ্ণ চিঠিৰ উপৰি চিঠি পাই আহোম-বামুণ, কোঁচ-কলিতা, হিন্দু-মুছলমানৰ মুখীয়াল-মুখীয়াল মানুহ গোট খাই ৰাতি-ৰাতি কন্দৰ্পেশ্বৰৰ কাৰেঙত বহি অসমৰপৰা ইংৰাজ খেদোৱাৰ উপায় আলচ কৰিবলৈ ধৰিলে।

* ডাঃ হেৰম্বকান্ত বৰপূজাৰীৰ "আসাম ইন দি ডেইজ অব্ দি কম্পেনী" পুথিৰপৰা অসমীয়া ভাঙনী।

নিভৌ নামঘোৰা, দিহানাম, পালনাম, সবাহ-বৰসবাহ, ভাৱনা-উৎসৱ—এইবিলাকৰ এটা-নহয়-এটা পতাৰ আয়োজন হ'ল। শিৱসাগৰত ফৌজদাৰী চিৰস্তাদাৰৰ কাম কৰি থকা নামতীয়াল কাকতীৰ ঘৰৰ হুভিৰাম বৰুৱাইও প্ৰথমতে ছুটী লৈ পাচত কাম ইস্তফা দিলে। বাইজ মৰিলে, মৰিব লাগে বুলি তেওঁৰো ভগাৰজাৰ পাৰিষদসকলক মৌন সম্মতি জনালে। বাহাদুৰ গাঁওবুঢ়া আৰু কমুৰ্দ আলিয়েও ৰজাৰ উদ্দেশ্য সিদ্ধি কৰিবলৈ কাছি-পাৰি ওলাল। যোৰহাটৰপৰা দূৰৈত থকা ডিব্ৰুগড়-গোলাঘাট-নগাঁও-গুৱাহাটীৰ ডাঙৰীয়াসকলেও ৰজাঘৰীয়া গুপুত মেলৰ কথা সমৰ্থন কৰিলে। ৰূপহী আইদেউৰ পুতেক মৰঙীখোৱা গোহাঞি উগ্ৰসেনে মৰঙী অঞ্চলৰপৰা মানুহ-দুনুহ গোটাবলৈ কঁকালত টঙালি বান্ধি ওলাল। মধুৰাম কোঁচে নাজিৰাৰ আসাম কোম্পানীত কাম কৰা ঠিকাদাৰবিলাকৰ হতুৱাই কাম বন্ধ কৰোৱাই দিয়ালে। ৰজাৰ বাঞ্ছা পূৰ্ণ কৰিবৰ অৰ্থে পূজা-পাতল দিবলৈ সকলো দল-দেৱালয়, থান-সত্ৰৰ ফৰ্দও তৈয়াৰ কৰা হ'ল। দেৱৰগাঁৱৰ দলত স্বৰ্গদেৱৰ হৈ পূজা কৰিবৰ অৰ্থে বৰঠাকুৰৰ ভায়েক-ককায়েকহঁতক ৫্ টকা ৰূপ দিয়া হ'ল। দেৱৰগাঁৱৰ লক্ষ্মীদত্তৰ ভায়েক দেবীদত্ত শৰ্মা মৌজাদাৰক সোণো দিয়া হ'ল—সৈন্য সামন্তৰ নিমিত্তে বস্তুদপাতি সংগ্ৰহ কৰিবলৈ।"[১]

পিয়লী নৈষ্ঠিক ব্ৰাহ্মণ। চিপাহী ছাউনীলৈ তেওঁৰ অবাধ প্ৰবেশ। গোলাঘাটৰ নোগোবাত যিটো দেশীয় চিপাহীৰ পল্টন আছিল সেইটোলৈ গৈ তেওঁ প্ৰায়েই দেৱানৰ চিঠি পঢ়ি আৰু চিপাহীহঁতক দেশৰ বা-বতৰা দি উত্তেজিত কৰাৰ ফলত, চিপাহীহঁতে মনে-মনে মেল পাতিবলৈ ধৰিলে। পিয়লীয়ে যদি এগুণকৈ কৈছিল, চিপাহীহঁতে চাৰিগুণে অনুপ্ৰাণিত হৈ কোৱাকুই কৰিছিল।

---

১. "আসাম ইন দি ডেইজ অব্ দি কম্পেনী"—ডাঃ হেৰম্বকান্ত বৰপুজাৰী।

"ইংৰাজৰ দিন গ'ল আৰু। ফিৰিঙ্গীহঁত আৰু আসাম-বাঙ্গালত নাথাকে। কন্দৰ্পেশ্বৰ সিংহক আমাৰ ৰজা পাতিব লাগে। ৰজা হ'লে, স্বৰ্গদেৱে তোমালোকৰ দৰ্মহা বঢ়াই দিব—সকলোৱে জঙ্গী-পল্টনতকৈও সৰহ দৰ্মহা পাব।"– পিয়ালীৰ মুখত এনেবোৰ কথা শুনি, হিন্দুস্থানী পল্টনৰ চুবেদাৰ ছেখ ভিকন সিঙে কন্দৰ্পেশ্বৰক ৰজা পাতিবলৈ শপত খালে। আৰু জেলধৰ মিছিৰ, ভোলা পাঁড়ে আৰু শিউসহায় সিঙে সমাজত বহি ইবোৰ চিপাহীক উচটাবলৈ ধৰিলে।

"শুনা ভাইহঁত, তোমালোকে যদি নিজৰ মঙ্গল চিন্তা আৰু ত্যাকে কৰিবলৈ ৰজাৰ ( কন্দৰ্পেশ্বৰ ) লগত লগ লাগিব খোজাহঁক তেন্তে শুনাহঁক। আমাৰ লগ নেৰিবা। যদিহে এৰাঁ, নাইবা আমাৰ আলচা কথাবোৰ কাৰোবাক কৈ দিয়াগৈ, তেন্তে জানি ল'বা, তোমালোকৰ আৰু মূৰ নেথাকে। যদিহে সি মুছলমান হয়, তাক গাহৰি মঙ্গহ খুৱাম আৰু হিন্দু হ'লে গৰু-মঙ্গহ—বেইমান-হঁত"ৰ এইবোৰেই 'চেজাই হ'ব। আমি মৰদৰ পোৱালি নহওঁনে কি আমি যে মাৰ ভাণ্ডি লগ-এৰা দি যাব লাগে? বিকুলৰ মাত শুনিলেই তোমালোক "গুলাজী" ( গুলী মাৰোঁতা ) পাঁচোটা-পাঁচোটাকৈ আজি ৰাতিয়েই যোৰহাটলৈ যাবলৈ ওলাই আহিবাহঁক। পোনেই গৈয়েই হৰনাথ বৰুৱাৰ মূৰটো ছিণ্ডিব লাগিব। তাতে ২০টা চিপাহীৰ সৈতে ফিৰিঙ্গীভক্ত ৰঘুবীৰ চিঙো আছে। তাকো আমাৰ লগ লোৱাব লাগিব। যদি হে নলয়, তাৰো মূৰটো ল'ব লাগিব। *** তাৰ পিচত ৰজাক সিংহাসনত বহুৱাব লাগিব। *** ততালিকে শিৱসাগৰলৈ গৈ হলৰইড চাহাবৰ বঙলাটো পুৰি পেলাব লাগিব। ** তাৰ চাহাববোৰো মাৰি-কাটি শেষ কৰিব লাগিব। তাত থকা চিপাহীবোৰক আমাৰ ফলীয়া কৰি খাব ঘৰ, খাজনাগেৰাজ দখল কৰিব লাগিব। দখল কৰি, ৰখীয়া ছুটামান থৈ আমি দলে-বলে ডিব্ৰুগড়লৈ যামহঁক।

ডিবুৰুত চাহাবৰ বঙলা পুৰি তাৰ বাসিন্দা চাহাবহঁতক কাটি-মাৰি শেষ কৰিব লাগিব।"

এইখিনি কাম হৈ গ'লে চাৰিংৰজা কন্দৰ্পেশ্বৰ সিংহক ৰজা পাতি মণিৰাম বৰভাণ্ডাৰীক প্ৰধান মন্ত্ৰী বা বৰবৰুৱা পাতিব; মান-মৰ্য্যাদাৰে মধুমল্লিককো তেওঁৰ তলতে ৰাখিব; পিয়ালী বৰভণ্ডাৰী বৰুৱা হ'ব; লুকীনাথ শেনচোৱা বৰুৱা হ'ব নাওবৈছাফুকন আৰু কমলা চাৰিঙ্গীয়া বৰুৱা হ'ব যোৰহাটৰ চুবেদাৰ-ডাৰোগা।*

হিন্দুস্থানী চিপাহীহঁতৰপৰা এইৰূপ কৃতসঙ্কল্প হোৱা আশ্বাস পাই ৰজাঘৰীয়া উদ্যোক্তাসকলো পৰম উৎসাহিত হ'ল। সকলো আয়োজন ঠিকঠাক কৰি সিদ্ধান্ত কৰা হ'ল যে ১৭৭৯ শকৰ মহামায়া পূজাৰ সময়ত অষ্টমীৰ বৰবলি-দিনা ফিৰিঙ্গীবোৰক বলি দি মণিৰাম দেৱানক আগত থৈ কন্দৰ্পেশ্বৰ সিংহক অসমৰ ৰাজপাটত বহুৱাব লাগিব।

**কন্দৰ্পেশ্বৰ ৰজাৰ ঘৰ-লোৰোকা আৰু ৰজাৰ নিৰ্বাসন:** বোলে বেৰৰো কাণ আছে। সেই কাণ এনেয়ে জড়াৱস্থাত থাকিলেও, দুৱাৰ মুখত শত্ৰু থাকিলে তাঁৰ শ্ৰৱণশক্তি দুগুণ বাঢ়ে। ৰজাঘৰৰ মেলৰ কথাই ওফন্দি ভীম্বাকাৰ হৈ গৱৰ্ণমেণ্টৰ দেশীয় অনুগত ভৃত্যসকলৰ কাণত প্ৰতিধ্বনিত হ'লগৈ। ইতিমধ্যে, নোগোৱাত থকা হিন্দুস্থানী পল্টনৰ অবাধ্য আচৰণ আৰু বিদ্ৰোহী মতি-গতি দেখি কৰ্তৃপক্ষসকল সশঙ্কিত হৈয়ে আছিল, তাতে যেতিয়া ৰজাঘৰতো ষড়যন্ত্ৰৰ আলোচনা হৈছে বুলি কণাকণি হ'ল, বৃটিছ বিষয়া-কৰ্মচাৰী আৰু অ'ত-ত'ত থকা ইংৰাজবিলাকৰ মাজত ভীতিৰ সঞ্চাৰ হ'ল। সেই মুক্তিআয়োজন বা "ষড়যন্ত্ৰ" মষিমূৰ কৰিবলৈ গৱৰ্ণমেণ্টো ক্ষিপ্ৰ তৎপৰতাৰে উদ্যত হৈ ওলাল। তেতিয়া যোৰহাটত, ১৮৩৯ চনতে

---

*(কেৰামৎ আলিৰ সাক্ষ্য) :—ডাঃ হেৰম্বকান্ত বৰপূজাৰীৰ "আসাম ইন দি ডেইজ অব্ দি কম্পেনী।"

পোন প্ৰথমেই ৰংপুৰত ডাৰোগা হোৱা, তাৰ পিচত ১৮৪৮ চনৰপৰা ১৮৫১ চনলৈকে একটিং ডাৰোগা হৈ সুখ্যাতি লাভ কৰা ধৰশীলৰ ঘৰৰ পৰ্বতীয়া বৰুৱা হৰনাথ আছিল যোৰহাট থানাৰ ভাৰপ্ৰাপ্ত বৰ-ডাৰোগা। তেওঁৰ ক্ষমতা আছিল অসীম আৰু প্ৰতাপো আছিল অসম-ৰজাৰ নিচিনাই। হৰকৰা 'ভাট' ছায়াৰূপী অসম-ৰজা কন্দৰ্পেশ্বৰক উলিয়াব নোৱাৰি "প্ৰকৃত অসম-ৰজা" হৰনাথ বৰ-ডাৰোগাৰ হাতত চিঠি দিবলৈ গ'ল। হৰকৰাৰ চিঠি আহিছিল লাখুটিৰ ভিতৰত। লাখুটি ফালি চিঠি উলিয়াই দিলত বৰ-ডাৰোগাই চায় দেখোন—চিঠিত চহী নাই। লেখা আখৰবোৰ কিন্তু মণিৰাম দেৱানৰ, দিছে পিয়ালী বৰুৱালৈ, অথচ বিজোগ আছে চাৰিংৰজা কন্দৰ্পেশ্বৰ সিংহৰ। লেখা আছে—"হিন্দুস্থানত গোৰা পল্টন নায়েই.......... ।"

"চিঠি পায়েই পৰ্বতীয়া বৰুৱাই ৰাতিয়েই হাতীত উঠি শিৱসাগৰলৈ চিতাপ মেলিলে।" সেই সময়ত শিৱসাগৰত প্ৰিঞ্চিপেল এচিষ্টেণ্ট কমিছনাৰ বা ডেপুটী কমিছনাৰ আছিল কৰ্ণেল চি হলৰয়ড (Col. C. Holroyd।) হলৰইডৰ তাত আৰ্দলী কাম কৰা শিৱসাগৰৰ বেতবাৰী নিবাসী সাগৰ চুৱৰীয়ে কয়, "তেতিয়া ফেঁহুজালি দিছেহে মাথোন। আমি শুই উঠিছিলোঁহে। চাহাব উঠাই নাই। পৰ্বতীয়া বৰুৱাই আমাক ক'লে, "চাহাবক ক'গৈ বুলি, যোৰহাটৰপৰা ডাৰোগা দেউতা আহিছে।" চাহাবক সেই কথা কোৱা মাত্ৰকে, চাহাব গিৰিস কৰে উঠি আহিল আৰু ফুচফুচাই-ফুচফুচাই কিবা কথা পাতি পৰ্বতীয়া বৰুৱাক যাবলৈ ক'লে। পাচত শুনিলোঁ বোলে মণিৰাম দেৱানে হেনো ৰজালৈ কিবা বিদ্ৰোহী-কথা লেখিছে।" তাৰ পিচত, অলপ টলকা মাৰি থাকি সাগৰ চুৱৰীয়ে কপালত চপৰিয়াই দুখ কৰিলে বোলে, "অস্ অস্ মণিৰাম! তই আহোম-কুহুম এটা নেপালি! দেছুৱালী ভাটৰ হাতততহে চিঠি দিবলৈ পালি!"

এই ঘটনা হৈছিল ১৭৭৯ শকৰ শাওন মাহত। শাওন গ'ল, ভাদ আহিল। ভাদতো দিন উকলিবৰ হ'ল। হলৰইড-হৰনাথ আৰু হৰনাথৰ লগুৱা উমেদ মুখিয়ে দেৱানৰ চিঠিখনকে লইনা লৈ কেউফালে বিদ্ৰোহৰ গুংসূত্ৰ বিচাৰিবলৈ ধৰিলে। পম খেদি-খেদি ডাবোগা[1] আৰু লগুৱাজনে ভালেমানৰ ঘৰত ফিৰিঙ্গী মাৰিবলৈ উপক্ৰম কৰা ভালেমান চিঠি-পত্ৰ আৰু সঁজুলি ধৰা পেলালে।*

গোলাঘাটত থকা হিন্দুস্থানী পল্টনৰ কাৰ্য্যকলাপ আৰু বজাঘৰীয়া আলোচনাৰ বু-বু-বা-বা-ই চাহাবহঁতৰ মন এনেয়ে অথিৰ-অবিৰকৈ থৈছে, তাতে আকৌ কেউফালে জগদীশপুৰ, চাহাবাদ, আৰু আৰা জিল্লাত হোৱা বিদ্ৰোহৰ ঢক ফুটিছে, জলপাইগুৰিৰ ৭৩ নম্বৰি পল্টনৰ মাজত বিদ্ৰোহত যোগ দিবলৈ বিৰলে কথাবতৰা চলিছে, প্ৰয়াগ-কানপুৰত “কলা আদ্মিয়ে” “চৈতান ফিৰিঙ্গী”ক গৰু মৰিৰাদি মৰাৰ সংবাদ গোটেইখনতে বিয়পি পৰিছে, অমিল হিন্দু-মুছলমানো মিল হৈ গোৰাবিলাকক (চাহাব) সবংশে নিধন কৰিবলৈ ফুকলি মাৰি ওলাইছে—ভাটী ফালে হোৱা এনেবোৰ বাতৰি আহি অসমৰ পৰ্বতত যেতিয়া ঠেকা খালেহি, অসমত থকা ইংৰাজ-পাতৃৰীসকলৰ তৰ-ল-বাম-ল লাগিল।× আগেয়

১. Haranath Parbatia Barua—Sibsagar District Gazetteer Allen.

* সাগৰ ডুবৰী আৰু লোকেশ্বৰ শৰ্মা বৰদলৈ।

× The English public is at present so entirely occupied with Indian affairs that the newspapers just need read like a rechauffee of those sent home 3 months ago. Amidst our endless diversity of opinions on one point we have provoked unanimity. All are thoroughly agreed as to the extreme unwisdom of the order of the Governor General recommending mercy to the mutineers. We did not have the slightest doubt that it would be so and intimated six weeks ago that

"তুঁহ-জুইৰ তাপেহে পাইছিল, এতিয়া তপত খোলাত পৰিবলগীয়া হ'ল।" "বাগিচাৰ চাহাববিলাকে গবৰ্ণমেণ্টলৈ বৃটিছ ফৌজ পঠিয়াবলৈ খনে-খনে চিঠি দিবলৈ ধৰিলে। অসামৰিক চাহাব-বিলাকৰ কোনো সোমাল গীৰ্জাঘৰত, কোনো পলাই হাবি-বননিত সোমাল, কোনো নৈৰ মাজত নাৱত থাকিল। গুৱাহাটীতো বৌলট চাহাবৰ আদেশমতে কেৰুৱাৎউল্লা সদৰামিন আৰু মুঞ্চিয়ে বন্দুক লৈ পহৰা দি আছিল। বৌলতে ৰাতিও চোৰাংচোৱাগিৰি কৰিছিল। কথমপিহে কানপুৰ হত্যাৰ পুনৰাবৃত্তি নোহোৱাকৈ থাকিল।†" ফিৰিঙ্গীভক্তৰ সহায়সূচনি মতে স্বাধীনচিতীয়া অসমীয়া লালুকি-বোৱক (তেওঁবিলাকৰ মানত) মাৰিবলৈ তপত পানীৰ ব্যৱস্থা কৰিলে।

দিনাপুৰীয়া আৰু জগদীশপুৰীয়া চিপাহীহঁতে অনুসৰণ কৰা বাটেদি ডিব্ৰুগড়ত থকা পহিলা নম্বৰী দেশৱালী (দেছুৱালী) পল্টনেও বাটবুলা দেখি কেপ্টেইন লুথাৰ (Lowther), বিৱাৰ (Bivar), হেনে (Hannay) চাহাবে সিহঁতক বিদ্ৰোহী বুলি ধৰি ললেই। যি চাৰিং ৰজা কন্দৰ্পেশ্বৰ সিংহই মণিৰাম দেৱানে-সৈতে বিদ্ৰোহৰ চিঠি চলাচল কৰি আছে সেইজন ৰজাৰ ঘৰলৈ সেই চিপাহীহঁত মাজে সময়ে আহি গৈ থাকে। গতিকে, লুপ্ত-সিংহাসন উদ্ধাৰ কৰাত সিহঁতেও ৰজাক সহায় নকৰাকৈ থকা নাই। সেই কাৰণে, পল্টনটোক তৎক্ষণাৎ ঠান্-ঠান্-বান্-বান্ কৰি পেলোৱা হ'ল। যিটো গুৰ্খা পল্টন আছিল, তাকে ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহত লুথাৰে দিছৈ নগৰৰ (যোৰহাট) ফালে চলাই লৈ আহিল। শিৱসাগৰৰ হলৰইড চাহাবে গা ভাল নহয়, লগুৱা-লিকচৌ কোনেও দেখা কৰিব

the Home authorities had resolv on showing no forbearance to the author of crimes unparalleled in atrocity in the annals of the world. —"Englishman" Nov. 12, 1857

† A Glimpse of Assam—Mrs. S. R. Ward.

নেলাগে বুলি কৈ মনে-মনে শিৱসাগৰত থকা ২০টা গুৰ্খা চিপাহী লৈ নাৱেৰে গৈ দিখৌমুখত লুথাৰৰ ফৌজটো লগ ধৰিলেগৈ। লুথাৰ-হলৰইড দুয়ো দলেবলে মহগড়ঘাটৰপৰা আহি তাৰ দুদিনমানৰ পাচত যোৰহাট পাই, ৰাতি সেই নিশা কাৰেং অৱৰোধ কৰিলে আৰু ভেতিয়াই অৰ্থাৎ ১৭৭৯ শকৰ ভাদৰ ২৫ দিন ৰাওঁতে বুধবাৰে চাৰিং-ৰজা কন্দৰ্পেশ্বৰক আটক কৰি যোৰহাটৰপৰা আলিপুৰলৈ পঠিয়ালে, 'আৰু তেওঁক বুদ্ধি-ভাৰসা দিয়া মন্ত্ৰী মধুমল্লিককো ৰজাৰৰ ওচৰত ভেড়োনীয়াকৈ থকা ঘৰতে বন্দী কৰিলে।"

চিপাহী-বিদ্ৰোহৰ কাৰণ আৰু কন্দৰ্পেশ্বৰ সিংহৰ ঘৰ লোৰোকা-সম্পৰ্কে চাৰ্লছ বলে ( Charles Ball ) তেওঁৰ "চিপাহী বিদ্ৰোহৰ বুৰঞ্জীত" যি লেখিছে, তাকো চাবলগীয়া। তেওঁ লেখিছে :—

"১৮৫৭ চনৰ চেপ্তেম্বৰ মাহত বঙ্গদেশ পাৰ হৈ আসামৰ সীমাত বিদ্ৰোহৰ চক ফুটে। ইয়াত চাহ খেতি হয়—এই কথাৰ বাহিৰে কোনো য়ুৰুপীয়ই এই দেশৰ বিষয়ে একো নেজানে। আসামত থকা পহিলা নম্বৰি আসাম ফৌজৰ দুভাগটি চিপাহীয়েই আৰা জিলাৰপৰা অহা আৰু দিনাপুৰৰ বিদ্ৰোহী চিপাহীবোৰৰ লগাভগা। বাকীবোৰ কোঞৰ (কুমৰ সিং) চিঙৰ ৰাজ্যৰ। সেই দেখি, দিনাপুৰত বিদ্ৰোহ হোৱা মাত্ৰেই ডিব্ৰুগড়ত থকা পহিলা নম্বৰি আসাম ফৌজৰ মাজত সেই বাতৰি ওলালগৈ। সিহঁতে খোলাখুলিকৈ, দিনাপুৰীয়া বিদ্ৰোহী চিপাহীৰ লগত যোগ দিলে আৰু ভগাৰজা পুৰন্দৰ সিংহক (?—কন্দৰ্পেশ্বৰ সিংহক) ইংৰাজৰ হাতৰপৰা আনি পূৰ্বৰ ৰাজ্য দিওঁ বুলি তলে-তলে আশা দিলে। আৰু ইয়াকো ক'লে বোলে, ৰজাই পুনৰ ৰাজ্য পাবলৈ হ'লে, তেওঁ চিপাহীহঁতৰ গুৰি ধৰিব লাগিব। খৃষ্টানবোৰক লুটি-পুটি কাটি-মাৰি খেদিবৰেই সিহঁতৰ ইচ্ছা আছিল। অকল সেয়ে নহয়, এই কাম হ'লে অৰ্থাৎ খেদা হ'লে সিহঁতে বঙ্গদেশৰ মিত্ৰবিলাকক সহায় কৰিবগৈ। লাহে-লাহে এই ষড়যন্ত্ৰ ওলাই পৰাত বহুত চাহাবে শিৱসাগৰৰ গীৰ্জাঘৰত আশ্ৰয় ল'লেগৈ। সেই

গীৰ্জাত তেওঁবিলাকক খুৱাবলৈ যথেষ্ট ৰছদ্ গোটাই থোৱা হৈছিল। তাতে কলিকতাৰপৰা নতুন ফৌজ নহালৈকে সকলো চাহাব টেপা খাই সোমাই থাকিল। সেই সময়ত, মেজৰ হেনে চাহাবৰ অধীনত থকা ডিব্ৰুগড়ৰ গুৰ্খা ফৌজটোহে মাত্ৰ ইংৰাজৰ মিত্ৰ হৈ আছিল। এনে বিপদ কালত গৱৰ্ণমেণ্টৰ হাতত অসমলৈ পঠিয়াবলৈ কোনো যুদ্ধাক সৈন্য নথকাত বন্দুক চলাব জনা (গুলালী) ১০০ ইংৰাজ-নৌচিপাহীকে জাহাজত তুলি ব্ৰহ্মপুত্ৰই দি পঠিৱা হ'ল—তাৰ দেশাধিকাৰসকলে স্ব-স্ব ইচ্ছানুসৰি সিহঁতক যথোপযুক্ত কামত নিযুক্ত কৰিবলৈ। কিন্তু সেই নৌবাহিনীটো বাট ভুলফে ঢাকাত ওলালগৈ। ঢাকাত যেতিয়া সিহঁতক ডিব্ৰুগড়লৈ যাবলৈ কোৱা হ'ল, সিহঁত নগ'ল। তথাপি, বহুত বুজোৱা-বৰোৱাৰ মূৰত যাবলৈ ওলাল।

ৰজা আৰু ষড়যন্ত্ৰকাৰীবোৰ ডিবুৰুৰ ওচৰত থকা বাবে ঠাই-ডোখৰ জাঁকি আছিল। সেই গুণে, তেওঁক (ৰজাক) তাৰপৰা নাতৰালে বিদ্ৰোহৰ জুই গুমুমাব যেন দেখি গুৰ্খা ফৌজৰ কাপ্টান লুথাৰক অইন এটা থানাইদি গৈ ৰজাক ধৰি চম্ভাৰি দি কলিকতালৈ পঠিয়াবলৈ আদেশ কৰা হ'ল। ৰজাৰে কাৰেং ডিব্ৰুগড়ৰপৰা ভালেমান আঁতৰত। কাৰেঙৰ গিৰিহঁতে আকৌ ইংৰাজ-শাসনৰপৰা মুক্ত হ'বলৈ মনে-মনে পাং পাতি আছে—এনেতে, কাপ্টান লুথাৰৰ নায়কত্বত এদল গুৰ্খা সৈন্য আওবাটে গৈ সেই কাৰেঙত ওলালগৈ। লুথাৰৰ ফৌজটোৱে সেই দিনা সাঁজ লগাৰপৰা পিচদিনা ধলপুৱা-লৈকে এছোৱা হাবিতলীয়া পিটনিৰ ওপৰেদি হাতীত উঠি, এছোৱা বাটকুৰি বাই, এছোৱা আকৌ নাৱত উঠি, বহুদূৰ আমনিলগা বাট পাৰ হৈ কাউৰীয়ে-কা-নৌ-কৰোঁতেই ৰাজ কাৰেং ঘেৰাও কৰিলেগৈ। তেতিয়া কাৰেঙৰ পালী-পহৰীয়াসকলো টোপনিত পৰি লালকাল। গুলী এজাঁয়ো নমৰাকৈয়ে ৰজা-ৰাণী-ৰাজমাও আৰু লিগিৰা-পৰিষদ সকলোকে অনায়াসে লুথাৰে বন্দী কৰিলে। কাৰেঙৰ ভিতৰত

অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ, চিঠি-পত্ৰ যি আছিল, এটাইবোৰ উলিয়াই আনিলে। কাৰেঙৰ সিংহদুৱাৰত থকা গোলা ঘৰটিও চালে—তাতো যি আছিল সোপাকে লৈ আহিল। এইদৰেই ৰজা, ৰাজসম্পত্তি-বস্ত্ৰ-আভৰণ সকলো আটক কৰি লৈ আহোঁতে দুহেজাৰমান মানুহে মণি হেকউৱা ফণিৰ দৰে খণ্ড-বেজাৰে উভাউল হৈ বন্দী ৰজাৰ পাচে-পাচে হিয়াঁলি-জিয়ালিকৈ কান্দি আহিছিল। কিন্তু আমাৰ ফৌজক বাধা দিয়া নাছিল। জয়জয়-ময়ময় হৈ, তাৰ পাচদিনা নিশা দহ বজাত লুথাৰ আহি ঘাটত বান্ধি থোৱা নাৱত উঠিলহি আৰু দুখে-ভাগৰে অৱশ হৈ দুদিনমানৰ পাচতে ডিব্ৰুগড় পালেগৈ।"

**ৰাজকাৰেং হনাৰ বাহুল্য বিৱৰণ:** কাপ্টান লুথাৰে কেনে চোৰাংকৈ ৰজাৰ কাৰেং অৱৰোধ কৰি, ভিতৰ লুকি "অসমত উলমুলোৱা চিপাহী বিদ্ৰোহ"ৰ মূৰত বজ্ৰাঘাত পেলালে তাৰ কথা তেওঁৰ ঘৈণীয়েকলৈ লেখা এখন চিঠিত লেখিছিল। প্ৰায় একে কথাকে দোহৰা হয় যদিও, কৌতূহল নিবাৰণৰ অৰ্থে, তলৰ চিহাকে উদ্ধৃত কৰা হ'ল। লুথাৰে লেখিছিল,—

"ৰজাৰ কাৰেং পাই মোৰ চিপাহীবোৰক এনেভাৱে ভাগ-ভাগ হৈ জুম বান্ধিবলৈ ক'লোঁ, যাতে সিহঁতে কাৰেংটোৰ কেউপিনে কণা-মাকৰি এটাও সোমাব নোৱাৰাকৈ ঘেৰি থাকে। মোৰ গাচোৱাৰীয়ে সৈতে ঘাই জুম থাকিল ৰাজচ'ৰাৰ সন্মুখত। এজুম গ'ল ঘাই ষড়যন্ত্ৰকাৰী শিক্ষিত বঙালীজনক (মধু মল্লিক) ধৰিবলৈ আৰু এজুম ৰ'ল কাৰেঙৰ পাচফালে-নগৰৰপৰা খোৱা-বস্তু অনা-নিয়া কৰা বাট বন্ধ কৰিবলৈ। ইপিনে মোৰ বন্ধু ডাৰোগাজনে লগত এটা চিপাহী লৈ বগুৱা বাই-বাই কেইবাটাও খোঁটালী সোমাই ৰজাৰ শোৱনি ঘৰৰ দাঁতি পালেগৈ আৰু তাতে চেপেটা লাগি পেট পেলাই পৰি থাকি মোৰ "গুলী চালাও" বোলা হুকুমলৈ বাট চাই থাকিল। এনেতে মন্ত্ৰীক ধৰিবলৈ পঠিওৱা চিপাহী জুম

মোৰাৰ পিনে কুকুৰ এটাই ৰৌ-ৰৌ কৰি ভুকিবলৈ ধৰিলে, ভাবিলোঁ—সময় আৰু নাই। এনেকৈ থাকিলে জোৰ পুৰি হাত পাৰহি। এইবুলি তৎক্ষণাৎ কাৰেঙৰ পদূলিত থকা চাওডাং দুৱাৰৰ পোনে চাল ল'লোঁহঁক। মোৰ জুম চিপাহীয়েও মোৰ পাচ ল'লে। আমাৰ হুমগম শুনি চ'ৰাত শুই থকা চাওডাং পৰীয়াই সাৰ পাই গা মুৰি দি উঠোঁতেই খপ্ কৰে তাৰ টেটুটোত খামোচ মাৰি ধৰিলোঁ। ধৰা মাত্ৰকে, গুৰ্খা চিপাহী এটাই বন্দুক নেপাই তাৰ হাতত থকা কুন্দোৱা লাখুটিডালেৰেই খেদা মাৰি আছিল। চাওডাংবোৰ পলাই ফাঁট মাৰিলে। আৰু এটা গুৰ্খাই সিহঁতক গুলীয়াওঁ বুলিছিল। কিন্তু এনে নিছলা মানুহক মৰিয়াই বা গুলীয়াই মৰাৰপৰা একো লাভ নাই—এইবুলি কৈ মাৰিবলৈ হাক দিয়াত সিহঁতে একো নকৰিলে।

গোটেইখনতে হুৱাদুৱা লগাত আৰু তেতিয়াও এন্ধাৰ হৈ থকাত ভিতৰ সোমাবলৈ বাট-পথ বিচাৰি পোৱা নহ'ল। মোক বাট দেখুৱাই ফুৰা ডাৰোগাজন আগে-পিচে সোমাই থকা বাবে তাৰ তলানলা পোৱা। অন্তেষপুৰত, কোন ক'ত থাকে, কোনটো খোঁটালী কাৰ, সেই এটাইবোৰ তেওঁৰ চকুৰ আগতে আছিল। তেওঁ কাৰেঙলৈ সোমাই মোক ৰজাৰ আগত ভেঁটালেগৈ। ৰজাৰ কাষ পাই চাওঁ দেখোন ৰজাৰ বয়স নিচেই কম—তেনেই ল'ৰা। কিন্তু ল'ৰা হ'লে কি হ'ব? লোকৰ অনিষ্ট কৰাত বুঢ়াকো যে ছেৰ পেলোৱা! তেওঁক মোৰ আগত সৈমান হ'বলৈ ক'লত আৰু আমি ভিতৰ সোমাওঁ বুলি ক'লত তেওঁ সিংহ বিক্ৰমেৰে গৰ্জি উঠিল। মোৰ মানুহবোৰক মাতি "কাৰেঙত জুই দেহঁক" বুলি যেতিয়া হুকুম দিলোঁ, তেতিয়াহে তেওঁৰ তৰ্জন-গৰ্জনে শাম কাটিছে আৰু গেজেৰা মাৰি মোৰ হাতলৈ হাতৰ হেংদানখন দলি মাৰি পেলাই দিছে। এনেতে আগপিনে হায়-ঔ-বাী-ঔ লগোৱা শুনিলোঁ। চাওঁ দেখোন—ৰাজমাও, পাটমাদৈ, কুঁৱৰী আদি অন্তেষপুৰ-বাসিনী

তিৰোতাসকল সৈয়িদ্ৰী-লিগিৰীৰে সৈতে সেই পোনেই ওলাই গৈছে। তেনেতে, সিবিলাককো ধৰাই আনিলোঁ।

তাৰ পিচত, বৰ কষ্টে-মষ্টে চাকি এটা অনাই ভালকৈ কাৰেঙৰ ভিতৰখন চালোঁহঁক। ভিতৰখন ঘোপমৰা এন্ধাৰ আৰু তাত ইমান গপগপনি উঠিছিল যে এনেকুৱা "কাৰেঙ"ত সোমাই থাকিলে মৰিবলৈ আৰু সৰহ পৰ নেলাগিব। কেঁচুৱে চী চিঞৰাবালৈকে বাহিৰতে ৰহি আছিলোঁ। বহুত বেলিৰ মূৰত, ভিতৰত সোমাই চিঠি-পত্ৰ আৰু ৰজাঘৰীয়া কাকত-পত্ৰ বিচৰা হ'ল। বিচাৰি-বিচাৰি অপৰ্য্যাপ্ত সোণৰ কাঁহী-বাটি আৰু লডা সোণেৰে ভৰি থকা বহুত পেৰা পালোঁ। সেইবোৰেই ৰজাৰ সম্পত্তি।* ইয়াৰ বাহিৰেও তাত কিছুমান ছিলৈথাৰ আৰু কেইটামান হিলৈ পালোঁ। তাৰে এটা হিলৈ ফৰাচী দেশত সজা। ৰজাৰ এই ভিতৰুৱা সম্পত্তিবোৰ লোৰোকোঁতে আৰু চিঠি-পত্ৰ বিচাৰি সেইবোৰ ইংৰাজীলৈ ভৰ্জমা কৰোঁতেই (১) ভালেখিনি সময় গ'ল।

তেতিয়াও ৰজাৰ মন্ত্ৰীজনা (মধু মল্লিক) ধোৱাং জুৰি শুয়েই আছিল। সেই বাবে আবেলি আমি তেওঁৰ ঘৰলৈকে গ'লোঁহঁক। ঘামত তৎপোৱা নাছিলোঁ—গোটেই গা তিতি গৈছিল। বিচনী

---

* "বন্দী কৰিবৰ সময়ত কন্দৰ্পেশ্বৰ ৰজাৰ এইবোৰ সা-সম্পত্তি আছিল :— ৩ টা হাতী, এটা ঘোঁৰা, আৰু বহুত তৰোৱাল—খাৰ-বাৰুদ। সেইবোৰ বেচি ২৭৭৫৲ টকা চাৰি অনা পোৱা হ'ল। হলবইডে ৰজাৰ নিজা সম্পত্তিৰ ভিতৰত যিবোৰ সোণ-ৰূপ-হীৰা-মুকুতা, অলঙ্কাৰ-পাতি পাইছিল—সেইবোৰৰ মূল্যও আছিল দুই লাখ টকা। এইবোৰৰ উপৰিও ৰজাৰ নামত ভালেমান মৌজা আছিল; ২০০ পুৰামান মাটিও আছিল।"

—"জেন্‌কিন্‌লৈ দিয়া হলবইডৰ চিঠি"—"আচাম ইন দি ডেইজ অৱ দি কম্পেনী"—ডাঃ এইচ্‌. কে. বৰপূজাৰী। (১) ভৰ্জমা কৰা চিঠি পৰিশিষ্টত দিয়া হৈছে।

মৰোৱাইহে মন্ত্ৰীৰ ঘৰ তল্লাচ কৰিব পাৰিছিলোঁ। কিন্তু মন্ত্ৰীৰ ঘৰ মিছাতেহে তল্লাচ কৰা হ'ল। তেওঁলৈ যিবোৰ চিঠি-পত্ৰ আহিছিল, সেইবোৰ পঢ়ি অঁতাই পুৰি বা ফালি পেলোৱা বুলি সম্বাদদাতাই কোৱাত, বোধ কৰোঁ, নষ্ট কৰা হ'ল। এটাইবোৰ চিঠি নেপালোঁ। বেলি পৰিবৰ সময়ত ৰজা আৰু ৰজাৰ লগতে আৰু দুজনমানক কইদ কৰি লৈ যি লেতেৰা বাটেদি নিশা তাত সোমাইছিলোঁ সেই বাটেদিয়েই ওলাই আহিলোঁ। দুহেজাৰমান মছলমান (?) প্ৰজাই সিহঁতৰ একমাত্ৰ ধৰণী ৰজাক বন্দীকৈ লৈ অহা দেখি খণ্ডে-বিষে উদ্বাউল হৈ বিদ্ৰোহৰ গুৰিয়াল বুলিয়েই তেওঁৰ চৰণত পৰি কান্দিকাটি আমাৰ লগে লগে আহি আছিল। আমি পিচে খেদাই পঠিয়ালোঁ।"

**কন্দৰ্পেশ্বৰৰ প্ৰতি অবিচাৰ:** কন্দৰ্পেশ্বৰ সিংহই ক'তো ইংৰাজৰ আধিপত্য অস্বীকাৰ কৰাৰ শুংসূত্ৰ নোলাল। ওলাৰ পাৰে যেন বুলি লুথাৰ হলৰইড-হেনে চাহাবে কন্দৰ্পেশ্বৰৰ কাবেং লুৰ্কিলে; তাতো যুদ্ধ কৰিবলৈ গোটোৱা একো অস্ত্ৰ-শস্ত্ৰ নোলাল। তম্বুহত্যা কৰাৰো একো প্ৰমাণ পোৱা নগ'ল। বৃটিছৰ প্ৰতি বিদ্বেষৰ ভাব প্ৰচাৰ কৰাৰো একো উমান পোৱা নগ'ল। চিপাহী উচটোৱাৰো চিনমোকাম নাই। ঘৰ তল্লাছ কৰোঁতে যিবোৰ চিঠি-পত্ৰ পোৱা হৈছিল সেইবোৰতো তেওঁৰ চহী নাছিল—লোকেহে তেওঁলৈ দিছিল তেওঁ দিয়া নাছিল,—অথচ, সাধু কথাৰ দৰে সাজি লোৱা হ'ল যে চহী থকা চিঠি-পত্ৰবোৰ তেওঁৰ ইঙ্গিতত্তেই লেখা হৈছিল। ইঙ্গিত হ'লেও প্ৰত্যক্ষভাৱে 'ৰণং দেহি' বুলি কোৱা নহৈছিল। কন্দৰ্পেশ্বৰৰ গাত দোষ এই কেৱাই যে, তেওঁৰ ঘৰত মাজ নিশা সোধপোছ নোহোৱাকৈ সোমাই, ঘৰবাৰী বয়বস্তু লুটপাত কৰোঁতা কেপ্টেইন লুথাৰ আৰু ডাবোগাজনৰ আগত "শান্তশিষ্ট সাধু" লৰাটিৰ দৰে তেওঁ মৈমান নহৈ সিংহবিক্ৰমেৰে গৰ্জি উঠিছিল। বয়সত ১৫/১৬ বছৰীয়া ল'ৰা হ'লেও, তেওঁ বিচক্ষণতাত বুঢ়া, সাহিয়াল পুৰুষ। মণিৰামক

তেওঁৰ দেৱান বা উপদেষ্টা পাতি ল'ব নেলাগিছিল[১]। ধনবস্তু—সহায় সাৰথিৰ অভাৱ হ'লে মনটোতো যে হেপাহৰ অভাৱ হ'ব লাগে, দৈৱদুৰ্বিপাকত পৰি শৰীৰৰ অঙ্গ কোঙা হ'লেও ইচ্ছা-আকাঙ্ক্ষাও যে কোঙা হ'ব লাগে তাক সাম্ৰাজ্যবাদী জাতিৰ বাহিৰে আন কোনেও কেতিয়াও স্বীকাৰ নকৰে। কৰা হ'লে, বৃটিছ ৰাজনীতি চৰ্চা কৰি ডাড়ি-চুলি পকোৱা পণ্ডিত লৰ্ড মৰ্লীয়ে বৃটিছ জাতিক কেতিয়াও নক'লেহেঁতেন :—

## বৃটিছৰ সাম্ৰাজ্যবাদী নীতি

"১। জয়ে জয়ে যি দেশত তোমালোকৰ একো দৰ্কাৰ নাই তাত তোমালোক বলেৰে ঠেলি-হেঁচি সোমোৱাগৈ আৰু তালৈ নাযাওঁ বুলিও যোৱা।

২। তোমালোক সোমালেই, তাৰ মানুহবোৰৰ খং উঠে আৰু খং উঠিলেই বাধা দিব লগীয়া হয়।

৩। তাৰ পিচত, তোমালোকে চিঞৰ বাখৰ লগাই দিয়া যে মানুহবোৰ বিদ্ৰোহী আৰু সিহঁতৰ আচৰণ বিদ্ৰোহজনক, ( অথচ, তোমালোকে নিজ মুখেৰেই কোৱা যে তাত তোমালোকে কেতিয়াও ৰাজত্ব নকৰা )।

৪। চতুৰ্থতে, সেই বিদ্ৰোহ নিৰ্মূল কৰিবলৈ তোমালোকে ফৌজ এটা পঠোৱাঁ।

৫। পঞ্চমতে, তাত যেতিয়া ৰক্তাৰক্তি, গোলমাল আৰু অৰাজকতা হ'বলৈ ধৰে. তেতিয়া তোমালোকে উৰ্দ্ধবাহু হৈ জগতক জনোৱা যে নীতি ধৰ্ম ৰক্ষাৰ নিমিত্তে, তোমালোক তাত থাকিবই

---

১. "The Rajah himself was a mere boy and was completely the tool of his Dewan Maniram Dutta who was, at that time in Calcutta"—C. E. Buckland,

লাগিব। নচেৎ, দেশত এনে মৰামৰি' কটাকটি আৰু অশান্তি হ'বগৈ যে তাৰ কোনো সভ্য দেশে কল্পনাকে কৰিব নোৱাৰে।"*

**বিদ্ৰোহী কোন?** এয়ে হ'ল বৃটিছ-সাম্ৰাজ্যবাদৰ মূলনীতি। অসম দেশখন বৃটিছৰ কজালৈ অনাৰেপৰা বৃটিছ-কৰ্ত্তৃপক্ষই এই নীতিকে সময় বুজি আওপাকে-সোঁপাকে অনুসৰণ কৰি আহিছিল। স্বাধীনতা সংগ্ৰামৰ ঘমঘণ্টা লাগিলত চাৰ জন লৰেঞ্চেও (Sir John Lawrence) ১৮৫৭ চনত এটি বিধান উলিয়াই তাতে জাপি দিলে। সেই বিধানত 'বিদ্ৰোহী'ৰ সূত্ৰ বন্ধা হ'ল এইবুলি :—

**বিদ্ৰোহী বুলি শাস্তি দিব পাৰি কাক?**—যাৰ স্বভাৱ মন্দ। যি বৃটিছ-শাসন প্ৰণালীৰ উপকাৰত উৎপতীয়া দোষকে মাথোন দেখি ফুৰে। যি অসন্তোষৰ বীজ উৎপাদন কৰে। যি ৰজাৰ সিংহাসন নাই অৰ্থাৎ ভগা-ৰজা। যি পণ্ডিত, যি কোঁৱৰ সিং বা বিহাৰী চিপাহীৰ লগত সংশ্ৰৱ ৰাখে। যি বৃটিছ-কৰ্মচাৰীক চুঙা-চাই-সোপা দিয়া কথা কয়।

উল্লিখিত নীতি আৰু নৱবিধান অনুসৰিয়েই অসমত থকা সামৰিক বৃটিছ-বিষয়াসকলে স্বাধীনতাকামী অথচ তথাকথিত "বিদ্ৰোহ"ত সংশ্লিষ্ট বুলি কন্দৰ্পেশ্বৰ ৰজাক নিৰ্বাসন দণ্ড দি কলিকতাৰ আলিপুৰ জেললৈ পঠিয়ালে। মণিৰাম দেৱানকো লাটু বাবুৰ ঘৰতে গ্ৰেপ্তাৰ কৰি আলিপুৰ জেলত আৱদ্ধ কৰা হ'ল।

---

* "ইণ্ডিয়া ইন বণ্ডেজ"—ৰেভাৰেণ্ড হমছ্।

# পঞ্চদশ অধ্যায়

## দেৱানৰ গ্ৰেপ্তাৰ, বিচাৰ আৰু ফাঁচী

**দেৱানৰ গ্ৰেপ্তাৰ; ১৪ আইন জাৰি:** ওপৰ-অধ্যায়ত উল্লিখিওৱা নীতি আৰু বিধান-অনুসৰিয়েই ইফালে যোৰহাটত কন্দৰ্পেশ্বৰ সিংহক বন্দী কৰি, সিফালে লাটুবাবুৰ ঘৰত মণিৰাম দেৱানকো গ্ৰেপ্তাৰ কৰি আলিপুৰ জেলত আবদ্ধ কৰা হ'ল। স্বাধীনতাৰ লাগনিখৰি-দিওঁতা মণিৰামক আৰু সেই খৰিৰ জুই-পুৰাওঁতা কন্দৰ্পেশ্বৰক বন্দী কৰিয়েই শাসক আৰ সামৰিক-অসামৰিক বৃটিছ-কৰ্তৃপক্ষৰ হেপাহ নপলাল। উত্তৰ ভাৰতৰ বিদ্ৰোহদমনৰ নামত '৫৭ চালৰ জুন মাহত যি ১৪ আইন (Act XIV) চলোৱা হৈছিল, অসমতো তাকেই এতিয়া প্ৰৱৰ্তন কৰা হ'ল।

জামুগুৰি-ডিব্ৰুগড়ত থকা দেছুৱালী চিপাহীবিলাক যেনেকৈ জঙ্গী হৈ উঠিছিল, গুৱালপৰাৰ কৰ্দৈগুৰি থানাৰ চিপাহীহঁতো তেনেকৈ উত্তেজিত হৈছিল। সিহঁতে থানাৰ ঘৰত জুই লগাই দিছিল। ডিব্ৰুগড়ৰৰপৰা চিপাহীহঁতক থানথান্‌কৈ পঠোৱাত তাত বিদ্ৰোহৰ জুই নুমাল বুলি যেনেকৈ বিশ্বাস কৰা হৈছিল, কৰ্দৈগুৰিৰ চিপাহীবিলাককো তেনেকৈ স্থানান্তৰ কৰাত বিদ্ৰোহৰ চটচটনি অলপ কমিল বুলি ভৰা হৈছিল। বিদ্ৰোহৰ জুই জ্বলাই যাক ৰজা পাতিবলৈ ওলাইছিল, তেওঁকো বন্দী কৰাত অসমৰ কমিছনাৰ আৰু অন্যান্য কৰ্মচাৰীসকলে ভাবি লৈছিল যে অসমত আৰু বিদ্ৰোহ নুমাল।

**বিদ্ৰোহৰ ব্যাপকতা :** কিন্তু "আসাম কম্পেনী", 'নেমেৰিটিং কম্পেনী" আৰু "নকচাৰী কম্পেনী"ৰ বাগিচা-চাহাববিলাকে খনে-খনে দৰ্খাস্ত দি গৱৰ্ণমেণ্টক জনালে যে অসমত বিদ্ৰোৰ জুইন মৰা নাই—বাঢ়িছেহে। ৰজা বন্দী হ'ল সঁচা, কিন্তু তেওঁৰ মন্ত্ৰী মণিৰামৰ অনুচৰ আৰু বিপুৱাই গোটেই দেশকে ইংৰাজৰ বিৰুদ্ধে উচটাই ফুৰিছে। বাগিচাৰ ঠিকাদাৰবোৰেও চাহাবৰ বাগিচাত কাম কৰাবলৈ বন্ধ কৰি দিছে।

**দেশীয় বৃহন্নলাৰ তৎপৰতা :** চৰ্কাৰী কৰ্মচাৰীৰ বাহিৰেও, বৃটিছৰ দেশীয় বৃহন্নলাসকলে আপোন মানুহৰ চাৰিবেৰৰ মাজত সিন্ধি দি চাহবাৰীৰ চাহাববিলাকৰ মত দৃঢ়তৰ কৰিলে। তেওঁবিলাকে চৰকাৰৰ অকৃত্ৰিম আনুগত্য দেখুৱালে মণিৰামৰ চিঠি আৰু উচটনি-উদগনিৰ সোঁত বলি থকাটো প্ৰমাণ কৰি। ইংৰাজৰ দৰে সিবিলকেও বুকুত বান্ধি ল'লে যে পৰাধীন জাতিৰ অন্তৰত দেশাত্ম-বোধৰ অৰুণোদয় হোৱাটো মহাপাপ! এনে "মহাপাপ"ৰ উৎ-প্ৰেৰণাত পৰি উভ্ৰাৱল হৈ থকা লোকসকলক হয়, ফাঁচী-কাঠত তোলাই, নহয় কাটেকত থৈ প্ৰায়শ্চিত্ত কৰালেই দেশখন "মহাপাপৰ-পৰা" মুক্ত হ'ব।

**কৰ্তৃপক্ষই ছাঁটোকে বাঘটো দেখা :** বাগিচাৰ চাহাব আৰু দেশীয় "দেশবন্ধুসকল"ৰ সহায়-সূচনি, বুদ্ধি-ভৰসা পাই ওপৰত কৈ অহা আইনৰ জাল তৰি কৰ্ণেল হেনে, মেজৰ ৰিচাৰ্ডছন, লেফ্‌টেনেণ্ট চেম্বাৰ্চ, কেপ্টেইন হলৰইড আৰু কেপ্টেইন বীচাৰে দমন চক্ৰ চলাই উজনি অসমত মূৰ দাঙি থকা দেশহিতৈষী মুখিয়াল আৰু সম্ভ্ৰান্ত বংশীয় লোকসকলৰ ওপৰত যথে-মধে ঘা মাৰিবলৈ ধৰিলে। গুৱাহাটী-গুৱালপাৰতো ভাল মানুহ্ মাত্ৰেই চৰ্কাৰৰ সন্দেহজনক চকু পৰিবলৈ ধৰিলে। গুৱাহাটীৰ হাৰিৰাম চিৰস্তাদাৰ, গঙ্গানাথ বৰুৱা তহিলদাৰ, জয়নাথ বৰদলৈ, বলোৰাম ফুকন, গৰ্গৰাম মজিন্দাৰ বৰুৱা, গৌৰীনাথ চৌধাৰী, সোমদত্ত বৰকটকী, মিহিৰাম ভণ্ডাৰী

বৰুৱা প্রভৃতিয়েই আছিল সেই সন্দিগ্ধ দৃষ্টিৰ অন্তৰালত। অইন কি, নগাঁৱৰ হাকিম আনন্দৰাম ঢেঁকীয়াল ফুকনৰ প্রতি লক্ষ্য কৰি "কলিকতাৰ বঙাল হৰকৰা" নামে এখন কাকতত কোনোবাই লেখিছিল যে "ফুকনেও দ্রোহৰ কাৰ্য্য কৰিছে অথবা দ্রোহীসকলৰ নিমিত্তে দুঃখিত হৈছে।"* (দুঃখিত হোৱাৰ কাৰণটো আছিল কি? কন্দৰ্পেশ্বৰ সিংহক যেতিয়া যোৰহাটৰপৰা ধৰি আনি গুৱাহাটীলৈ লৈ যায়, তেতিয়া ফুকনে লাওখোৱাত ৰজাক চাবলৈ গৈছিল)। ডিব্রুগড়ত হাকিম হৈ থকা আৰু অন্যান্য বিষয় খাওঁতা ডাঙৰীয়া দীননাথ বেজবৰুৱা, হলিৰাম নাওশলীয়া বৰুৱা, মাহী-মেলীয়া বৰুৱা, কেশৱদেৱ ফুকন, নগা হাজৰিকা, ডিব্রুগড়ৰ সদৰামিন সিন্ধু হাজৰিকা, হৰকান্ত পানীফুকন, প্রাথনাথ বেজবৰুৱাও অনাহকতে এই আইনৰ গৰাহত পৰিছিল। জিলাৰ ভাৰপ্রাপ্ত ইংৰাজ অধিকাৰ-সকলৰ 'অনুগ্রহ'ত এইদৰেই দেশত এটি হাহাকাৰ অৱস্থাৰ সৃষ্টি কৰা হৈছিল। টুটকীয়া-নাৰদীয়ায়ো স্বাৰ্থসিদ্ধিৰ ছল উলিয়াবলৈ বৰ সুযোগ লাভ কৰিছিল।

**ৰাজবিদ্রোহৰ বিচাৰ :** সুশাসন আৰু সুশৃঙ্খলাৰ মুখা পিন্ধাই দেশোদ্ধাৰৰ মনোভাব মৰিমূৰ কৰা আইনৰ বলেৰে ধৰাই অনা স্বাধীনতাকামীসকলৰ "ৰাজদ্রোহিতা-অপৰাধ" বিচাৰ কৰিবলৈ যোৰহাটত দুটা তামীঘৰা সজোৱা হয়। গঙ্গাগোবিন্দ ফুকন চাহাবে কোৱা মতে তাৰে এটাত বহিছিল ১৮৫৭ চনৰ ১৪ আইন অনুসৰি কমিছনাৰৰ ক্ষমতা লোৱা চি. হলৰইডৰ আদালত। আৰু, ইটোত বহিছিল, তেওঁৰ প্রধানবল্লভ যোৰহাটৰ বৰ ডাৰোগা হৰনাথ পৰ্বতীয়া বৰুৱাৰ আদালত। ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহৰ-পৰা ১২ মাহ এই আদালত দুটাত বিদ্রোহৰ আইন-অনুসৰি বিচাৰ-কাৰ্য্য চলি আছিল। ১৪ আইনৰ সোধথন এই দৰেই হৈছিল বুলি উক্ত ফুকন চাহাবে কৈছিল :—

* "আনন্দৰাম ঢেকীয়াল ফুকনৰ জীৱনচৰিত।"

"আজি-কালিৰ পুলিচৰ দৰেই, ডাৰোগাজনে লেখাপঢ়া জনা বা কথকি মানুহ মাত্ৰকেই ধৰাই অনাই, তেওঁৰ আদালতত থিয় কৰোৱাই সোধে, "পিচে দেও, তুমি এতিয়া সাক্ষী হোৱানে আছামী হোৱা অৰ্থাৎ তুমি মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ বিৰুদ্ধে সাক্ষ্য দিয়া নে, নাই তুমি নিজেই তেওঁবিলাকৰ ষড়যন্ত্ৰত যোগ দিছোঁ বুলি সৈ কাঢ়া? ডাৰোগাৰ এনে অপূদৰাট প্ৰশ্ন শুনি সকলোৱেই ভেবা লাগি থাকিবলৈ বাধ্য হৈছিল। সকলোৱেই "আমি নজনা কথা এটা কৈ আমাৰ সাতপুৰুষক নৰকত পেলাব নোৱাৰোঁ, দেউতাৰ যি ইচ্ছা তাকে কৰক" বুলি বিদ্ৰোহৰ আইন-শাললৈ নিজৰ-নিজৰ মূৰটোহঁত আগবঢ়াই দিছিল। তেওঁবিলাকক তৎক্ষণাৎ আছামীৰূপে অভিযুক্ত কৰি কমিছনাৰৰ আদালতলৈ চালান দিয়া হৈছিল। কোনোবাই যদি হলৰইডৰ ভিতৰ-বিশ্বাসী বন্ধু ডাৰোগাজনৰ বা পাচৰজনৰ লগুৱা উমেদ মুঞ্চিৰ হৃদয় কোমলাব পাৰিছিল, তেওঁৰ প্ৰাণ ৰক্ষা হৈছিল। যি নোৱাৰিছিল, তেওঁ তপত খোলাৰ হাত সাৰি পকা-অঙ্গঠাৰ জুইত পৰিছিলগৈ।" সিমানতো ভালেমান অভিযুক্ত ইতৰ মানুহে হলৰইড চাহাবক কাতৰস্থ হৈ জনাইছিল—তেওঁ যেন ধৰ্ম বিচাৰ কৰে। হলৰইডে "We'll hang you first, try you afterwards"* অৰ্থাৎ "আগাৰি কাঁচী, পিচাৰি বিচাৰ" বুলি একে আষাৰ সুৰাসুৰ কঁপোৱা ভেকাহিৰে তেওঁবিলাকক কঠোৰ দণ্ড বিহি কাতৰ অনুৰোধৰ ওপৰত পৰশু কুঠাৰ বছৱাইছিল।

এনেকৈ পকৰাই পোৱা মস্তিষ্কৰ দ্বাৰাই পৰিচালিত বৃটিছ-সাম্ৰাজ্যৰ প্ৰতিনিধি এজনে মণিৰাম-পিয়ালীৰ লতাপতা মাত্ৰকেই ধৰাই অনোৱালে। আনকি, দেৱানৰ কাৰ্য্যকলাপখিনি নিৰ্লিপ্ত আৰু নিৰ্বিকাৰভাৱে চাই থাকোঁতা লথোধৰ খাৰঘৰীয়া ফুকন, অনুৰাম মহৰী আৰু কেইবাজনো মৌজাদাৰ-ঠিকাদাৰো কৈফিয়ৎ-

* ৰেভাৰেণ্ড এ. কে. গাৰ্নী।

ভনৰৰ ভিতৰত নপৰাকৈ নেথাকিল। অৱশেষত, ১৪ আইনৰ ছিটিকনি অকণমানো পেলাবপৰা প্রমাণ যুগুত কৰিব নোৱৰাত সেইসকলে শাস্তিৰপৰা নিষ্কৃতি লাভ কৰিলে। কিন্তু, বিদ্রোহৰ বহ্নিত বা-দিওঁতা মণিৰামৰ সোঁহাত পিয়ালী বা মহেশ্চন্দ্র গাভৰুমেলীয়া বৰুৱা, মধু মল্লিক, বাহাদুৰ গাঁওবুঢ়া খনিকৰ, ছুতিৰাম বৰুৱা চিৰস্তাদাৰ, মৰঙ্গীখোৱা গোহাঁই, নীলকণ্ঠ চোলাধৰা ফুকন, লুকী শেনচোৱা বৰুৱা, গণেশচন্দ্র কাথ বৰুৱা, মায়াৰাম বৰবৰা নাজিৰ, কমলা চাৰিঙ্গীয়া বৰুৱা, নাৰায়ণ বৰবৰা, উমাকান্ত শৰ্মা, মধুৰাম কোঁচ, চেখ ফৰ্মুদ আলি, ঈশেশ্বৰ বৰুৱা আৰু এওঁবিলাকৰ লগৰীয়া ৩০ জনৰ বিৰুদ্ধে চোৰাংচোৱা কৰ্মচাৰীবিলাকে স্বধৰ্ম-স্বৰাজ্য প্রতিষ্ঠা কৰিব খোজা বিপ্লৱত সক্রিয়ভাৱে অংশ গ্রহণ কৰাৰ চাক্ষুষ প্রমাণ সংগ্রহ কৰি দিলে।

**বিদ্রোহৰ বহ্নিত বা-দিওঁতাসকল:** উপৰোক্ত আদালততেই এওঁবিলাকৰ বিচাৰ আৰম্ভ হ'ল। প্রথম জগৰীয়া বুলি ঠাৱৰ কৰা, বিপ্লৱীসকলৰ ইষ্টদেৱতা কন্দৰ্পেশ্বৰ সিংহক আগেয়েই আলিপুৰ জেললৈ পঠিওৱা হ'ল। মধু মল্লিকৰো ইয়াৰ বিচাৰতে যাৱজ্জীৱন দ্বীপান্তৰ হ'ল। মধুৰাম কোঁচ ঠিকাদাৰেও ৭ বছৰ কাৰাদণ্ড মূৰ পাতি লয়। তৃতীয় আছামী হ'ল পিয়ালী বৰুৱা। মণিৰাম দেৱানে জপা মন্ত্র আৰু পঙা পৰিকল্পনাখিনি যাৰ হাতে-মুখেদিয়েই কেউফালে প্রচাৰ হৈছিল তেৱেঁই সেই পিয়ালী বৰুৱা। স্বদেশ উদ্ধাৰত আত্মাহুতি দিবলৈ গোলাঘাটৰ চিপাহী কোঁঠত থকা চিপাহীঁতক আৰু গাঁৱলীয় ৰাইজক জাগৃত কৰা বাবেই (কাকো হত্যা কৰা নাছিল) এওঁৰ হ'ল প্রাণদণ্ডৰ আদেশ। চতুৰ্থজন আছামীয়েই হ'ল এই চৰিত্র পুথিৰ নায়ক স্বাধীনতা প্রতিষ্ঠাৰ প্রধান উহ মণিৰাম দত্ত দেৱান—ধৰাধামত যিজন-সদৃশ লোকৰ চিনচাৰ নথ'বলৈকে বৃটিছৰ ভাৰতীয় শাসন-যন্ত্রত মূৰৰপৰা ভৰিলৈকে বিশেষভাৱে তৎপৰতা ৰক্ষা কৰা হৈছিল।

**সৰ্বসাধাৰণৰ মনো বিদ্ৰোহৰ ফালে ঢাল খাইছিল :** দেৱানক আলিপুৰ জেলত আৱদ্ধ কৰাৰ পাচতো দেখা গ'ল যে বিদ্ৰোহৰ উপশম হোৱা নাই। চাহবাগিচাবোৰত কাম কৰা জনাবুজা মানুহবিলাকে আৰু ঠিকাদাৰবিলাকে খোলাই কোঁচৰ পুত্ৰেকৰ অনুপ্ৰেৰণাত কামকাজ বন্ধ কৰি দিছে। বাগিচাবোৰত খেতিপথাৰ নোহোৱা হ'ল, বাগিচাত কামকৰা হজুৰা বনুৱাবিলাকেও বিশ্বাস কৰিবলৈ ধৰিলে যে "এইবাৰ ফিৰিঙ্গীবোৰক কাটি-মাৰি খান্তাং কৰিব। ইংৰাজৰ ৰজা আৰু ভাগিল।" এইবুলি সিহঁতেও বাগিচাত কাম নকৰা হ'ল। আনকি, প্ৰায় মানুহেই ৰজাৰ লগত সহযোগিতা ৰাখি অকল চিপাহীহঁতকহে যে বিদ্ৰোহী হবলৈ উচটাই ফুৰিছিল এনে নহয়, সেইবোৰ মানুহৰ মতি-গতিও বিদ্ৰোহত গা-লাগি যোগ দিয়াৰ ফালে ঢাল খাইছিল।

গোৰা-পল্টনৰ ফৌজ গোটাদিয়েক নহ'লে, অসমত ওৰা পাতি অনা ষড়যন্ত্ৰ দমাব নোৱাৰি—এই বুলি গাঁৱলীয়া ৰাইজৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা বাগিচাৰ চাহাববিলাকে বঙ্গদেশৰ ছুৱলীয়া লাট হেলিডে চাহাবলৈ লেখাত, লাটে বিদ্ৰোহ দমাবলৈ ১০০ গোৰা চিপাহী "কেলিডন" জাহাজেৰে অসমলৈ পঠিয়াই দিয়ে। চিপাহী-বোৰৰ স্বাস্থ্যৰ "চুপাৰিছ" কৰিবৰ নিমিত্তে লগতে নাজিৰাৰ 'আসাম কোম্পানীৰ ডাক্তৰ-চাহাব স্কিপ্‌টনকো পঠিয়ায়। দেৱানৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈকে হওক বা নিৰাপদতাৰ বাবেই হওক, সেই চিপাহী ফৌজ অহা জাহাজতে মণিৰাম দেৱানকো লৈ অহা হ'ল যোৰহাটলৈ —স্বাধীনতা স্পৃহাৰ "পুৰস্কাৰ" দিবলৈ।

**মণিৰাম-পিয়ালীৰ ফাঁচীৰ হুকুম :** সিপিনে জাহাজত মণিৰাম দেৱান আহি আছে আৰু ইপিনে যোৰহাটত সেই ৰথী দেৱানৰ পৰিচালিত বিপ্লৱীসকলৰ বিৰুদ্ধে বিচাৰৰ ভেকোভাৱনা চলিব লাগিছে। বিচাৰত পোনেই, মধু মল্লিকৰ নিৰ্বাসন-দণ্ড হ'ল। তাৰ পিচত, ৩০ জানুৱাৰীত মধুৰাম কোঁচৰ ৭ বছৰ ফাটেক হ'ল।

৯ ফেব্ৰুৱাৰীত পিয়ালী বৰুৱাৰ ফাঁচীৰ হুকুম হ'ল। এনেতে, ফেব্ৰুৱাৰী মাহৰ শেহত দেৱানক অনা জাহাজ মহগড় ঘাটত (কঁকিলামুখত) লাগিলহি। তেওঁক আনিয়েই দিছে নগৰত থকা ৰজাশূন্য কাৰেঙটিতে বন্দীকৈ থোৱা হ'ল। সেই ঘৰতে ফাঁচীৰ বলি পিয়ালীকো বন্দীকৈ থোৱাই হৈছিল। যোৰহাট পোৱাৰ পিচদিনাই অৰ্থাৎ ১৩ ফাগুনৰ দিনাই (২৩ ফেব্ৰুৱাৰী) দেৱানক ডাৰোগাৰ আদালতলৈ নিনি পোনে-পোনেই হলৰইডৰ বিচাৰালয়লৈ লৈ যোৱা হ'ল। মণিপুৰৰ বিদ্ৰোহী ৰজা নৰীন্দ্ৰজিৎ সিঙৰ বিদ্ৰোহ-অভিযোগ প্ৰমাণ কৰিবৰ নিমিত্তে মিঃ ষ্টুৱাৰ্টে যেনেকৈ আগৰেপৰা সকলো নথীপত্ৰ সাক্ষীপ্ৰমাণ আইনৰ সামঞ্জস্য ৰক্ষা কৰিবপৰাকৈ সংগ্ৰহ কৰি থৈছিল, ১৪ আইন অনুসৰি মণিৰামৰ বিদ্ৰোহিতা প্ৰমাণ কৰিবলৈও কেপ্টেইন হলৰইড আৰু তেওঁৰ সহ-অনুচৰসকলে আগৰেপৰা তেনেকৈ কেতবোৰ প্ৰমাণ হাতৰ মুঠিত বাখি থৈছিল। খনদিয়েক সাঁথৰুৱা সন্দেহজনক চিঠি আৰু জনদিয়েক চৰ্কাৰী অনুগত ভৃত্যৰ বাহিৰে বিশেষ প্ৰমাণ বা সাক্ষ্য আন একো লিপিবদ্ধ কৰা নহৈছিল। তথাপি, ১৮৫৮ চনৰ ২৩ ফেব্ৰুৱাৰী তাৰিখে যোৰহাটত কমিছনাৰৰ সামৰিক আদালত পাতি কমিছনাৰৰ মুখ্য পিন্ধি প্ৰিন্সিপেল এচিষ্টেণ্ট কমিছনাৰ কেপ্টেইন হলৰইডে এইবুলি 'এক তৰফীয়া' ৰায় বান্ধিলে :—

## দেৱানক ফাঁচী-দিয়া হুকুম

"Court of the Commissioner Appointed
Under Act XIV of 1857,
For Seebsaugar in Upper Assam
Trial No 4, 1858.

To the Magistrate of Seebsaugar.

Whereas at a court holden at Joorhath in the Seebsaugar District Under Act XIV of 1857 for

the year 1858 on the 23rd day of February, 1858, Muneeram, son of Ramdutta, having been convicted of treason and sentenced to suffer death by being hanged by the neck until he is dead. It is, hereby. ordered that execution of the said sentence be made and done on or before the 26th of the month of February 1858, and that you do return this warrant to me with an endorsement attested by your official seal and signature, certify the manner in which the sentence has been executed as commanded by the regulation enacted by the Governor General in Council and now in force. Herein fail not. Given under my hand, this twenty third day of February in the year 1858.

C. Holroyd
Commissioner Appointed under
Act XIV of 1857

হুকুমৰ বঙলা তৰ্জমা : ওপৰত দিয়া ইংৰাজী ৰায়টোকে এই ৰূপে বঙলা তৰ্জমা কৰি পঢ়ি শুনাই দিয়া হৈছিল :—

আদালত কমিশ্যনার, শিবসাগর, আপার আসাম।

১৮৫৭ ইংরেজীর ১৪ এ্যাক্ট অনুসারে ৪ নং মোকর্দমা। পরওআনা বনামে ম্যাজিষ্ট্রেট সাহেব, জিল্লা শিবসাগর উক্ত কমিশ্যনার সাহেবের আদালতে ১৮৫৭ সনের ১৪ এ্যাক্ট অনুসারে ঠিক হইয়াছিল—

মোকাম যোরহাট, জিলা শিবসাগর ২৩ ফেব্রুয়ারী ১৮৫৮ সন রাজবিদ্রোহিতা মোকর্দমার তজবিজের পর শুনা মণিরাম ওলদে রামদত্ত আসামির পর সাবুদ হইল। এ নিমিত্ত হুকুম গলপ্রদেশে রজ্জু দ্বারা প্রাণদণ্ড করার উক্ত আসামির পর হইল। তোমাকে

উচিত যে হুকুম মজকুর মণিরাম আসামির উপর। আইনে যে মত নবাব গবর্ণর জেনারেল কৌন্সিলের মজ্‌লিসে হুকুম লিখা আছে ২৬ ফেব্রুয়ারী তারিখে কিম্বা ইহার পুর্বে সেইমত খাড়া খাড়া আমলে আনিবা আর ইহাকে উচিত যে যখন এ পরওআনার হুকুম সমুদয় আঞ্জাম হইয়া থাকে তখন এ পরআনার পুর্ব হুকুম মজকুর আমলে আনার হকিকতের প্রামাণ্য আপন মোহর ও দস্তখতে লিখিয়া পরওআনাকে তৎস্বরূপ ফিরিয়া দেন। এ বিষয় অতি তাগিদ জানেন। তারিখ ২৩ ফেব্রুয়ারী ইংরাজী ১৮৫৮।

১৮৫৭ ইংরেজীর ১৪ এ্যাক্ট অনুসারে শ্রীশ্রীকমিশ্যনার সাহেবের দস্তখতে লিখা গেল।

**C. Holroyd**
Commissioner Appointed under
Act XIV of 1857

উল্লিখিত ৰায়কে বা সিদ্ধান্তকে কমিছনাৰৰ চংপিদ্ধা চি. হলৰইডে, শিৱসাগৰৰ মেজিষ্ট্ৰেটৰ আসনত বহা একেজন চি. হলৰইডলৈ পঠালে অৰ্থাৎ ভক্ষকেই ৰক্ষকৰ মুখা পিন্ধি অকৌ ভক্ষককলৈকে পঠিয়ালে। এই ৰায়-অনুসৰিয়েই ১৮৫৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৬ তাৰিখ বা তাৰ আগেয়েই পিয়ালীক ফাঁচী দিবলৈ হুকুম দি থোৱা আছিল। মণিৰামকো এতিয়া সেই তাৰিখেই প্ৰাণদণ্ড দিয়াৰ আদেশ হ'লত হুয়োকো একেলগেই ফাঁচী-দিয়া স্থিৰ হ'ল।

আসন্ন মৃত্যুৰ বজ্ৰাঘাত আদেশ শুনিও মণিৰামৰ মন কিঞ্চিৎমানো বিচলিত নহ'ল। "জন্মিলে মৰিব লাগে"—এইটি সত্যকে সাৰোগত কৰি প্ৰশান্ত মনেৰে ভগৱন্তৰ চৰণত আত্মসৰ্পণহে কৰিলে। তেওঁৰ মন আৰু পঞ্চেন্দ্ৰিয়ৰ লগত দুৰ্বাদল চঞ্চল সংগ্ৰাম চলি থাকোঁতে, সেইখিনি সময়ত, তেওঁক যি চাবলৈ গৈছিল তেওঁবিলাকেও

তেওঁৰ অন্তৰৰ নিভৃততম কোণত দয়া-ক্ষমাৰ এখনি ফল্গু নদী বৈ থকা বুলি অনুভৱ কৰিছিল। ফাঁচীৰ আগদিনা পুতেক এজনে চাবলৈ যাওঁতে দেৱানে পুতেকক প্ৰবোধ দিছিল—

কাইলৈ এই নশ্বৰ দেহা এৰা পৰিব। সেইবাবে তহঁতে একো বেজাৰ নকৰিবি। তহঁত ভাই-ককাই কেউটি মিলাপ্ৰীতিৰে থাকিবি। চেংলুং আৰু চেনিমৰা বাগিচা দুখনকে সোণৰ গছ বুলি ভাবিবি। মেছুৱাক অৰ্জুনৰ গুৰিৰ মাটিখিনি দিবি। ম'ৰা চৰাই দুটা ৺যাদৱ-ৰাইৰ ঠাইলৈ (দক্ষিণপাট সত্ৰলৈ) পঠিয়াবি। আঘোণী, শয়নী, আৰু লুহুৰীহঁতৰ পৰিয়ালকিটাক আগলৈকে নেৰিবি। মোৰ দুৰ্যশ ৰটা মানুহক কেতিয়াও বিশ্বাস নকৰিবি।

এই ৰূপে, আপোন-জনৰপৰা চিৰকাললৈকে বিদায় লৈ ফাঁচী-কাঠত উঠি অকালন মৰণৰ কাষ চাপিবলৈ তেওঁ সাজু হৈ থাকিল।

তাৰ পিচত, দিনকৈ তিনি দিন, নিশাকৈ তিনি নিশা অনন্তৰ বুকুত লীন গ'ল। শুক্লপক্ষৰ ত্ৰয়োদশী তিথিৰ বাসন্তী শশধৰ লাহে লাহে নিষ্প্ৰভ হৈ আহিল। সম্ভৱতঃ আগৰ দুই নিশাতকৈ সেই নিশা, তেওঁ উজাগৰে থাকোঁতেই সোঁ-জোনে ৰাতি পুৱাইছিল। ১৭৭৯ শকৰ ১৬ ফাগুন, শুকুৰবাৰে শুক্লা চতুৰ্দশী তিথি (ফল্গুৎসৱৰ মেষদাহৰ) তৰুণ তপনে পূবেৰুণ দিলেহি। আন-কাল অৰুণ-কিৰণে দিগদিগন্ত প্ৰকাশ কৰে। সেই দিনা অৰুণৰ চৌপাশে মৰলৰ ছাতি। এনেয়ে গোৰাচিপাহীৰ পাশৱিক অত্যাচাৰে সকলোকে থৰহৰি কম্পমান কৰি থৈছে, তাতে আকৌ প্ৰকৃতিৰ অমঙ্গলীয়া তমসাচ্ছন্ন অৱস্থা। সকলোৰে মন ন-ৰযৌ-ন-তন্থৌ-কি-কৰিম-ক'লৈ-যাম লাগি আছে। এনে আপদীয়া দিনৰ বেলিটি যিমানেই ওপৰলৈ উঠিছে সিমানেই ফাঁচী-আয়োজন থৰথৰ হ'বলৈ ধৰিছে। আগৰেপৰাই অৱশ্যে, বিপ্লৱী দুগৰাকীক ফাঁচী দিবলৈ সকলো সাজ-সঁজুলি-আহিলাপাতি সংগ্ৰহ কৰি থোৱাই আছিল,

তথাপি ভয়-ভ্ৰান্তি দেখুৱাবৰ নিমিত্তে শাসকসকলৰ তৎপৰতা বৰ আড়ম্বৰকৈ দেখুৱা হৈছিল।

**ফাঁচীৰ ঠাই আৰু ফাঁচী-শাল:** পুৰন্দৰ সিংহৰ পুতেক, কন্দৰ্পেশ্বৰ সিংহৰ পিতৃদেৱেক কামেশ্বৰ সিংহই নতুন ঘৰ সজাবলৈ শিঙৰি কাঠৰ খুঁটা অনাই থৈছিল। ১৮৫১ চনত, কামেশ্বৰ মহাৰজা ঢুকুৱা-বাবে ঘৰ কৰিব পৰা নহ'ল। এতিয়া সেই খুঁটাকে অনাই বুঢ়াগোহাঁই-টোলৰ পোনে, টোকোলাই নৈৰ পছিম পাৰে, কুৰঁৱী পুখুৰীৰ পূবে, গড়ৰ আলিৰ দক্ষিণে ( আজিকালি থকা নৰ্মাল স্কুলৰ পূবে, গৰুপাউণ্ডৰ ওচৰত—য'ত, প্ৰথম স্বাধীনতা আন্দোলনৰ নেতা মণিৰাম দেৱানৰ নামে "মণিৰাম দেৱান-পাৰ্ক পতা হৈছে ), যুৰীয়াকৈ দুযোৰ খুঁটা পোতা হ'ল। খুঁটা কেইযোৰক কঁতৰা যেন কৰি মাজত আযল শলাৰ দৰে এডাল ঢেকী-ডাং দিলে: তাৰ সোঁ-মাজত খোলনি বিন্ধা দি ওপৰতে কাঁতৰিৰ দৰে এডাল কাঠ বহুৱাই কাঠৰ দুয়ো মূৰে দুডাল দীঘল চোঁচনী বা চিপজৰী লগালে। বীৰাই চাওডাং বুলি জনমভৰ ফাটেক খোৱা চেনিমৰাৰ এটা ফাটেকিয়াল আছিল। তাৰ হতুৱাই এসেৰ মুগা সূতাৰে সেই দুডাল কাঁচী-জৰী বটোৱাই লোৱা হ'ল। ফাঁচীশালখন ঠিক পথলুৱা (৪) ∞ অঙ্কটোৰ দৰে সজোৱা হৈছিল। কাঁতৰিডালৰ মূৰৰ পোনে-পোনে মাটিৰ ওপৰত দুফালে দুখন চাং। চাঙৰ চাৰিউপিনে ভালকালে এনেভাৱে বেৰা দিয়া হৈছিল যেন ভিতৰত কি আছে কোনেও নেদেখে আৰু গম নেপায়। চঁচালি পাৰি চাংখন সমানকৈ থোৱা হ'ল।

**ফাঁচীৰ দিনা:** ৰাতি পুৱাল। ২৬ ফেব্ৰুৱাৰী আহিল। পুৱাবেপৰা ফাঁচী-শালৰ চৌপাশে গেৰাজে-গেৰাজে গুৰ্খা চিপাহী ভাগে-ভাগে শাৰী পাতি কান্ধত বন্দুক লৈ থিয় হৈ ৰ'লহি। সিহঁতৰ-পৰা অলপ আঁতৰত গোৰা পল্টনৰ জঙ্গী চিপাহীহঁতে বন্দুক-চাঙ্গীন লৈ টহল দিবলৈ ধৰিলে। এনে চক্ৰবেহুৰ বাহিৰ পিনে ভালেমান নিলগত হেজাৰবিজাৰ মানুহ আহিছে-গৈছে। ৰংপুৰ, গোলাঘাট,

আনকি, মাজুলীৰপৰাও মানুহ আহি দিহৈ-পাৰৰ (যোৰহাটৰ) আলি-পদূলিত হুৰাহুৰা লগাইছে। কোনোৱে কান্দিছে হিয়ামূৰ ধুনি, কোনোৱে কাঢ়িছে হাঁ-হুমুনিয়াহ, কোনোৱে বা আকৌ বেজাৰৰ খুন্দা সহিব নোৱাৰি ঘৰলৈকে উভতিছে।

**মণিৰাম-পিয়ালীৰ ফাঁচী :** বেলি উঠি ৮ দণ্ড মাৰোঁ-মাৰোঁ হৈছে অৰ্থাৎ ৯ মান বাজি গৈছে, এনেতে, দিহৈ টোলৰপৰা (বন্দী-শালৰপৰা) মণিৰাম-পিয়ালীক উলিয়াই অনা হ'ল। উভয় গৰাকীৰ আগে-পাচে গুৰ্খা-চিপাহী। তেতিয়াও মণিৰামৰ হাতত ৰূপৰ ধোঁৱা-খোৱা, মন প্ৰফুল্ল। চিপাহীয়ে ছুইকো সাঙুৰি আনি ফাঁচী-দিয়া ঠাই পোৱালেহি। ফাঁচী-চাঙৰ ওচৰত হলৰইড, বিচ্চাৰ, ৰিচাৰ্ডছন, নকচাৰী আৰু আসাম কোম্পানীৰ আৰু নেঘেৰিটিং বাগিচাৰ কেইজনমান চাহাবে মনৰ সুখেৰে চেলেউ হুঁপি-হুঁপি বহি আছে। কৰ্ত্তব্যপৰায়ণ বৰডাৰোগা পৰ্বতীয়া বৰুৱাও তাতে খোজ চলাই আছে। সিবিলাকৰ সাক্ষাতে মণিৰাম-পিয়ালীৰ বান্ধ মোকোলাই দি আকৌ এজনৰ বাঁও হাতখন ইজনৰ সোঁহাতে-সৈতে জুঁটি ছুয়োকে চাঙৰ ওপৰত তুলিলেগৈ আৰু তাতে হাতৰ বান্ধ মোকোলাই দি ওপৰত ওলোমাই থোৱা ৰৰশীৰ তলে-তলে বহুৱাই থ'লেগৈ। হলৰইড চাহাবে দিয়া ফাঁচীৰ হুকুমটো ইংৰাজী-বঙলাৰে পঢ়ুৱাই শুনালত, দুয়ো ক্ষন্তেকমান নিটাল মাৰি থাকিল। তাৰ পাচত, (ফাঁচীযোৱাজনে অন্তিমকালৰ ইচ্ছা পূৰণ কৰিব পাৰে দেখি) দেৱানে ধোঁৱাখোৱাটিত হোঁপা দুটামান মাৰি লৈ, ধোঁৱা-খোৱাটি ডাৰোগাৰ হাতত দিলে আৰু থিয় হৈ চাঙৰপৰাই সমবেত প্ৰজাসকললৈ চাই এইবুলি শেষ ক্ষমা খুজিলে :—

"হে প্ৰজাসকল! মই বিষয়া হৈ থাকোঁতে মোৰপৰা তোমালোকে অশেষ দুখ-বেজাৰ পাইছিলা, সেই সকলোবোৰ এনে সময়ত তোমালোকে ক্ষমা দিব লাগে।"

তেওঁৰ শেষ-বাণীও শেষ হ'ল, চাৰিউফালে পহৰা দি থকা

গোৰা, শিখ আৰু গুৰ্খা চিপাহীয়েও জাঁয়ে-জাঁয়ে ছিলৈ মাৰিবলৈ ধৰিলে। কেউপিনে উস্‌মিস্ লাগিল। খাৰ-বাৰুদৰ ধোঁৱাই আকাশ ছানি পেলালে। ছিলৈ-মাত নিজম পৰিলত, সেই ধুঁৱলি-কুঁৱলীৰ মাজতে ভুকালে ছুটা ফাটেকিয়াল চাঙৰ ওপৰলৈ উঠি মণিৰাম-পিয়ালী হুয়োৰে মুৰত ক'লা টুপী পিন্ধাই, চকুমুখ ঢাকি, ধঁটিকাত কাঁচ-ৰৰণী লগাই নামি আহিল ; পাচে, বীৰাই চাওডাঙে চঁচালিখন হোঁহোকাই কাঁচী-জৰীত টিপ দিলেহি। যেই দিলে সেই মণিৰাম-পিয়ালীৰ জীয়া শৰীৰ মৰা-শ হৈ তললৈ পৰি গ'ল।*

"ভাগি গ'ল বীণখনি, ছিগি গ'ল তাঁৰ
বৈ গ'ল অৱশেষ অমিয়া জোকাৰ।"

আগবেলাৰপৰা সাঁজলাগি-মৰালৈকে সেই নশ্বৰ দেহা ছুটি তাতে পৰি থাকিল। মাটিতেই মণিৰামৰ দেহা মলজি গ'ল। সংকাৰ আৰু নহ'ল।

---

* "ফেব্ৰুআৰীৰ ২৬ তাৰিখে শুকুৰবাৰে বেলা দহ বজাৰ সময়ত জোৰহাট মোকামত ৰাজদ্ৰোহী অপৰাধে মণিৰাম দেৱান আৰু পিয়ালি শৰ্মা মৌজাদাৰ এই ছুইজনক ফাঁচি দিয়া হ'ল।"—'অৰুনোদই' ; "ফেব্ৰুআৰী, ১৮৫৮।"

"I hereby certify that the sentence of death passed on Muneeram son of Ramdutt has been duly executed and that the said Muneeram son of Ramdutt was accordingly hung by the neck till he was dead at the town of Joorhath on Friday, the 26th day of February 1858.

I further certify that the body of the said Muneeram, son of Ramdutt was afterwards buried.

Given under my hand and official seal of this Court, the 27th day of February, 1858.

C. Holroyd,
Magistrate."

চালত মলজিলে চালে দৈ কোমোৰা
টৈকেলিত মলজিলে লোণ,
মাটিত মলজিলে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?

বসন্তৰ আগমনত "ৰবিৰ কিৰণে যেন মৰকত গিৰি" হৈ থকা অসম দেশখন মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ কাঁচীত জিলী-যা-কোৱা-কা হৈ পৰিল। ঘৰে-ঘৰে শোক উথলোৱা ৰাগিণী বিস্তাৰ হ'ল। শিপিনীৰ যঁতৰত শলা মুমূৰ্বা হ'ল। ক্রমাম্বয়ে অদ্ভুত-অমঙ্গলে দেখা দিবলৈ ধৰিলে। উত্তৰ লক্ষীমপুৰৰ ৰঙানৈৰ পাৰত্ত সাত দিন সাত ৰাতি একেৰাহে জুই লাগিবলৈ ধৰিলে। আকাশত নেজাল তৰা ওলাল।† "কুকুৰে চাং ৰগাবলৈ ধৰিলে।" কাকতী ফৰিঙে দেশ ছানি পেলালে। ৰঙা টুনীৰ (গোৰা চিপাহী) অত্যাচাৰত যোৰহাট জুইহাট হ'ল। শোক-বেজাৰ আৰু পাশৱিক অত্যাচাৰত দেশ জৰমাৰ দিলে। তথাপি, মণিৰামৰ গীত একাঁকি গাই অসমীয়া মানুহে প্ৰাণত শান্বনা লাভ কৰিবলৈ ধৰিলে। শৰৎ-পূৰ্ণিমাত চিকাৰলৈ যাওঁতে শ্বেতাঙ্গ চাহাবেও মিৰি-নাৱৰীয়াৰ

---

† A comet was observed in the western sky soon after sunset last night......nucleus being about the same apparent size as a star of the first magnitude and the tail extending about 15 degrees in length pointing the south—such celestial appearances forbode no goods to kingdoms and empires. What may this comet announce ? That the Raj of the Company Bahadoor has come to an end.

—India Gazette, Sept 30, 1858

লগত সেই সমবেদনাৰ উজান দিলে।[1] সেই গীতেই আজিও ৰা-মাৰলীৰ দৰে অসমৰ আকাশ-পাতাল গুমগুমাই আছে।

"জিলীয়ে কৰিবৰ যা মোৰ দেউতা,
কাউৰীয়ে কৰিবৰ কা।
তিনি-আলি-মূৰতে মণিৰামক মাৰিলে
উভতি ৰলিলে বা।"

---

১. "The occupants were three Shahibs, three Miri boatmen and a Bengal Cook boy, the small hours of the morning were beautifully cool. Two of the Miris were pulling a couple of roughly put together paddles, whilst the third perched like a statue, on the teen ( টিং ) or end of the stern, gave out the verses of that Assamese song, by a Jorhat stage, on the capture of Muniram Dewan—a sort of ring-leader in Upper Assam, during the troublous time of '57 ; all the shahibs being the loudest—I am scandalized to observe—joined in the chorus. It was a remarkable progress that the stretch of the dark waters of the Brahmaputra, weirdly lit up by the dying moon while in the depths of the darkness above the solemn roar of waters breaking on the shifting sands in masses, floated the sounds of the intoned verse presently swelling into the echoes from bank to bank in five or six different modulations."

—"Night shooting in the Dimu-river."

The Asian sporting newspaper, July 10, 1888,

# ষষ্ঠদশ অধ্যায়

## সাংসাৰিক চিত্ৰ

**মণিৰামৰ গা-গাৰি:** মণিৰাম দেৱান ওখই ৫ ফুট ৬-৭ ইঞ্চিমান আছিল। গাৰ বৰণ "বোন্দা কেঁচু" বা "বেলফৈ" (জলফাই) টেঙাৰ নিচিনা। সোঁ চকুটো কেঁৰা—কথা পাতোঁতে কোন ফালে চাই কথা কৈছে, কোনেও তৎ ধৰিব নোৱাৰে। বাঁও হাতেৰেও আখৰ লিখিছিল। খাচীয়া পৰ্বতত থাকোতেই বাত ৰোগৰ উদ্ৰেক হোৱাত সেই ৰোগেই শেষত শিৰাৰোগত পৰিণত হয় গৈ। সেই গুণে, তেওঁ ফুৰোঁতে অলপ কুঁজা হৈ ফুৰিছিল; মুখৰ গঢ়টো চকলা আৰু গাল দুখন ওফোন্দা আছিল। চেলাউৰিৰপৰা তলে থুঁতৰিলৈকে থকা মুখছোৱাতকৈ চেলাউৰিৰ ওপৰে চুলিৰ গুৰিলৈকে থকা কপাল-ছোৱা আছিল বহল আৰু উন্নত। কথা-বতৰা পাতোঁতে অলপ ঢোকা লগা বা সন্দেহযুক্ত কথা শুনিলেই কপালৰ গাঁঠি থূপ খাই পৰিছিল।

**চলন-ফিৰণ, পিন্ধন-উৰণ আৰু স্বভাৱ:** বিষয়া হৈ থকা দিনত অলৈ-তলৈ যাওঁতে আৰু ৰাজসভা নাইবা বিচাৰ-চ'ৰালৈ যাওঁতে কেপকৰা দোলাত উঠি গৈছিল। লগত আৰোৱান-ধৰাই বৰ-জাপি ধৰি নিছিল; পিকদান ধৰাই পিকদান আৰু ধোঁৱাখোৱা হুঁকা নিছিল। দেৱানে সততেই গাত মেজাঙ্কৰি কাপোৰৰ মিৰ্জাই চোলা—পাচত চোগাচাপকন চোলা আৰু গোৰোহা লেটাই ৰোৱাকৈ খোৰ মাৰি অসমীয়া পাটৰ চুৰিয়া পিন্ধিছিল; কাণত

কেতিয়াবা-কেতিয়াবা থুৰিয়াই লোৱা পাটৰ চেলেং পেলাই লৈছিল। চেলেং নল'লে জিঞ্জাযেন পাতল ফুলাম খনিয়া কাপোৰকে ছাটি মাৰি লয়। (বৰ্গীদ'লৰ থুকুৰিল সত্ৰত দেৱানে লোৱা কাপোৰ এখন বহুত দিনলৈকে আছিল)। কাণত উন্তি পিন্ধিছিল। মূৰত তামৰাজ পাগুৰি ("শব্দকল্পদ্ৰুমৰ গ্ৰন্থকাৰ ৰায় ৰাধাকান্ত দেৱ বাহাদুৰৰ দৰে) মাৰিছিল আৰু ভৰিত সোণৰ বনকৰা পয়জাৰ ব্যৱহাৰ কৰিছিল। (তেওঁ পিন্ধা পয়জাৰৰ অনুৰূপে সোণৰ বনকৰা দামী পয়জাৰ এযোৰ তেওঁৰ গুৰু দক্ষিণপটীয়া সত্ৰাধিকাৰ বাসুদেৱ গোস্বামীৰ চৰণত অৰ্পণ কৰিছিল)। কঁকালত সোণৰ কৰ্দ্ধনি আছিল। মাতটো আছিল কাঁহতলীয়া (কাঁহত তালত মতাদৰে ঝনঝনাই যোৱা)—মাতষাৰতে মানুহ কঁপি যায়। মুখত কম্মিনহে হাঁহি দেখা গৈছিল। মানুহলৈ প্ৰায়ে ক্ৰোধ দৃষ্টিৰে চাইছিল। দেখাত গোমোঠা, অভিমানী আৰু ক্ৰোধমূৰ্তি হ'লেও, অন্তৰখন ক্ষত্ৰিয়োচিত ভাবে সৰস আৰু সময়মতে সহানুভূতিশীল আছিল। যোৰহাটৰ চাওখাত, তিতাবৰ, ৰজাবাৰী আৰু দিছৈ আগাৰীৰ সোণোৱাল গাঁৱত থকা ভালেমান অসমীয়া পৰিয়ালে তেওঁবিলাকৰ উপৰি পুৰুষসকল দেৱানৰ দ্বাৰাই উপকৃত হোৱা বাবে এতিয়াও দেৱানক কৃতজ্ঞতাৰে স্মৰণ কৰি থাকে।

**ভোজন ব্যৱহাৰ:** দেৱানে প্ৰায়ে ভাত খাইছিল উৰিদলৰ চাউলৰ (পথাৰত হোৱা উৰিদল ধাঁহৰ), মাছ খাইছিল চেঙামাছৰ পোনা, গাখীৰ সাধাৰণতে মালৌ আৰু টীয়কৰ এৰালতলী খুঁটিৰ। এসময়ত আউনীআটী সত্ৰত থকা ঢিং-ৰজাৰ ল'ৰা কানু আৰু কৃষ্ণৰামৰ গাত সেইবোৰ যোগোৱাৰ ভাৰ আছিল। আহাৰ-ব্যৱহাৰ নিয়মীয়া; তথাপি ২১খন ব্যঞ্জন (ভজাই পোৰাইসৈতে) নিতৌ বেৰাকাঁহী বা বান-কাঁহীৰ দাঁতিত ঘঁতাই থৱ লাগিছিল। বৰ-মাজু, সৰু-মাজিউ—কেউ গৰাকী ঘৈণীয়েকেই এসময়ত পাল পাতি-পাতি ৰন্ধা-বঢ়া কৰিছিল। ভোজনৰ অন্তত বুলনী ঘৰত

যেতিয়া দেৱান বহে, তেতিয়াহে তেওঁৰ সৰুমাজু ঘৈণীয়েক গৰাকীয়ে (চম্পাৱতীয়ে) ঘৰখনৰ সকলো কথা জনাব পাৰে। আৰু সেই সময়তহে ঘৰগিৰি কেইটাই ঘৰচলোৱাৰ দিহাবুধি ল'ব পাৰে।

**দেৱানৰ ভাৰ্য্যা:** অসমৰ বাৰভূঞা কায়স্থ বুলিলে এই কেই-ঘৰকে বুজায়: লহকৰ, কাশী, পদ্ম, ৰায় হুকা, টেটন, শলাল, ধোৱা, উজীৰ, শাৰোল, ৰমাই আৰু টমাই। লহকৰৰ ঘৰৰ আজো-পৰি-নাতিৰ পৰিনাতি ৰতিৰাম। ৰতিৰামৰে জীয়েক কৌশল্যা। তেওঁকে ৰামদত্ত দোলাকাষৰীয়া বৰুৱাই বিয়া কৰায় আৰু তেৱেঁই মণিৰাম দেৱানৰ মাতৃ। দেৱানৰ পত্নী চাৰিগৰাকী। প্ৰথমা গৰাকী চামগুৰি সত্ৰৰ, নাম তৰাৱতী; ফুল নামে ছোৱালী এটি জন্ম হোৱাৰ পিচতেই এওঁৰ মৃত্যু হয়। সেই ফুলেই পৰিছিল নামতীয়াল কাকতীৰ ঘৰৰ কৃষ্ণানন্দ বৰুৱা জমানবিছৰ পুতেক, 'জীৱনাদৰ্শ' লেখক ইন্দীবৰ বৰুৱা চিৰস্তাদাৰ ডাঙৰীয়ালৈ। ফুল লেঙুৰী আছিল, সদায় মাৰখায়। মাৰৰ কোবতে মৰি থাকিল। সেইবাবে শহুৰ-জোঁৱাইৰ মাজত বৰ বেয়া সম্বন্ধ আছিল। চিপাহী বিদ্ৰোহৰ সময়ত ইন্দীবৰে মণিৰামৰ বিৰুদ্ধে চাহাবক কথা লগাবলৈও সাজু হৈছিল। সেই কথা তেওঁ "জীবনাদৰ্শ"ত নিজেই স্বীকাৰ কৰিছে। বৰমাজু গৰাকীও চাম-গুৰিৰে; নাম বুটিতা বা বৃন্দাৱলী। সৰু মাজুগৰাকী নগাঁৱৰ কঢ়ালৰ বৰুৱাৰ ঘৰৰ; লক্ষ্মীৰাম বৰুৱাৰ কন্যা চানা বা চম্পাৱতী। চম্পাৱতীৰেসৈতে পতা বিয়াখন বিশ্বনাথৰপৰা পতা হৈছিল। এওঁ কেউগৰাকী ভাৰ্য্যাতকৈ ধুনীয়া আৰু ঘৰচলোৱাত লখিমী যেন আছিল দেখি দেৱানৰ লাগী সৰু-মাজু ঘৈণীৰূপে সকলোৰেপৰা আদৰ পাইছিল। সৰু গৰাকী এলেঙ্গী সত্ৰৰ—নাম বিনন্দিনী। কাঁচী-দিয়াৰ ১৫ বছৰ মানৰ আগতেহে দেৱানে বিনন্দিনীক বিয়া কৰাইছিল। আজিকালি অসমৰ (অন্ততঃ উজনি অসমৰ) এনে এঘৰ সম্ভ্ৰান্ত কায়স্থ নাই যাৰেসৈতে মণিৰাম দেৱানৰ এফালে-নহয়-এফালে বন্ধু সম্বন্ধ নাই।

**দেৱান পদবি ঃ** মণিৰাম দেৱানৰ দেৱান-পদবি-সম্পৰ্কে নানান্ মুনিৰ নানান্ মত। চাৰ এডোৱাৰ্ড গেইটে আৰু তেওঁৰ অনুবৰ্তী পদ্মনাথ গোহাঞি বৰুৱাই মণিৰামক চাৰিংৰজাৰ দেৱান আছিল বুলি কয়। কিছুমানে নাজিৰাৰ "আসাম কোম্পানী"ৰ দেৱান থকাৰ বাবেহে দেৱান বুলি কয়।

আচলতে, মণিৰামক ডেৱিদ স্কটৰ লগত থকা দিন ধৰি দেৱান বোলা হৈছিল। তেতিয়া "দোভাষী"কে দেৱান বুজাইছিল। পোন-প্ৰথমেই শ্ৰীহট্টইদি নগাঁৱলৈ আহোঁতেই স্কটৰ লগত এজন বঙালী দেৱান আৰু মণিৰাম ছুৱৰা পথপ্ৰদৰ্শক হৈ আহে।* তলৰ ইওৰুপীয় কৰ্মচাৰীবিলাকে তেতিয়াই মণিৰামক দেৱান বুলি মাতিছিল। নৌবিল (নবীন) চাহাবৰ দিনত চিৰস্তাদাৰ-তছিলদাৰ আছিল যদিও, বৰ-সৰু-চৰাচৰি পঞ্চায়তৰ সিদ্ধান্তবিলাক চাহাবক বুজাকৈ জনোৱাবাবে দেশাধিকাৰসকলে তেওঁক মন্ত্ৰীৰ পৰিৱৰ্তে দেৱান বুলি সম্বোধন কৰিছিল। পুৰন্দৰ সিংহই উজনি অসম ডোখৰ লালবন্দীকৈ পোৱাৰ পিচত মণিৰাম কলেক্টৰী চিৰ-স্তাদাৰ আৰু বৰভাণ্ডাৰ বৰুৱা হয়। সেই সময়ত তেওঁ বিশ্বনাথত থকা মেজৰ আডাম হোৱাইটক পুৰন্দৰ সিংহৰ শাসন-নীতি সম্পৰ্কে জনাই থাকিবলৈ সততে বিশ্বনাথত থাকিবলগীয়া হৈছিল। ৰজাঘৰীয়া আৰু বৃটিছ-গৱৰ্ণমেণ্টৰ এজেণ্টৰ লগত সম্পৰ্কৰক্ষী বিষয়া স্বৰূপেও তেওঁক তেতিয়া দেৱান বোলা হৈছিল। জেনকিন্সেও মণিৰামক "আসাম কোম্পানী"ৰ দেৱান পাতিবলৈ পৰামৰ্শ দিওঁতে 'দেৱান' পদবিটোহে ব্যৱহাৰ কৰিছিল। "আসাম কোম্পানী"ত দেৱান হোৱাৰ পাচৰপৰাই তেওঁৰ 'দেৱান' উপাধিটো জগজ্জননী হৈ জ্বলিল। দেৱান পদ ইস্তফা দি, আকৌ যেতিয়া ভগা-ৰজা পুৰন্দৰৰ-নাতি, উপাধিতো মাত্ৰ যাৰ চাৰিং-ৰজা সেইজন কন্দৰ্পেশ্বৰ সিংহৰ ৰাহেজনামা বা প্ৰতিনিধি পত্ৰ লৈ বৰলাটৰ আগত স্বৰ্গদেৱৰ বংশধৰ

* Wilson Burmese War.

এজনকে অসমদেশ প্ৰত্যাৰ্পণ কৰিব লাগে বুলি দাবী-প্ৰাৰ্থনা জনাবলৈ যায়, তেতিয়া তেওঁ চাৰিং-ৰজাৰ দেৱান নামে অভিহিত হৈছিল। মণিৰামৰ দেৱান পদবিটোৰ প্ৰভাৱ ইমান বিস্তাৰিত হৈছিল যে এটা যুগত মানুহে দেৱান বুলিলে অকল মণিৰাম বৰভণ্ডাৰ বৰুৱাকেহে বুজাইছিল।

**দেৱান হৈ থাকোঁতে:** আসাম-কোম্পানীৰ দেৱান হৈ থাকোঁতে তেওঁ ভাল মানুহৰ ভালেমান ল'ৰাক কামত সুমাই লয়। কাম এবাৰ পাচতো ঘনশ্যাম বেজবৰুৱাক (নগাঁৱৰ চিকৰিবাবু) তেৱেঁই জেনকিঞ্চক কৈ মাহে ৩৲ টকা দৰ্মহাত আসাম কোম্পানীত মহৰি কাম এটা দিয়ায়। গাভৰু-পৰ্বত বাগিচাত গজপুৰীয়া কাকতীৰ ভাদিৰাম নামেৰে ল'ৰা এটিকো মহৰি কামত সুমুৱায়। গাভৰু পৰ্বতৰপৰা ভাদিৰামৰ ঘৰলৈ প্ৰায় ১৫/১৬ মাইল বাট হ'ব। ভাদিৰামে হাতীৰ পিঠিত ধনৰ টোপোলা লাদি ঘৰলৈ আনিছিল। ঘৰলৈ আহোঁতে দেৱানৰ আপোন মানুহ বুলি নগাবিলাকেও তেওঁলৈ টোপোলা আনে। কাকতীৰ ঘৰত এবাৰ এটা বৰ-সবাহ হৈছিল আৰু সেই সবাহত থাপনাৰ ওপৰত চাৰি চুকে চাৰিটা চোঁৱৰে সৈতে চন্দ্ৰতাপ তৰি দিয়া হৈছিল। ৰাতিপুৱা নগাক মাহচাউলমিঠৈ দিলত সিহঁতে কৈছিল, "তহঁতে হ'লে চাৰিটা গৰু মাৰি ( চোঁৱৰ চাৰিটা দেখি ) ৰাতি-ৰাতিটো ভুং-খুং বজাই খালি, এতিয়া কৈছ, "হোঁ নকা ফোক ( ভোগ ) খা।" ৰজাদিনীয়া কাকতী-বংশৰ মানুহক-হে আসাম কোম্পানীৰ দেৱান পাতিব লাগে বোলা কথাবাৰ ঐতিহ্য-বলতেই, মণিৰামৰ পিচত কায়স্থ বঙালী এজন দেৱান হৈছিল যদিও, মণিৰামৰে বংশৰ হৰিপ্ৰসাদকহে দেৱান পতা হৈছিল। নগদ ধন লৈ চাহ বেচাতকৈ দ্ৰব্যবস্তুৰে সালসলনি কৰি বাগিচা চলালে, কোম্পানীৰ আয় শতকৰা ২০ গুণ বৃদ্ধি হ'ব বুলি দেৱান হৈ থাকোঁতে মণিৰামে কোম্পানীৰ ডাইৰেক্টৰ উইলিয়াম প্ৰিঞ্চেপক বুধি-ভাৰসা দিছিল।

**বাসস্থান:** নগাঁও-গুৱাহাটী চেৰাপুনজীত অস্থায়ীভাৱে মজা-মজিকৈ আছিলগৈ যদিও, দেৱানৰ আঠ ঠাইত আঠখন স্থায়ী ঘৰ-বাৰী আছিল:

(১) যোৰহাট; (২) শিৱসাগৰৰ অৰ্জুনগুৰি; (৩) নাজিৰা; (৪) বিশ্বনাথ; (৫) চাওখাত; (৬) চাবিং; (৭) চেনিমৰা; (৮) চেংলুং।

এই কেউখন ঘৰতকৈ জীৱনৰ শেষ অৱস্থাত, অৰ্জুনগুৰিৰ ঘৰখনেই হুশমান চাকৰে-নাকৰে, মানুহে-দুনুহে, বয়ে-বস্তুৰে, গহীন আৰু গপগপীয়া আছিল। বৰ্তমান যোৰহাট নগৰৰ চকবজাৰৰ উত্তৰে "বাতৰি প্ৰেছ" বা ৰায়বাহাদুৰ বিষ্ণুৰাম বৰুৱা তছিলদাৰৰ বঙলাৰপৰা উত্তৰ দিশলৈ বেজবৰুৱা স্কুলৰ পূবে ৰজামৈদামলৈকে—এই গোটেই চুবুৰিটোৰেই মণিৰাম দেৱানৰ টোল আছিল। শিৱসাগৰ সদৰ ঠাই হোৱাৰ পিচত এই ঘৰখনত দেৱান সদায় নাছিল যদিও (নাজিৰাত থাকিবলগীয়া হোৱাবাবে) লগুৱা-লিকচৌ আৰু বয়-বস্তুৰে পৰিপূৰ্ণ আছিল। শিৱসাগৰত এতিয়া য'ত দৰ্বাৰ ফীল্ড আছে তাৰপৰা দক্ষিণ-পশ্চিমে আৰু পকাঘাটৰপৰা পশ্চিমে মৰিদিখোৰ দাঁতিয়ে-দাঁতিয়ে থকা কমাৰফদীয়া গাঁৱলৈকে মণিৰামৰ ঘৰ আৰু তেওঁৰ ঘৰত কামকৰা বন্দুৱা আৰু আশ্ৰয়ত থকা মানুহেই ভৰি আছিল। লাডু, কালিৰাম, বস্তু, দণ্ডী আৰু সোণাই বোলা লগুৱা কেইটাই অৰ্জুনগুৰিৰ ঘৰৰ ঘৰগিৰী আছিল।*

**ম'হৰ খুঁটি:** এপাল ম'হত সাধাৰণতে ১০ জনী ম'হ (মতাও) থাকে। দেৱানৰ তেনেকুৱা ম'হৰ পাল ১২০ টা আছিল যোৰহাটৰ চাংমাই গড় আৰু এৰালতলী পথাৰত; চাবুক ধৰাত আছিল ১০০ পাল আৰু জকাইচুক পথাৰত আছিল ১০০ পাল। ধেলা আৰু বগলী নামে বৰ গুৱাল দুজনে এৰালতলীৰ ম'হৰ তদাৰক

---

* দেৱানৰ পুত্ৰেক ব'ম ডাবোগাৰ হেড্ কনষ্টেবল কত্ৰাম মহৰীয়ে (ঢুলীয়া-পাৰ, শিৱসাগৰ) কোৱা।

কৰিছিল। প্ৰত্যেকটো খুঁটিতে দহোটাকৈ পাখী গুৱাল আৰু দুটাকৈ বৰগুৱাল আৰু হিচাপ ৰখা এজন নেওগ আছিল। চাংমাই গড়ত থকা দুটা বৰ গুৱালৰ নাম আছিল মাণিকা আৰু কিনাই। আজি-কালি টীয়কত যিখন গুৱালগাঁও আছে সেইখনৰ নামটো দেৱানৰ গুৱাল থকা কাৰণেই হ'ল।

**প্ৰভাৱ প্ৰতিপত্তি ঃ** মণিৰাম দেৱান অকল চকুৱাল, বুদ্ধিয়ক, নিষ্ঠাবান আৰু ৰাষ্ট্ৰজ্ঞানীয়েই নাছিল, জনসাধাৰণৰ ওপৰতো বিপুল প্ৰভাৱশালী আছিল। তেওঁৰ দক্ষতা, আনুগত্য আৰু প্ৰশ্নৰ অতীত বুদ্ধি-বিবেচনাৰ গুণত মুগ্ধ হৈ কেপ্টেইন নৌৱিল চাহাবে তেওঁক উজনি অসমৰ আভ্যন্তৰীণ ৰাজকাৰ্য্যত একেবাৰেই হাত এৰি দিছিল। অইন কি, ৰাজভঁড়ালৰ অধ্যক্ষ ভাৰো তেওঁৰ হাততেই পৰিছিল। ইয়াৰ উপৰিও আছিল কৰ্তৃপক্ষৰ হাতত মণিৰামক দি থৈ যোৱা প্ৰশংসা পত্ৰৰ নথি। এইবোৰ সাতে-সোতৰে ক্ষমতা-প্ৰতিপত্তিয়ে দেৱানৰ গাত লম্ভিবলৈ পোন বাট পাইছিল। পুৰন্দৰ সিংহৰ আমোলত বৰভণ্ডাৰ বৰুৱা আৰু বৃটিছৰ ফালৰপৰাও দেৱান খিতাপ পোৱাত তেওঁৰ ক্ষমতা-প্ৰতিপত্তি আৰু বাঢ়িবলৈ ধৰিলে। সেই সময়ত, তেওঁৰ সন্মান আৰু জাকজমকপূৰ্ণ আড়ম্বৰে স্বয়ং ৰজাকো কোনো কোনো সময়ত ক্ষীণপ্ৰভ কৰি থৈছিল। সেই কাৰণে চাৰিৰ আঁৰত কোনো-কোনো তেওঁৰ কুচ্ছা ৰটিবলৈও পাচ নুহুঁহকিছিল। পুৰন্দৰৰ ৰাজ্যৰ বিষয়ে তদন্ত কৰিবলৈ আহোঁতে কিছুমান মানুহে মণিৰামৰ বিৰুদ্ধে টুটকীয়া কথা লগাইছিল। ক্ষমতাত থকা লোকৰ বিৰুদ্ধে কুচ্ছা ৰটনা কৰাটো "চৰাচৰ জগতৰ ৰীতি।" এদল লোকে এনে নীতিৰ বশৱৰ্তী হৈয়েই মণিৰামক উপলুঙা কৰি "কলিতা ৰজা" আখ্যাও দিছিল। তথাপি, জেন্‌কিন্সে "পুৰন্দৰৰ ৰাজ্যত মণিৰাম মন্ত্ৰীৰ সমান প্ৰতিভাসম্পন্ন পুৰুষ আৰু আন এজন নাই" বুলি কৈছিল আৰু 'আসাম কোম্পানী'ৰ দেৱান পাতিবৰ সময়ত এই জেন্‌কিন্সেই মণিৰামক ধনসোণৰ কুবেৰ আৰু

সমাজত শীৰ্ষস্থানীয় বুলি কোম্পানীৰ কৰ্তৃপক্ষসকলক জনাইছিল। ফাঁচীৰ বছৰদিয়েকৰ পাচত চেমুৱেল বেইল্ডনেও লেখিছিল, "ঐশ্বৰ্য্যত ৰজাৰ পাচতেই মণিৰাম।" *

**"ধনেৰে চহকী":** এদিন তেওঁৰ পিতৃদেৱেক ৰামদত্তই ঘৰত থকা ধনসোণৰ লেখ ল'বলৈ মন কৰি এফালে চকলা ৰূপৰ (টকা) আৰু এফালে সোণৰ মোহৰ আৰু লডা সোণৰ দ'ম বন্ধালে। ৰূপ-সোনৰ দ'ম দুটা ইমান ওখ হৈছিল যে পিতা-পুত্ৰ দুয়ো ইফাল-সিফালৰপৰা কোনেও কাকো নেদেখা হ'ল। তেতিয়া ৰামদত্তই কৈছিল হেনো, "বাপা, আমাৰ হৈছে আৰু। ধন চপাৰ নেলাগে, দেশৰ ফালেহে চাব লাগে।" মণিৰামক ৰাইজে ভাল নোপোৱা হ'লে, ফাঁচীৰ পিচত "ৰূপৰ ধেঁাৱাখোৱা-"সোণৰ ধেঁাৱাখোৱাত খোৱা" নামটো গাই পাতালফুটা চহকী মণিৰামৰ প্ৰতি দুখীয়া ৰাইজে চকু-পানী সুটুকিলেহেঁতেন।

**ফাঁচীৰ পাচত:** ফাঁচী-দিয়াৰ পিচত দেৱানৰ সকলো স্থাৱৰ-অস্থাৱৰ সম্পত্তি বাজেয়াপ্ত কৰা হ'ল। শিৱসাগৰৰ এচিষ্টেণ্ট কমিছনাৰ থৰ্ণটন্ চাহাবে গম দিয়াত পুতেকহঁতে অস্থাৱৰ সম্পত্তি অলপ লুকাই ৰাখিব পাৰিলে। দেৱানৰ ঘৰ ক্ৰোক কৰি একো পোৱা নাই বুলি জনালত হলৰইডৰ মূৰ্ত্তি উগ্ৰ হৈ উঠিছিল। ভুবনেশ্বৰ নাওবৈচা ফুকন তেতিয়া শিৱসাগৰত পুলিচৰ চাহাব। তেওঁ দলে-বলে গৈ দেৱানৰ ঘৰ সোমালগৈ। দেৱানৰ মাজু ঘৈণীয়েক তেতিয়া চেৰাশলীয়া অৱস্থাত আছিল। তেওঁ শোৱা চাৰি-পাটীৰ

* (1) "……and the services of Muneeram the Dewan appointed at the recommendation of Captain Jenkins, who is a man of wealth and consideration and a Native of Upper Assam will be of the greatest service—Report of Assam Co., Ltd.

(2) "He was next to the then king of Assam"—Samuel Baildon.

কাষতে থকা তুঁহ জুইকুৰাত ফুকনে গোৰ মাৰি দিয়াত ভিতৰতে হীৰামুকুতাৰ থাক হুজোৰ, চন্দ্ৰহাৰ ছুধাৰ আৰু হীৰাপতোৱা আঙঠী ১০টা ওলাই পৰিল। সুদক্ষ বিষয়াৰ বিজয়-অভিযানৰ চিনস্বৰূপে সেইখিনিকে আনি ফুকন ডাঙৰীয়াই চৰ্কাৰী কোষত জমা দিলেহি। এই কাৰ্য্য সম্পন্ন কৰাত তেওঁৰ তুৰন্তে পদোন্নতি হ'ল। পাচলৈ ফুকনৰ পদ-অহঙ্কাৰ ইমান হৈছিলগৈ যে কোনো-কোনো সময়ত নিজেই আইনৰ সকলো প্ৰক্ৰিয়াৰ চলাইছিল। অৱশেষত, নগাঁৱলৈ তেওঁক জিলা খাৰিজ কৰা হয় আৰু তাতেই ১৮০৮ শকৰ ২০ জেঠত তেওঁৰ মৃত্যু হয়। দেৱানৰ ঘৰ লোৰোকাৰ পাচৰপৰা ফুকনৰ বৈৰভুহেসৈতে মণিৰামৰ জ্ঞাতি-কুটুম্বৰ ৰাহি নহা হ'ল।

চাংমাইগড়, চাবুকধৰা, জকাইচুক আৰু কাথপাৰৰ ম'হবোৰ কোনোবাই ক'ৰবালৈ লৈ গুচি গ'ল। সোণৰ ধোঁৱাখোৱা, সোণৰ পিকদান, কঁকালৰ সোণৰ কৰ্দ্ধনি এজন বুঢ়াগোহাঁই-সন্তানে নীলামত ডাকি নিলে। পূজাৰ সামগ্ৰী আৰু ভালেমান মূল্যবান বস্তু দক্ষিণপাট সত্ৰৰ গোসাঁয়ে নিয়ালে। যোৰহাটৰ সম্পত্তি যোৰহাটতে নীলাম কৰা হ'ল। চেনিমৰা বাগিচাখন উইলিয়ামচন চাহাবে ল'লে। চেংলুংখন আসাম কোম্পানীৰ চাহাব এজনে ললে। দেৱানৰ ঘৰ থকা টোলটোৰ মাটিখিনিও যেয়ে পায় সেয়ে ডাকি নিলে। ৰজাবাৰীৰ মাটিখিনি পাতৰীসকলে ল'লে। যোৰহাটত থকা কিছুমান পুথি-পাঁজি লোকেশ্বৰ শৰ্মা বৰদলৈৰ দেউতাক আৰু দিহিং সত্ৰাধিকাৰে নিয়ে। অৰ্জুনৰ গুৰিৰ পুথি, কোষা-অৰ্ঘা, শঙ্খ-ঘণ্টা, দবা-বৰকাঁহ, মাণিকা ছুৱৰা বৰকাকতীয়ে অনায়। দেৱানৰ এজন জোঁৱায়েক থুকুবিল সত্ৰাধিকাৰলৈ বৰকাঁহ এখন পঠিয়া হয়। সেই সত্ৰপৰা দেৱানৰ মাজু ছোৱালী দময়ন্তীৰ বুদ্ধিত ভালেমান বয়বস্তু আঁতৰোৱা হয়। তেওঁৰ ঘৰৰ এটা দবা, এখন বংশীবদন মূৰ্ত্তি, এখন শ্ৰীমদ্ভাগৱত পুথি, টীয়কৰ অগ্নি ফুলবাৰী সত্ৰত আজিও তিথি-উৎসৱ উপলক্ষে সমজ্যাৰ আগত থাপনা পাতি থোৱা হয়।

**দেৱানৰ নামৰ আগত "শ্ৰীযুত" ব্যৱহাৰঃ** শিৱসাগৰৰ মাৰ্কিন পাদুৰীৰদ্বাৰাই সম্পাদিত "অৰুনোদই" কাকতত ইংৰাজ ৰাজকৰ্মচাৰী কিম্বা ৰজাৰ বাহিৰে সকলো বিষয়া ভদ্ৰলোকৰ নামৰ আগত "অকল 'শ্ৰী'টোহে ব্যৱহাৰ কৰা হৈছিল। যেনে—

শিৱসাগৰ জিলাত ১৭ ফেব্ৰুৱাৰী (১৮৪৭ চন) তাৰিখে শ্ৰীহৰনাথ পৰ্বতীয়া বৰুৱা পেস্কাৰে বোকাখাতৰ শ্ৰীবেথাই শৰ্মাক ধৰি আনি আপোনাৰ জীয়েক শ্ৰীমতী কেতেকীক সালংক্ৰিতাকৈ বিয়া দিলে। নিমন্ত্ৰণত অনেক ভদ্ৰলোক বিয়া চাবৰ নিমিত্তে আহিছিল।[1]

সেইদৰেই ডাঙৰীয়া পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ভতিজা পুত্ৰ ভুবনেশ্বৰ নাওবৈচা ফুকনৰ কথা লিখোঁতেও লিখিছিল—

"শ্ৰীনাওবৈচা ফুকন তীৰ্থস্নান কৰি উভতি আহোঁতে পদ্মাগঙ্গাত ৰাতি ডকাইতে ধৰি সেই ফুকনৰ লগৰে শ্ৰীউমাধৰ শৰ্মা নামৰ এজনক ওভোতা কোলেৰে খুচিলে—চেপ্তেম্বৰ, ১৮৪৮।" কিন্তু, মণিৰাম দেৱানৰ নাম উল্লেখ কৰিবৰ সময়ত সেই কাকতে তেওঁৰ নামৰ আগত "শ্ৰীজুত" ব্যৱহাৰ কৰিছিল—

"জিলা শিৱসাৰত অৰ্জুনগুৰিত শ্ৰীজুত মণিৰাম দেৱানে শনিবৰীয়া হাট পতাইছে। তাতো সকলো বস্তু ওলাই। গাঁৱলীয়া নগৰীয়া আদি কৰি সকলো মানুহে শনিবাৰৰ দিনা কিনাবেচা কৰি হাট বেহাইগৈ"—জানুৱাৰী ১৮৪৮।

**পৰ্বতীয়া জাতিৰ মাজত সন্মানঃ** আবৰ-চিংফৌ-নগা-ডফলা আদি পৰ্বতীয়া ওচৰচুবুৰীয়াসকলেও মণিৰামক বৰ শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। চিংফৌৰ বীচা ৰজাই ১৯২৩ চনতো ডিব্ৰুগড়ত থকা দেৱানৰ নাতিয়েকহঁতৰ ঘৰত বছৰি ওলগ জনাইছিলগৈ। চিংফৌ-গাঁৱত মণিৰামৰ নাম নুশুনা মানুহ নাই বুলিলেই হয়। তেওঁৰ চেংলুং (চিংল') বুলি যিখন চাহ-বাগিচা আছিল, সেইখন এতিয়া

১. "অৰুনোদই", চেপ্তেম্বৰ, ১৮৪৮।

চিংলৌ চাহ কোম্পানীৰ চক্ৰাই আৰু নাফুক বাগিচাৰ মাজত। তাত মণি-টিং বুলি যিডোখৰ ঠাই আছে, তাতে মণিৰামে ৰোওৱা দুজোপামান চাহগছ এতিয়াও আছে।

সেই ঠাইত দেৱানৰ ঘৰ আছিল দেখি, ১৯২৫ চনতো বাটকৰা নগাবিলাকে গছ কেইজোপাত মণিৰামৰ প্ৰেতাত্মা আছে বুলি সেৱা কৰি গৈছিল। খাইবেমত (জয়ন্তীয়াৰ) থকা বুঢ়া-বুঢ়া খাচীয়া আৰু জয়ন্তীয়া মানুহৰ মুখত মণিৰামৰ কথা শুনিবলৈ পোৱা গৈছিল। টপাতলিৰপৰা দুদিনৰ বাট গৈ এজন দলৈক লগ পোৱা হৈছিল। সেইজনে কৈছিল—দেৱানৰ সোঁ-চকুটো কেঁৰা আছিল আৰু তেওঁলৈ সকলোৱে ভয় কৰিছিল। চেৰাপুঞ্জীলৈ বাট খোলোঁতে খাইবেমৰ-পৰা ভালেমান কুলীও কাম কৰিবলৈ গৈছিল। তেতিয়া দেৱানক মানুহে দেৱান বোলা নাছিল, মুঞ্চি বুলিহে কোৱাকুই কৰিছিল। দিখৌমুখত শ্ৰীমামল মিৰি পণ্ডিতৰপৰা জনা যায় যে মণিৰাম আহিছে বুলিলেই মিৰিগাঁৱৰ ডেকা-গাভৰুবিলাক উকলিকৃত হৈ চাবলৈ ওলাই গৈছিল।

**সাহিত্য চৰ্চা:** দেশৰ তথ্যাদি সংগ্ৰহ আৰু উঠ-বহ-নথকা চিন্তাত ব্যপৃত আছিল যদিও, সংস্কৃত-বঙলা-অসমীয়া সাহিত্য চৰ্চা কৰাত মণিৰাম দেৱানৰ আজৰি কালটো প্ৰায়েই নিয়োজিত হৈছিল। তেওঁৰ ঘৰতে এই কেইজন পণ্ডিত আছিল। ধনঞ্জয় অধ্যাপক, নিৰঞ্জন বাগীশ, কমলদেৱ শৰ্মা, ৰামদেৱ ভট্টাচাৰ্য্য। সেই পণ্ডিত কেইজনে তেওঁৰ পুথিঠগাত থকা সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিবোৰ ৰ'দত শুকুৱাই জাঁপি-জুপি থৈ দিছিল। আমাৰ দেশৰ নিচিনা জেকা দেশত উইৰ উৎপাতত্তেই পুথি-পাঁজিবোৰ নষ্ট হৈ যায়। মাহেকে-পষেকে সেই পুথিবোৰ চাই থাকিব যি লাগেই নে, ভাদ মহীয়া টান ৰ'দত ৰ'দাবও লাগে। সেই ৰ'দ পালে সাঁচিপতীয়া ঘুণ আৰু তুলাপাতৰ পোক মৰি যায়। শাস্ত্ৰ-ভাগৱতৰ উপৰিও চ'ৰাত বুৰঞ্জীলেখাৰ উপকৰণো সংগৃহীত হৈছিল।

**“বুৰঞ্জী বিবেকৰত্ন”ৰ গ্ৰন্থকাৰ:** দেৱানে নিজেই “বুৰঞ্জী-বিবেকৰত্ন” নাম দি অসমৰ এখন বিস্তৃত বুৰঞ্জী লেখিছিল। বুৰঞ্জীখন তিনি খণ্ডত ভগোৱা হৈছিল। প্ৰত্যেক খণ্ডৰে পুৰণি মতে নাম দিছিল 'পটল'। আমাৰ সৌভাগ্যক্ৰমে তাৰে প্ৰথম খণ্ড অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু এম. এ. বি-এল্ দেৱৰ অনুগ্ৰহত উদ্ধাৰ হৈছে। সেই খণ্ডত অসমীয়াৰ, বিশেষকৈ, স্বৰ্গদেৱসকলৰ দিনৰ ভালেখিনি তথ্য দৃষ্টিগোচৰ কৰা হৈছে। হলিৰাম ঢেঁকীয়াল ফুকন, কাশীনাথ তামুলী ফুকন, যাদুৰাম ডেকাবৰুৱা আৰু ৰণজয় বৰগোহাঁয়ে লেখা বুৰঞ্জী কেইখনতকৈ মণিৰাম দেৱানৰ বুৰঞ্জীখন বহুত জানিবলগীয়া কথাৰে পৰিপুষ্ট। বুৰঞ্জীখনত সংস্কৃত, বঙলা, ফাৰ্চী, অসমীয়া আৰু দুটা-এটা সেই সময়ত চলা ইংৰাজী শব্দ ব্যৱহাৰ কৰা হৈছে। তাৰ মাজতে একোটি-একোটি শুৱলা অসমীয়া লব্জো সুমাই দিয়া আছে। “মটক দৌৰাত্ম্য বিবৰণং” বুলি যিটো অধ্যায় আছে, তাত একে ৰাইজেই, কি কাৰণত নো কাজিয়া কৰি দেশখন ৰসাতললৈ নিলে, তাক নিভাঁজ অসমীয়া ভাষাৰে লিখা আছে। বদন বৰফুকনে মান আনিলে সঁচা। কিন্তু কি কাৰণত আনিবলগীয়া হ'ল, তাকো “বুৰঞ্জী বিবেক ৰত্ন”ত সন্নিবিষ্ট কৰি থোৱা আছে। বদনৰ প্ৰতি-পক্ষই অমানুষিকভাৱে বদনৰ প্ৰতিশোধ লোৱাত, সেই প্ৰতিশোধৰ পোটক তুলিবলৈ গৈ মানে “উলুৰ লগতে বগৰী”কো পুৰিলেহি। বদন ফুকনক মৰা-সম্পৰ্কে আন বুৰঞ্জীত নোপোৱা তথ্য এটি “বিবেকৰত্ন”ত এইৰূপেই লিখা আছে:—

“স্নানৰ উদ্দেশ্যে গাত পানী ঢালোঁতেই ৰূপসিং চিপাহীয়ে বদন বৰফুকনক কাটিলে। সেই কাটি পেলোৱা শটোকে আকৌ ৰহমন খাঁৰ তুৰুকৰ হতুৱাই ছোৱা-ছোৱাকৈ ঘপিউৱালে। ইয়াৰ প্ৰতিশোধ ল'বলৈ গৈয়েই মান-সেনাই মহাপ্ৰলয়ৰ সৃষ্টি কৰি অসম দেশখন “মান-সাগৰ”ত বুৰাই পেলালে।”

এই মান-সাগৰৰপৰা উদ্ধাৰ কৰা হাবেই, বৃটিছৰ প্ৰতি কৃতজ্ঞতা

জনাই মণিৰাম বৰভণ্ডাৰ বৰুৱাই "বুৰঞ্জী বিবেকৰত্ন"ৰ এইবুলি সামৰণি মাৰিছে :—

"........মান সমুদ্ৰ হৈতে জে এতদ্দেশীকে উদ্ধাৰ কৰেন, এই পুণ্যেৰ ফলে ও ঈশ্বৰে আকল্পাবচ্ছিন্ন অখণ্ড ৰাজলক্ষ্মী বৰ্দ্ধমান করুন ও অম্রাবতীপুৰ পুৰন্দৰেৰ ন্যায় প্ৰবল প্ৰতাপ সত্তা করুন ও প্ৰিয়ব্ৰত ৰাজাৰ ন্যায় চিৰকাল সতকীৰ্ত্তি বিৰাজমান করুন...... । ১৮২৫ ।"

কলিকতা হাইক'ৰ্টৰ অসমীয়া-অনুবাদক ৰমাকান্ত বৰকাকতী বি-এল ডাঙৰীয়াই কৈছিল—"মণিৰাম দেৱানে ভালেমান পুথি লেখিছিল। তাৰে খনদিয়েক পুথি তেখেতৰ দেউতাক মাণিকা চন্দ্ৰ বৰকাকতী মৌজাদাৰৰ হাতত আছিল। তেখেতৰপৰা লক্ষ্মীনাথ তিৰুকাকতী মুক্তিপে নি চাইছিলগৈ। সেই পুথিবোৰৰ ভিতৰত "বাৰভূঞা চৰিত্ৰ" আৰু "ভক্তি প্ৰদীপ" বোলা দুখন পুথিয়েই বিশেষ উল্লেখযোগ্য।"

**সংবাদ সেৱা :** কলিকতাৰপৰা বঙলা কাকত "সমাচাৰ দৰ্পণ"ত তেওঁ অসমৰ বিষয়ে প্ৰবন্ধপাতি লিখিছিল আৰু সেই কাকতৰ নিয়মীয়া গ্ৰাহকো আছিল। সমসাময়িক বাতৰি আৰু আলোচনী কাকত পঢ়ি সদায় সময়ৰ্ত্তি ঘটনাৰ লগত তেওঁৰ মন সংশ্লিষ্ট ৰাখিছিল। "অৰুণোদই কাকতখন পাদুৰী-কাকত গুণে "ইংৰাজী পঢ়িলে জাত যোৱা" বুলি ভবাসকলে তাক যি নপঢ়িছিলেইনে, আনকো পঢ়িবলৈ হাক দিছিল। দেৱানে কিন্তু হাক দিয়াহে নেলাগে সেই কাকত পঢ়ি কাকত চলাবৰ নিমিত্তে এবাৰ ১০১৲ টকা দানও দিছিল।*

---

মণিৰাম দেৱানে বাতৰি-কাকতত লেখা বঙলা-চানেকি।

* (অসমৰ চমু ৰাজনৈতিক বুৰঞ্জী-টোকা) ১৮৩৯ চনৰ ২১ চেপ্তেম্বৰ বা ১২৪৬ ছালৰ ৬ আহিন তাৰিখৰ বঙলা কাকত "সমাচাৰ দৰ্পণ"ত মণিৰাম বৰভণ্ডাৰ বৰুৱাৰ এই চিঠিখনি প্ৰকাশ হৈছিল :—

"শ্ৰীযুত দৰ্পণ প্ৰকাশক মহাশয় সমীপেষু—

১ দফা :—আসাম দেশ অতি পূৰ্বে বরাহি ও চুটিয়া ও কাচারি ও বারভুঞা

ও দরঙ্গি রাজা—এই পঞ্চ রাজাতে বিভক্ত থাকিয়া ৫ রাজার স্বাধীন ৫ খ খণ্ডিছিল। তৎপর ইন্দ্রবীর্য্য চুকাফা নামক কহারাজ নরা দেশ হইতে ইন্দ্রবর প্রাসাদাৎ সৈন্যাহরণ পূর্ব্বক যুদ্ধাক্রান্তে আসিয়া শকাব্দা ১১৬২ শকে আসামে প্রবেশ হইয়া ক্রমশঃ এক এক রাজাকে সংহার করিয়া স্বাধীন করিতে লাগিলেন। স্বর্গদেব প্রতাপসিংহের আমল পর্য্যন্ত ৫ রাজাকে শমন ভবনে বিদাই দিয়া কামপৃষ্ঠ, রত্নপৃষ্ঠ, ভদ্রপৃষ্ঠ, সৌমারপৃষ্ঠ, চতুঃপৃষ্ঠ জয় করিয়া ভোগ দখল করিতেছিলেন। আমরাও উক্ত রাজাগণের প্রাসাদাৎ যথেষ্ট সন্মান পাইয়া অশেষ মত ভরণ-পোষণাদি পাইয়া থাহুর মতে কিনা করে মহানন্দেতে সুপ্রতুল ছিলাম। পাইকান অর্থাৎ ক্ষুদ্র প্রজাদিগের পাল-খাটনি ব্যতিত কিছু ছিল না। এই মতেই ১৭০৯ শক পর্য্যন্ত মুদ্দত বৎসর প্রতুল ছিল। ইতিমধ্যে এতদ্দেশীয় মটক বিখ্যাত দুষ্ট লোকেরা দৌরাত্ম্য করণেতে মহারাজ গৌরীনাথ সিংহ স্বকীয় তক্ত ত্যাগ করিয়া ইংরেজ কোম্পানী বাহাদুরের আশ্রিত হওয়াতে সরকার হইতে অভয় প্রদান পূর্ব্বক কর্ণওয়ালিস্ কামাণ্ডিন্ সাহেবকে সৈন্যসমেত পেরণ করিয়া দুষ্ট দুর্ম্মুখ মটক লোককে তাড়িত করিয়া রাজাকে ১৭১৬ শকে পুনরায় গাদিতে স্থাপন করে। তদবধি গৌরীনাথ সিংহ ও কমলেশ্বর সিংহ ও চন্দ্রকান্ত সিংহ এ তিন রাজা ইংরেজ বাহাদুরের প্রাসাদাৎ সুখেতে রাজভোগ করেন। মহামন্ত্রী পূর্ণানন্দ বুঢ়া গোহাঁঞি ডাঙ্গরীয়া দিগ্‌পাল বা মুলুক শাসন রাখেন। তাহার কালাবসানে বদনচন্দ্র বরফুকনের আনীত হওয়াতে ১৭৩৮ শকে ব্রহ্ম রাজার সৈন্য আসিয়া আক্রমণ করে। ১৭৪৬ শক পর্য্যন্ত তাহাদের কুরীতি-কুনীতি-কুব্যবহার ধনজন, মান্যমান, জাত্যাজাতী তিরোতাংহরণ দৌরাত্ম্য যাহা করে তাহা গণেশ দেবোপি লিখনে সক্ষম রহিত। তস্মিন্ কালে আমার দিগের কালসর্পের উদর হইতে ঈশ্বরের ন্যায় নিজ দয়াগুণে ভূরি ভূরি খরচ পত্রকেও তুচ্ছজ্ঞান করিয়া তাবৎ দেশস্থকে ইঙ্গরেজ কোম্পানী বাহাদুর মহোত্তীর্ণ করিয়াছেন। ইহাতে বাল্যবৃদ্ধ যুবাদের ৺রের কাছে নিরত প্রার্থনা রাখি যে কোম্পানী বাহাদুরে যশখ্যাতি ও কান্তি ও দীপ্তি সতত বৃদ্ধি করুন।"

শ্রীমণিরাম বরভাণ্ডার বড়ুয়া।

**মাতৃভাষাৰ পৃষ্ঠপোষক :** আনন্দৰাম ঢেঁকীয়াল ফুকনে ১৮৪৯ চনত "অসমীয়া লৰাৰ মিত্ৰ" নামেৰে পোনপ্ৰথম অসমীয়া পাঠ্য পুথি প্ৰকাশ কৰে। সেই পুথি ছপাবলৈ অসমৰ সকলো গণ্যমান্য লোকে ফুকনক ধন দি সহায় কৰিছিল। আমাৰ মানুহে যে দিছিলেইনে, বঙালী আৰু মেজৰ জেন্‌কিঞ্চৰপৰা আৰম্ভ কৰি চি এ ব্ৰুচ পৰ্য্যন্ত সকলো চাহাবেও ৫০ ্ টকাৰপৰা ৫ ্ টকালৈকে দান আগবঢ়াইছিল। মণিৰাম দেৱানেও এই কাৰ্য্যত ২০ ্ ৰূপ দি মাতৃভাষাৰ পৃষ্ঠপোষক হৈছিল।

**সভা-সমিতিৰ সহযোগী :** পৰমানন্দ ভঁড়ালী, পূৰ্ণানন্দ বৰুৱা, প্ৰিয়লাল বৰুৱাকে প্ৰমুখ্য কৰি শিৱসাগৰীয়া ভদ্ৰলোকসকলে গছৰ তল, নৈ-পাৰ বা আলি-মূৰত মাজে-সময়ে সাহিত্য চৰ্চা বা আন ৰাজহুৱা কথা আলচ কৰিবলৈ যিবোৰ সভা-সমিতি পাতিছিল, সেইবোৰতে দেৱানে পাচৰ জীৱনত মজামজিকৈ যোগ দিছিল। নগাঁৱৰ হাটবৰত মানে লুককি এৰি থৈ যোৱা মানুহ এঘৰত নৌৱিল চাহাবে (নবীন) সাঁচিপতীয়া পুথিৰ পাত ছুটামান পাই আটোম-টোকাৰিকৈ বান্ধি-ছাটি এচিয়াটিক ছচাইটিৰ লাইব্ৰেৰীলৈ পঠিয়াই দিছিল। তাকে দেখিবৰ দিনাৰপৰাই দেৱানেও ক'ৰবাত পুথি-পত্ৰ পালে, সেইবোৰ বৰ যতনেৰে সামৰি থবলৈ ধৰা হ'ল। কলিয়াবৰৰ ঘিণলগা নামেৰে এজন ব্ৰাহ্মণে কালিদাস-ভৱভূতিৰ কবিতা শ্লোকবিলাক, এনে হৃদয়গ্ৰাহীকৈ ব্যাখ্যা কৰিছিল যে কঢ়ালৰ বৰুৱাৰ ঘৰৰ 'চানা' বোলা ছোৱালীটিক তেওঁ বিয়া কৰাই আনোতে সেই পণ্ডিতকো তেওঁৰ লগতে লৈ আহিল। কমলাবাৰী সত্ৰৰপৰা চহৰ ফুৰিবলৈ অহা ভকতসকলে দেৱানৰ ঘৰতও মাহেক-পষেক নিজিৰোৱাকৈ নৰ্গৈছিল। সেই ভকতসকল থাকিবৰ নিমিত্তে সুকীয়া ঘৰ সাজি থোৱা আছিল। গীত-পদ মাতোঁতাসকলক প্ৰায়েই একো সাজ মাননি কাপোৰ দিয়া হৈছিল।

**দক্ষিণপাট সত্ৰলৈ অৰিহণা :** ৰুদ্ৰসিংহৰ দিনৰেপৰা হোৱা

চাৰিখন ৰজা-সত্ৰৰ ভিতৰত দক্ষিণপাট সত্ৰৰ শিষ্যই উজনি অসমৰ বহুছোৱা জুৰি আছে বুলিব পাৰি। তুৰবা কাকতীৰ ফৈদটোৱেই আউনীআটী সত্ৰৰ শিষ্যবৰ্গৰ ভিতৰত প্ৰধান আৰু বিশিষ্ট শিষ্য। সেইদৰে, কাকতীৰ চলিহা ফৈদ, বৰীয়া কাকতীবংশৰ সৰহ ভাগ আৰু বৰগোঁহাই ফৈদটোৱেই দক্ষিণপাটৰ খিলঞ্জীয়া মৰণীয়া। তুৰবা ফৈদৰ হ'লেও, মণিৰাম দক্ষিণপাট সত্ৰৰহে দীক্ষা-মন্ত্ৰগ্ৰহিতা আছিল। সেইকালত গোসাঁইসকললৈ শিষ্যবিলাকৰ যেনেকুৱা অচলা ভক্তি, শিষ্যবিলাকলৈও গোসাঁইসকলৰ তেনেকুৱা অকৃত্ৰিম স্নেহ। দক্ষিণপাটৰ ৰাসোৎসৱ আৰু আউনীআটীৰ পাল নাম সৰ্বজনবিদিত। ইয়াত সত্ৰীয়া বৈষ্ণৱসকলে যেনেকৈ পীযুস পান কৰিছিল, অন্যান্য যাত্ৰীবিলাকেও তেনেকৈ আমোদ-আনন্দ উপভোগ কৰিছিল। পাৰিতপক্ষে, এই ৰাস আৰু পাল নামত মণিৰাম দেৱান উপস্থিত নোহোৱাকৈ নেথাকিছিল। দক্ষিণপাট সত্ৰলৈ দেৱানে ভালেমান আপুৰুগীয়া বস্তু অৰিহণাৰূপে আগবঢ়াইছিল। তাৰ ভিতৰত, ধূপৰ মছলা খুন্দা শিলৰ উৰাল এটা, পঞ্চপ্ৰদীপ এগছি, সংস্কৃত ভাষাত লেখা প্ৰকাণ্ড 'হৰিবংশ' পুথি এখন, সেই দিনত ছপা হোৱা শ্ৰীৰামপুৰীয়া শ্ৰীমদ্ভাগৱত এখন, নামঘৰত জলোৱা ঝাৰ (ফানুছ) বন্তি এগছ আৰু সত্ৰৰ গৰাকী অধিকাৰ গোস্বামী প্ৰভুৱে পিন্ধি থাকিব পৰা এজোৰ সোণৰ বনকৰা পয়জাৰ এতিয়াও সত্ৰত আছে। যিদিনা সত্ৰৰ প্ৰপ্ৰম শিষ্য যাদুৰাম ডেকাবৰুৱা (যোৰহাট), মালভোগ বৰুৱা (ডিব্ৰুগড়), ৰূদ চিহানবীছ (শিৱসাগৰ), কৃষ্ণদাস চলিহা (নাজিৰা), জয়নাথ বৰদলৈ (গুৱাহাটী), মায়াৰাম বৰবৰা, আৰু মৰঙ্গী খোৱা গোহাঁই (গোলাঘাট) সত্ৰলৈ যাব সেইদিনা সত্ৰত কি মহোল্লাস! অধিকাৰ গোস্বামী সমন্বিতে সমূহ বৈষ্ণৱৰ আনন্দত পাৰ নাই—যেন বৃন্দাবনৰ এৰাঁ আনন্দধ্বনি সেইদিনা সেই থলতেই গোট খাই দৈ মাৰিছেহি। কমলাবাৰী সত্ৰলৈও মণিৰামৰ প্ৰগাঢ় ভক্তি আছিল। তাতো তেওঁ নামকথা লৈছিল।

শেষৰ বাৰ দেৱান কলিকতালৈ যাওঁতে সত্ৰৰপৰা মানুহ আৰু সিধাপাতি দি তেওঁক সহায় কৰা হৈছিল। কলিকতাৰপৰা দেৱানে কমলাবাৰী ৺কৃষ্ণকান্ত অধিকাৰ গোস্বামীলৈও বিদ্ৰোহৰ বিষয়ে চিঠি-পত্ৰ দিছিল।

**দুৰ্গোৎসৱ পূজা-পালন:** যোৰহাটত বৰভণ্ডাৰী হৈ থাকোঁতে, তেওঁৰ ঘৰত বছৰি দুৰ্গাপূজা পতা হৈছিল। সেই পূজাৰ গোসাঁনী-প্ৰতিমা সাজিছিলগৈ চাৰিঙৰ বুদ্ধৰাম খনিকৰে। পূজাত অজস্ৰ ধন ভঙা হৈছিল। ষষ্ঠ্যাদি কল্পাৰম্ভ আৰু বেল-বোধনৰপৰা আৰম্ভ কৰি গোসাঁনী উটুৱালৈকে কেউদিন তেওঁৰ ঘৰত মানুহৰ ইমান উদুলি-মুদুলি হৈছিল যে বিৰ দিও বাট পোৱা নগৈছিল। গায়ন-বায়ন, ঢুলীয়া-কালিয়াৰ গিৰগিৰণি, দবাশঙ্খৰ মাত আৰু প্ৰজাৰ হমগমে দিছৌবাহৰ বা পুৰন্দৰৰ নগৰখন উলাহেৰে ভৰপূৰকৈ থৈছিল। পূজা চাবলৈ যোৱা মানুহ মাত্ৰকেই জা-জলপান খুৱাই পৰিতুষ্ট কৰি পঠিওৱা হৈছিল। ব্ৰাহ্মণ-গোস্বামীসকলক আঁজলি ভৰাই দক্ষিণা দিয়া হৈছিল। মূৰ্তিসজা বাবে বুদ্ধৰামেও নগদ তেৰ কুৰি টকা চিকা কাপ, এসাজ কাপোৰ, হেঙালহাইতাল থোৱা এটি কৰণি আৰু এজনী চেঁউৰী ম'হ বছৰি পাইছিল।

**পিতৃদেৱতাকৰ আদ্যশ্ৰাদ্ধত দান-দক্ষিণা:** শিৱসাগৰীয়া বৰুৱাৰ ঘৰৰ যদুনাথ বৰুৱা যেতিয়া ১৬ বছৰীয়া আৰু যেতিয়া তেওঁ গেলেকীত মহৰী কাম কৰে তেতিয়াই মণিৰামৰ দেউতাক ৰামদত্তৰ আদ্যশ্ৰাদ্ধ হয়। শ্ৰাদ্ধ হৈছিল অৰ্জুনগুৰিৰ ঘৰত। শ্ৰাদ্ধৰ দিনা দেৰগাঁৱৰপৰা আৰম্ভ কৰি উজনিৰ প্ৰায় চাৰি হেজাৰ সন্ত-বিপ্ৰ সমবেত হৈছিল। সিসকলক দক্ষিণা দিবলৈ চাৰিটা গৰাল মৰোৱা হৈছিল। গৰালকিটাত ওখ চাং পাতি, চাঙৰ ওপৰৰপৰা হেঁতাৰে সকলোকে দক্ষিণা দিয়া হৈছিল। তেওঁৰ কুল-পুৰোহিত শিলিখা ঠাকুৰে বৰোৎসৰ্গত ইমান অভ্যুদয়কৈ দ্ৰব্য বস্তু পাইছিল যে সেইবোৰ বাৰিবা নাৱেৰেহে নিব পাৰিছিল। ৰামদত্তৰ আদ্যশ্ৰাদ্ধৰ নিচিনা

বিৰাট সমাৰোহ আৰু সন্ত বিপ্ৰসকলৰ বিপুল সমাৱেশ তিনি পুৰুষ-লৈকে মানুহে দেখিবলৈ পোৱা নাছিল।

"পেটালবৰুৱা" উপাধি দান: যোৰহাটৰ টীয়কত গুৰুদেৱ অধ্যাপকৰ সন্ততি হেমকণ্ঠ বুলি এগৰাকী শুদ্ধ সদাচাৰী সম্ভ্ৰান্ত কুলীয়া গাৱাল আৰু লম্বোদৰ ব্ৰাহ্মণ আছিল। এওঁৰ পূৰ্বপুৰুষ বৰ-সাহৰা সত্ৰৰ আদি পুৰুষৰ লগত আহি উত্তৰ-লক্ষীমপুৰত বাস কৰেহি। পোনতে ইসকলৰ বুঢ়াসকলে ভট্টাচাৰ্য্য, উপাধ্যায়, অধ্যাপক আদি উপাধি ব্যৱহাৰ কৰিছিল। এতিয়াও এই বংশৰ কোনো-কোনোৱে উক্ত উপাধি লিখে। দুপুৰুষ মানৰ পিচত অধ্যাপকৰ পৰিয়াল লক্ষীমপুৰৰপৰা টীয়কলৈ উঠি আহে। শিৱসাগৰৰ অৰ্জুনৰ গুৰিতো তেওঁবিলাকৰ এখন ঘৰ আছিল। হেমকণ্ঠই তাতে থাকি টঙ্গনা কাকতীৰ কাম কৰিছিল। তেতিয়াই দেৱানৰৈসৈতে এওঁৰ ঘনিষ্ঠতা বেছি হোৱাত বন্ধুত্বও গাঢ় হৈ উঠে। টীয়কৰ ফুলবৰীয়া গোসাঁইৰ তালৈ হাতীৰে যাওঁতে মণিৰাম হেমকণ্ঠৰ ঘৰত থাকি যায়। এৰা-তলীয়েদি দক্ষিণপাট সত্ৰলৈ অহাযোৱা কৰোঁতে আৰু মাজে-সময়ে চ'মাই গড়ত থকা ম'হৰ পাল চাবলৈ যাওঁতে হেমকণ্ঠৰ ঘৰত দেৱান এৰাতি নথপাকৈ নেযায়। হেমকণ্ঠক যেয়ে-সেয়ে যেতিয়াই-তেতিয়াই লগ নেপায়। কিন্তু, মণিৰাম দেৱানে "অ' পেটালবৰুৱা আছেনে" বুলি মাত লগালেই তেওঁ যতে থাওক, দহবন কাতিকৈ থৈ হ'লেও দেৱানৰ আগত ওলাবহি। পেটালবৰুৱাৰ লগত দেৱানৰ ইমান কুটুম্বিতা আছিল যে তেওঁৰ আগতেইহে দেৱানে সকলো পেটৰ কথা বাকি দিছিল। দেৱান-পেটালবৰুৱা দুয়ো সখি বন্ধাইছিল। লম্বোদৰ হেমকণ্ঠক দেৱানে "পেটাল" বুলি ধেমালিৰ সম্বোধন কৰা উপাধিটোৰেই বৰুৱাৰ বংশধৰসকল আজিকোপতি "পেটালৰ ঘৰৰ" বুলিয়েই প্ৰখ্যাত হৈ আছে। পুৰন্দৰ সিংহৰ দিনত হেমকণ্ঠই ৰজাঘৰীয়া বিষয় পায়। হেমকণ্ঠৰ পিওাধিকাৰীসকলৰ ঘৰত দেৱানে তিউৱা-ধানৰ চিৰা জলপান খোৱা হাতী খুজীয়া বাটিটো এতিয়াও

সাঁচি-সামৰি থোৱা আছে। যাৰে-তাৰে হাতে ভঙাচিবা নেখায় দেখি দেৱানৰ নিমিত্তে হেমকণ্ঠৰ ঘৰত বায়ণে সেই চিবা মঠীয়াত সাঁফৰ মাৰি থোৱা হৈছিল।

**কয়লা-ঠিকাদাৰ আৰু নগাৰ সৰবৰাহকৰ:** নামচাং পৰ্বতত যি কয়লা ওলাইছিল, সেই কয়লা ভৈয়ামলৈ আনি দিখৌমুখত জাহাজক যোগোৱা বৰ দুঃসাধ্য কাম আছিল। সেই দেখি, মানুহে কয়লা যোগাবলৈ সাহ কৰিব নোৱাৰিছিল। কিন্তু মণিৰাম দেৱানে কেবা বছৰো সেই কয়লা-যোগোৱা ঠিকাদাৰ হৈ কৰ্তৃপক্ষৰ শলাগৰ পাত্ৰ হৈছিল। কিন্তু, প্ৰিঞ্চিপেল এচিষ্টেণ্ট কমিছনাৰৰেসৈতে বাছি নহাত ঠিকা-কাম পৰিত্যাগ কৰে। তেওঁৰ সলনি এচিষ্টেণ্ট কমিছনাৰ থৰ্ণটনে নিৰাময় ডেকাফুকনক সেই কামৰ ভাৰ দিয়ে। ফুকনেও পিচে, দেৱানৰ দৰে কষ্ট কৰিব নোৱৰাত অনতিপলমেই সেই কাম কৰিবলৈ এৰি দিয়ে। নগা-গাঁওবিলাক পতা আৰু নগা-অসমীয়াৰ সম্বন্ধ ৰখা-কামতো দেৱান কিছুমান দিন সৰবৰাহকাৰ ৰূপে নিযুক্ত আছিল।

**বিলাতৰ প্ৰদৰ্শনীলৈ অসমীয়া বস্তু প্ৰেৰণ:** বৃটিছ সাম্ৰাজ্যত উৎপন্ন হোৱা আৰু থকা বস্তুবিলাকৰ যি প্ৰদৰ্শনী ১৮৫১ চনত লণ্ডনত পতা হৈছিল তালৈ দেৱানে অসমৰপৰা ভালেমান বাছকবনীয়া আৰু আপুৰুগীয়া বস্তু পঠিয়াই অসমৰ সুনাম ৰক্ষা কৰিছিল।

**মণিৰামৰ আশ্ৰয়:** পৰ মানুহ আছোক-ছাৰি আপোন মানুহেও দেৱানৰ আশ্ৰয় নেপাইছিল। ভাবৰ উষ্ণতা-মৃদুতাৰ লগে লগে তেওঁৰ হস্ত-পদো কেতিয়াবা-কেতিয়াবা সঞ্চালিত হৈছিল। ঘনশ্যাম খাৰঘৰীয়া ফুকন (যি লথৌধৰ বুলি জনাজাত) দেৱানৰ জ্ঞাতি, একে বংশৰে আৰু একে মান-মৰ্য্যাদাৰে। কিন্তু বৃটিছ-শাসন-পদ্ধতি সমালোচনা কৰাত উভয়ৰে মত দুডাল সমান্তৰাল ৰেখাৰ দৰে। খাৰঘৰীয়া ফুকনে বৃটিছৰ সম্পূৰ্ণ সহযোগিতাৰ পক্ষে মত প্ৰকাশ কৰে আৰু দেৱানে বৃটিছৰ যোগসূত্ৰডাল মাত্ৰ ৰক্ষা কৰিব খোজে।

এবাৰ খাৰঘৰীয়া ফুকন, হৰনাথ পৰ্বতীয়া বৰুৱা, দেউৰাম দিহিঙ্গীয়া ফুকন, যাদুৰাম ডেকাবৰুৱা, হেমধৰ ৰাজখোৱা, ৰুদ্ৰাম চিহানবিছ ( বঙাল কাকতীৰ ঘৰৰ ), সিন্ধুৰাম চলিহা-কাকতী আৰু জনদিয়েক ভব্যগব্য লোকেসৈতে একে নাৱতে উঠি মণিৰাম দেৱান দক্ষিণপাট সত্ৰলৈ গৈছিল। নাৱতে কেউজনৰ ভিতৰত তৰ্কাতৰ্কি হ'ল, বৃটিছৰ শাসন-প্ৰণালী আমাৰ উপকাৰীনে অপকাৰী? দিহিঙ্গীয়া ফুকন আৰু ম'ৰা কাকতীৰ ৰুদে মণিৰামৰ ফালে মাতি ইংৰাজ শাসনৰ বদগুণ গোৱাত ইংৰাজৰ বিৰুদ্ধে ছুইনামকে নসহা লথোধৰৰ অসহ্য হ'ল; খঙৰ ভমকত, হাতেৰে আঁটি-মুটি কৰি তেওঁবিলাকৰ ফালে চাই ছমিয়াবলৈ ধৰিলে। ইংৰাজৰ আঁটকাল পোৱা মণিৰামে তৎক্ষণাৎ খাৰঘৰীয়া ফুকনক ব্ৰহ্মপুত্ৰত পেলাই দিলে। ভাগ্যে যেনিবা ওচৰতে ৰামদিয়াল তেলীয়াৰ নাও এখনি আছিল, তাতে উঠি ফুকন নগাঁও পালেগৈ। পুৰন্দৰৰ আমোলৰপৰা একে লগে কাম কৰা লগৰীয়া লথোধৰ; তেৱোঁ মণিৰামৰ আশ্ৰয় পোৱা নাছিল।

**পৰ্বতীয়া বৰুৱাৰ লগত তৰ্কিয়াতৰ্কি ঃ** সেই দিনত, লৌকিক কথাৰে তৰ্কবাদ নহৈছিল। নিজৰ নিজৰ পাণ্ডিত্য অনুসৰি শ্লোকেৰে হৈ সভা বা মেলত একো-একোটা মতৰ যৌক্তিকতা দেখুৱা হৈছিল। বিষয়ৰ বা তৰ্কৰ গুৰুত্ব বা লঘুত্ব বুজাবলৈ চলিত পটন্তৰো ব্যৱহাৰ কৰা হৈছিল। প্ৰয়োগ কৰাত মণিৰাম বৰ উপস্থিত বুদ্ধিসম্পন্ন আছিল। এদিন কিবা এটা শ্লোকৰ অৰ্থ ব্যাখ্যা কৰোঁতেই বয়সত সৰু অথচ পণ্ডিত পৰ্বতীয়া বৰুৱা হৰনাথৰ লগত বাদানুবাদ হয়। এই তৰ্কৰ কাৰণটো উদ্ভৱ হৈছিল ভোবোল খঙ্গীয়া বৰুৱাই ৰাজসভাত দেখুউৱা এটি অদ্ভুত আচৰণৰ বাবে। দেৱানে এই শ্লোকটো মাতি তৰ্কটো মুখি থয়।

"অগাধ জল সঞ্চাৰী ৰোহিতো ন চ গৰ্ব্বিতঃ
অঙ্গুষ্ঠ জলমাত্ৰেন শফ্ৰী ফৰফৰায়তে।"

## মণিৰাম দেৱানৰ বংশাৱলী



মণিৰাম দেৱানৰ পৰা বংশ :—




মণিৰাম + চম্পাৱতী (৩য় ভাৰ্য্যা)
জয়ুৰাম
লক্ষিতী
(নামতীয়াল কাকতীৰ
দামোদৰ বৰুৱা তছিলদাৰলৈ
পৰিছিল)
দময়ন্তী
(থুকুবিল সত্ৰলৈ
পৰিছিল)
গোপাল
ৰাধা
গিৰীশ
নিক
গকুল
গিৰিবালা
(দুৰ্য্যোধন বৰুৱালৈ
পৰিছিল)
ৰমেশচন্দ্ৰ
হীৰবালা
(ৰজনীনাথ বৰুৱা
উকীললৈ পৰিছিল)
সুধাৰ বৰুৱা
গগণ
নগেন্দ্ৰবালা
ৰবীন্দ্ৰ বৰুৱা
নিৰ্ম্মলাবালা
শৰৎ দত্ত
জ্ঞানদা
নৰকুমাৰ
কৃষ্ণকুমাৰ
ৰামকুমাৰ
প্ৰসন্ন
কুমাৰ
জ্যোতিৰ্ম্ময়ী
(বিপিনকুমাৰ
বৰগোহাঁইলৈ পৰিছে)
সুকুমাৰ
শ্ৰীকুমাৰ
সমীৰ
কিৰণ
করুণা
ডুবা
মীৰা
নীৰা
মিনু.
মীনা

**রবিরাম + বিনন্দিনী (৪র্থা ভার্য্যা)**

- যাদুরাম
  - বাচালাল
    - হৃদয়ানন্দ
    - যোগানন্দ (ইন্দ্রপ্রভা)
      - প্রিয়লাল
      - লখিমীবালা
      - বুলু
      - তুলু
      - দয়ানন্দ
      - রোহিণীকুমার
      - ফনীন্দ্র
    - হেমকান্তী
    - চন্দ্রকান্ত
  - তিলোত্তমা
  - দুলাল
    - নবীনচন্দ্র
    - রেবতী বরদলৈ
    - তিলোত্তমা বরুৱা
  - গজেন্দ্র (বাবুলাল)
    - রাণাপ্রতাপ
    - অরুণ
    - উদয়
    - বিজয়
    - বিনয়
    - অজয়
    - ধন
  - সত্যেন্দ্র
    - প্রদীপ
    - মুকুত
    - নিরুপমা
    - অনুপমা
    - বাণী

# সপ্তদশ অধ্যায়

## দেৱানৰ সতীৰ্থসকল

[ মণিৰাম দেৱনাৰ নেতৃত্বত পৰিচালিত স্বাধীনতা আন্দোলনত তেওঁৰ যিসকল সতীৰ্থই প্ৰাণ আহুতি দিছিল আৰু নানান প্ৰকাৰে দণ্ডিত হৈ নিৰ্য্যাতন ভোগ কৰিছিল সেইসকলৰে জনদিয়েকৰ চমু কাৰ্য্যাভাস তলত দিয়া হ'ল। ]

১। **চাৰিং-ৰজা কন্দৰ্পেশ্বৰ সিংহ ঃ** "ভাটী ফালে চিপাহী-বোৰ ইংৰাজৰ বিৰুদ্ধে থিয় হোৱাত, ভালেমান ভগা-ৰজাই নিজৰ-নিজৰ ৰাজ্যৰ পুনৰ দখল ল'লে। আমাৰো বহি থাকিবৰ সময় নাই। ছেগ এবাৰহে আহে; এই ছেগতে গোৰাহঁতক খেদি আমাৰ ৰাজ্য স্বাধীন কৰিব লাগে"—

ৱাহেজনামা দি কন্দৰ্পেশ্বৰে মণিৰামক কলিকতালৈ পঠিওৱাৰ পাচতে সদৌ হিন্দুস্থানত বিদ্ৰোহৰ বহ্নি জ্বলি উঠে। তেতিয়াই দেৱানে খনে-খনে ওপৰত কোৱা মতে চিঠি-পত্ৰ দি কন্দৰ্পেশ্বৰক স্বাধীনতা-আকাঙ্ক্ষাত মতলীয়া কৰে। সেই চিঠি-পত্ৰৰ অনুৰোধ-অনুসৰি ৰজাই তেওঁৰ প্ৰধান সাৰথি আৰু মণিৰামৰ বিশ্বস্ত সতীৰ্থ পিয়ালী বৰুৱা আৰু মণিৰামে কলিকতাৰপৰা পঠোৱা মধু মল্লিকেসৈতে গুপুতে-গুপুতে আলচ কৰি ডিবুৰুগড়ৰ বৰুৱা পল্টনৰ নুৰ মহম্মদ জমাদাৰ আৰু গোলাঘাটৰ নোগোৰাত থকা জঙ্গী পল্টনৰ চিপাহী চেখ্ ভিকমক ৰজাৰ ফলিয়া কৰিলে। ৰজাই ৰছদ-পাতি ধনবিত্ত দি সহায় কৰিম বোলাত চিপাহীহঁতেও সেই বছৰি দুৰ্গা-

পূজাতে চাহাবহঁতক কাটি মাৰি খেদিবলৈ ওলাল। ৰজা হ'বলৈ ৰবঠাকুৰৰ হতুৱাই দেৱবগাঁও-দঁলত পূজাও দিয়াইছিল আৰু "আন-আন দঁল-দেৱাল সত্ৰ-সভাতো ঘিউবন্তি জ্বলাবলৈ দক্ষিণা দিছিল। দেৱবগাঁও দঁলৰ ঠাকুৰ লক্ষ্মীদত্তৰ ককায়েক দেৱীদত্ত মৌজাদাৰক সৈন্যসামন্তৰ নিমিত্তে বছদ-পাতি সংগ্ৰহ কৰিবলৈ ৰজাই নিজে ধন-সোণ দি সহায়ও কৰিছিল। লুথাৰে ৰজাৰ কাৰেং লোৰোকোতে মণিৰাম দেৱানে কলিকতাৰপৰা দিয়া বিদ্ৰোহী চিঠি-পত্ৰও বহুত ওলায়:—অৱশ্যে চিঠিবোৰ পাকলগা সাঁথৰময় আছিল। এইবোৰ সাতে-সোতৰে কেপ্টেইন লুথাৰে ১৭৭৯ শকৰ ২৫ ভাদ, বুধবাৰৰ দিনা ৰাতি কাৰেঙতে বন্দী কৰি কন্দৰ্পেশ্বৰক কলিকতাৰ আলিপুৰ জেললৈ পঠিয়ায়। তাৰ পিচত, ১৮৫৯ চনত মুক্তি দি এবছৰমান বৰ্দ্ধমান জিলাত ৰখায়। তাৰপৰা* চৰ্কাৰে ১৮৬১ চনৰ জুন মাহত ৫০০ টকা পেঞ্চন দি উজনিলৈ যাব নোৱৰাকৈ গুৱাহাটীতে নজৰ বন্দীকৈ থয় আৰু ১৮০৪ শকত ২৮ শাওণৰ দিনা তেওঁ তাতে ইহ সংসাৰৰপৰা বিদায় লয়। কন্দৰ্পেশ্বৰৰ খগেশ্বৰ আৰু কুমুদেশ্বৰ নামেৰে দুজন পুতেক আছিল। সিংহৰ পোৱালি আকৌ সিংহ হ'ব পাৰে বুলি বুটিছ গৱৰ্ণমেণ্টে দুয়োজনকে শিক্ষা দিওঁ বুলি শিলচৰলৈ লৈ গৈ তাতে মৰণৰ কাষ চপোৱালে।

২। **মধু মল্লিক**: মধু মল্লিক আছিল কন্দৰ্পেশ্বৰ সিংহৰ ইংৰাজী চিঠিপত্ৰ লেখা আৰু পঢ়ি শুনুউৱা মুক্তিয়াৰ। সদৌ হিন্দুস্থানত স্বাধীনতা যুদ্ধ আৰম্ভ হোৱাৰ লগে-লগে মণিৰাম দেৱানে এওঁক কলিকতাৰপৰা পঠিয়ায় ৰজাক ইংৰাজী শিকাবলৈ আৰু অসমত "নীলবাগান" খোলাৰ কাৰবাৰ কৰিবলৈ। দেৱানৰ

---

* "অসম দেশৰ ৰাজপুত্ৰ শ্ৰীজুত কন্দৰ্পেশ্বৰ সিংহ আপোনাৰ দেশলৈ আহিবলৈ গৱৰ্ণমেণ্টৰপৰা অনুমতি পাইছে। তেওঁ আজিলৈকে বৰ্দ্ধমান জিলাত আছিল"—জুন, ১৮৬১; "অৰুনোদই"।

যোৰহটীয়া ঘৰতে তেওঁ বাস কৰিছিল। নীল খেতি কৰা সম্পৰ্কে মণিৰামে এওঁলৈ বৰ দীঘল-দীঘল চিঠি লেখিছিল; তাৰ মাজতে ভাটীকালৰ শোচনীয় ৰাজনৈতিক পৰিস্থিতিৰ কথা বৰ্ণাই আমাৰ দেশৰ ডা-ডাঙৰীয়া—ৰজাপ্ৰজা সকলোৱে যেন সেই যুদ্ধত উঠি পৰি লাগে, তাৰ বাবেও দৃঢ়তাৰেসৈতে সঙ্কেতমূলক উৎসাহ-উদ্‌গনি দি পঠিয়াইছিল। ৰজা আৰু দেৱানৰ পৰম বন্ধু পিয়ালীৰেসৈতে এওঁ ৰজাৰ মাটিমলা হাতীত উঠি ইংৰাজক খেদি আমাৰ ৰজা পাতিব লাগে বুলি ঠায়ে ঠায়ে মানুহক উদগাই ফুৰিছিল। তেওঁৰ নিজা ঘৰতো প্ৰায়েই সকলো ডাঙৰীয়া-বিষয়া গোট খাই চাহাবহঁতক খেদোৱাৰ গুপ্ত উপায় আলচিছিল। মল্লিকে লেখা আৰু মল্লিকলৈ দেৱানে দিয়া চিঠি-পত্ৰবোৰ জিলাৰ বৰচাহাব হলৰইডৰ হস্তগত হয়। ৰজাৰ ঘৰ তল্লাচ কৰিয়েই কেপ্টেইন লুথাৰে এওঁকো গ্ৰেপ্তাৰ কৰে আৰু পাচত ১৪ আইন অনুসৰি বহা আদালতত, একপক্ষীয় বিচাৰত এওঁৰ যাৱজ্জীৱন দ্বীপান্তৰ হয়।

৩। **মধুৰাম কোঁচ ঃ** মণিৰাম বৰভণ্ডাৰ বৰুৱা নাজিৰাৰ আসাম কোম্পানীত দেৱান হৈ থকা দিনৰপৰাই মধুৰাম কোম্পানীৰ ঠিকাদাৰ আছিল। কেউফালে বৃটিছক ঠেকত পেলাই সদৌ হিন্দুস্থানত ভগা ৰজাসকল আকৌ ৰজা হৈছে, বৃটিছৰ আয়ুস আৰু টুটিল, আমি আৰু স্বাধীন হ'লোঁ—এনেবোৰ বাতৰি শুনি মধুৰামেও ঠিকা কাম এৰি দি বৃটিছ-বিৰোধী আন্দোলনত যোগ দিয়েছি। সেইবাবে ১৮৫৮ চনৰ ৩০ জানুৱাৰী তাৰিখে তেওঁৰো চৌদ্ধ আইন অনুসাৰে ৭ বছৰ কাৰাদণ্ড হয়।

৪। **মহেশ্চন্দ্ৰ গাভৰুমেলীয়া বৰুৱা বা পিয়ালী বৰুৱা ঃ** পিয়ালী বৰুৱা আছিল মণিৰাম দেৱানৰ পৰম বিশ্বাসী সক্ৰিয় সহকাৰী। দেৱান কলিকতালৈ গ'লত কন্দৰ্পেশ্বৰক বুদ্ধি-ভৰসা দিবলৈ এওঁকেই দেৱানে ৰজাৰ মন্ত্ৰীস্বৰূপে সকলো কামৰ ভাৰ দি গৈছিল। উত্তপ্ত পৰিবেশ সৃষ্টি কৰি অসমত স্বাধীনতা আন্দোলনত

অগনি জ্বলাই দিবলৈ যিবোৰ চিঠি-পত্ৰ লেখি দেৱানে কলিকতাৰ-পৰা বুদ্ধি-পৰামৰ্শ ঠাবে-চিঞাৰে দি পঠিয়াইছিল সেইবোৰ মন্ত্ৰৰ বীজকে পিয়ালী বৰুৱাই বুঢ়িছৰ জঙ্গী পল্টনত থকা দেছুৱালী-বিহাৰী-চিপাহী-ছাউনীত সিঁচি ফুৰিছিল। কন্দৰ্পেশ্বৰৰ ঘৰত সদায় যি সঙ্গীতৰ "মজলিছ" বা বৈঠকী বহিছিল তাত যি কেইজনে আগ-ভাগ লৈছিল তাৰ ভিতৰতে প্ৰধান পিয়ালী বৰুৱা। এওঁ দেখাত পকা-খেকেৰা যেন ৰণৰ থৎলন্তৰ শ্ৰীমন্ত পুৰুষ আছিল। যি বয়সত মানুহে মৰোঁ-জীওঁ-সোঁ অধিককৈ প্ৰতিজ্ঞা কৰে সেই বয়স ২৫ বছৰত তেওঁ ভৰি দিছিল মাত্ৰ। গোলাঘাটৰ ন-গোৰাত (নোগোৰা) থকা জঙ্গী পল্টনৰ চিপাহীবিলাকে ছাউনীলৈকে মাতি নি তেওঁক 'পণ্ডিত জী' বুলি বৰ আদৰ-আশ্বাস কৰিছিল। পিয়ালী বৰুৱাইও ভাটীফালত হোৱা বুঢ়িছ-নিধনৰ বাৰ্তা যোগাই সকলোকে চিপাহী কাম এৰি দি কন্দৰ্পেশ্বৰ সিংহক ৰজা পাতিবলৈ অনুৰোধ কৰে। সিহঁতৰ মাজত পিয়ালীয়ে ইমান প্ৰভাৱ বিস্তাৰ কৰিছিল যে তাত থকা চিপাহীবিলাকে ( মণিৰাম দেৱানৰ 'প্ৰসঙ্গত উল্লেখ কৰা হৈছে ) ধুমুহাৰ দৰে গৈ 'শিৱসাগৰ জিলাৰ ৰবচাহাবৰ মুৰ কাটি দুৰ্গাপূজাৰ অষ্টমীৰ দিনা কন্দৰ্পেশ্বৰক ৰজা পাতিম' বুলি শপত খাই ওলাইছিল।

কন্দৰ্পেশ্বৰৰ ঘৰ ক্ৰোক কৰি মণিৰামে দিয়া চহী নোহোৱা আৰু লগনীয়া-টুটকীয়াৰ কথা শুনি কেপ্টেইন লুথাৰে ৰজাৰ লগতে পিয়ালীকো বন্দী কৰে। ৰজাক আলিপুৰলৈ নিলে। পিয়ালীক যোৰহাটতে ৰাখিলে।

১৮৫৭ চনৰ ১৪ আইন-অনুসৰি দিছে নগৰত ( যোৰহাটত ) পতা আদালতত ( ওপৰত বিৰৰি কোৱা হৈছে ) ১৮৫৮ চনত ৯ ফেব্ৰুৱাৰী তাৰিখে পিয়ালী বৰুৱাৰ "ৰাজবিদ্ৰোহিতা"ৰ বিচাৰ হয়। দেৱানৰ বিচাৰৰ দৰেই তেওঁৰো নামমাত্ৰ বিচাৰ কৰি হলৰইড চাহাৰ বক্ষকেই ভক্ষক হৈ এই সিদ্ধান্ত কৰিলে :—

"আদালত কমিশ্যনাৰ, শিৱসাগৰ আপাৰ আসাম। ১৮৫৭ ইংৰেজীৰ ১৪ এ্যাক্ট অনুসাৰে নং ৩ মোকৰ্দ্দমা।

পরওানা বনামে ম্যজিষ্ট্রেট সাহেব, জিলা শিবসাগর। উক্ত কমিশ্যনার সাহেবের আদালতে ১৮৫৭ সনের ১৪ এ্যাক্ট অনুসারে ঠিক হুইয়াছিল :—

মোকাম জোড়হাট, জিলা শিবসাগর, ৯ ফেব্রুওারী ১৮৫৮ সন। রাজবিদ্রোহিতার মোকর্দ্দমার তজবিজের পর শুনা মহেশ্চন্দ্র ওরফে পিয়ালী ওলদে (পিতা) রাম শর্ম্মা আসামির পর সাবুদ হইল।

"এ নিমিত্ত গলপ্রদেশে রজ্জুদ্বারা প্রাণদণ্ড করার উক্ত আসামির পর হইল। তোমাকে যে হুকুম মজকুর মহেশ্চন্দ্র আসামির উপর আইনে যে মত নবাব গবর্ণর জেনেরেল কৌন্সিলের মজলিসে হুকুম লিখা আছে ২৬ ফেব্রুওারী তারিখে কিম্বা ইহার পুর্ব্বে সেই মত খাড়া খাড়া আমলে আনিবা আর ইহাকে উচিত যে যখন এ পরওানার হুকুম সমুদয় আঞ্জাম হইয়া থাকে তখন এ পরওানার পুর্ব্বে হুকুম মজকুর আমলে আনার হকিকতের প্রামাণ্য আপন মোহর ও দস্তখতে লিখিয়া এ পরওানাকে তৎস্বরূপ ফিরিয়া দেন। এ বিষয় অতি তাগিদ জানেন্। তারিখ ৯ ফেব্রুওারী; ১৮৫৮ ইংরেজী সন।

১৮৫৭ ইংরেজীর ১৫ এ্যাক্ট অনুসারে শ্রীশ্রীকমিশ্যনার সাহেবের দস্তখতে লিখা গেল।

চি. হলরইড
C. Holroyd
Commissioner Appointed Under Act XIV. 1857"

এই ৰায় মতেই ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰী ফল্গুৎসৱৰ মেষদাহৰ দিনা আগবেলা ৯ মান বজাত মণিৰাম দেৱানেসৈতে একে সময়তে

একেলগে কাঁচী চাঙত তুলি এওঁক প্ৰাণদণ্ড দিয়া হ'ল।* পিয়ালীৰ প্ৰাণদণ্ডত ৰংপুৰ জিলাৰ জীৱ "আকাশে উৰি গ'ল।" পিয়ালী শিক্ষা-দীক্ষা, ধৰ্মাচৰণ আৰু বংশগৌৰৱত মানী আৰু সম্ভ্ৰান্তশীল আছিল।

## পিয়ালী বৰুৱাৰ বংশতৰু




* "আমি এতদ্বারা প্রকাশ করিতেছি যে রাম শর্ম্মার পুত্র মহেশচন্দ্র ওরফে পিয়ালীর যে প্রাণদণ্ডের হুকুম হইয়াছিল তাহা জোড়হাটে বর্ত্তমান ১৮৫৮ সালের ২৬ ফেব্রুওারী শুক্রবার দিবসে সুধারামত সমাধা হইয়াছে, এবং কথিত রাম শর্ম্মার পুত্র মহেশচন্দ্র ওরফে পিয়ালীর প্রাণ বিয়োগ পর্য্যন্ত গলপ্রদেশে ফাঁস দ্বারা লেটকান ছিল আরো বক্তব্য যে উক্ত রাম শর্ম্মার পুত্র পিয়ালীর শরীর পশ্চাৎ প্রোথিত করা গিয়াছে। ইতি—অদ্য ১৮৫৮ সালের ২৭ ফেব্রুওারী।

চি. হলরইড




বিচাৰ নং ৪;

৪। মণিৰাম (দত্ত বৰুৱা দেৱান)

৫। জুৰণৰ পুত্ৰ নাৰায়ণ বৰবৰা।

আৰু

৬। কৃষ্ণৰামৰ পুত্ৰ মায়াৰাম বৰবৰা।

নাৰায়ণ বৰবৰাক ৰাজবিদ্ৰোহী অপৰাধত ১৮৫৮ চনৰ ১২ মাৰ্চ

তাৰিখে হলৱইডেই ১৪ একুট অনুসৰি বিচাৰ কৰি ৩ বছৰলৈ ক্যৰাদণ্ডৰ আদেশ দিয়ে।

আৰু মায়াৰাম বৰবৰাক ১৮ মাৰ্চ তাৰিখে বিচাৰ কৰি ১৪ বছৰলৈ আণ্ডামানত থাকিবলৈ নিৰ্বাসন দণ্ড দিয়ে।

এখেতসকলৰ ঘৰত মণিৰাম দেৱানে দিয়া এখন চিঠি পোৱাত দদাই-ভতিজা দুয়ো গৰাকী সেই ১৪ আইনৰ কবলত পৰিবলগীয়া হয়। দেৱানৰ চিঠিত আছিল—

"এইকালে কলপাত হাউলিছে; কাঁচিও চোকা হৈছে, আমাৰ সেইফালেও কাঁচি ধৰাই যুগুত কৰি ৰখা ভাল হ'ব।"

এইখন চিঠিকেই পুলিচে কেনেকৈ হস্তগত কৰিলে, তাক বিৱৰি ৺গৌৰীচৰণ বৰবৰা ডাঙৰীয়াই "ভটীয়া বৰবৰাৰ বংশাৱলী" পুথিত এইদৰে লেখিছে :—

"উক্ত চিঠিখন মণিৰাম দেৱানে কলিকতাৰপৰা কন্দৰ্পেশ্বৰ সিংহলৈ দিয়ে। মায়াৰামৰ সৰু-মাজু ককায়ক চিত্ৰসেন বৰবৰা ৰজাৰ অন্তৰঙ্গ বন্ধু আছিল। ৰজাক সহায় কৰা বিষয়ে ভাই-ককাই দুয়ো-জনে পৰামৰ্শ কৰি চিঠিখন মায়াৰামৰ গাৰুৰ তলতে লুকুৱাই থয়। তাকে মায়াৰামৰ ৭ বছৰীয়া ল'ৰা গোপালে কেনেবাকৈ দেখিলে। এই গোপালৰপৰাই হৰনাথ পৰ্বতীয়া বৰুৱাই চিঠিখনৰ সন্ধেদ পায় আৰু অনতিপলমে বৰবৰাৰ ঘৰ তল্লাচ কৰি সেই চিঠি লৈ আহে। তেতিয়া হৰনাথ গোলাঘাটৰ সদৰামিন আছিল। নাৰায়ণ আৰু মায়াৰাম বৰবৰাই এনেভাৱে গুপ্তপত্ৰৰ চলাচল কৰাটো অস্বীকাৰ কৰিলে।" বৰং কেৰ্কেটুৱাৰ বাঁহপাতেই ভেঁটা স্বৰূপে মণিৰামৰ লগতে স্বাধীনতা যুদ্ধত ৰজাক বুদ্ধি-ভৰসা দিয়া বাবেই উপৰোক্ত দণ্ড ভোগ কৰিবলগীয়া হ'ল।

ভটীয়া বৰবৰাৰ বংশটো বাৰভূঞা পূৰ্ণানন্দ গিৰিৰপৰা বঢ়া। পূৰ্ণানন্দৰপৰা মায়াৰামৰ নৱম পুৰুষ আৰু নাৰায়ণ দশম পুৰুষ হয়।




ৰজাদিনত, ৰৰৰৰা ঘৰৰ মানুহ ৰৰ মাতঃবৰ আছিল। জুৰণ ফুকনে মানখেদাত সহায় কৰা বাবে গোলাঘাট-কাকডোঙাৰ ওচৰত গৱৰ্ণমেণ্টৰপৰা নিষ্কৰ খাত এখন ভোগ কৰিবলৈ পাইছিল। আজিও সেই খাত "মান খাত" নামেৰে প্ৰসিদ্ধ হৈ আছে। প্ৰশাসনীয় কাৰ্য্যত সুদক্ষ দেখি, এওঁবিলাকৰ পৰিয়ালে চৰ্কাৰী কামত সদায় প্ৰথম-বাছনী লাভ কৰিব বুলি চৰ্কাৰে এখন "চনদো" দিছিল। জুৰণ গোলাঘাটৰ নাজলৰটুপ মৌজাৰ মৌজাদাৰ আছিল। তেওঁৰ সাধনীদাৰ আছিল ৰাপাৰাম, মহৰী ৰাপুটি, টেকেলা লুকী আৰু ৰলো। মৌজাটোৰ মাটিকালি আছিল ১৩৩২ পুৰা ৩ হালিছা ১৭ লোছা।

৭। **গোৰীসাগৰীয়া ৰৰঠাকুৰ উমাকান্ত:** মণিৰামৰ চিঠি আৰু কলিকতাৰ বিদ্ৰোহৰ বাতৰিয়ে উৰাউল কৰাত, উমাই

(উমাকান্ত) মুক্তিয়াৰে তাৰ প্ৰতিকাৰৰ অৰ্থে ওচৰচুবুৰীয়া সকলোৰে ঘৰলৈকে গৈ কন্দৰ্পেশ্বৰ ৰজাক ৰছদ-পাতি, ধন-বস্তু দি, ৰজাৰ অৰ্থে পূজা-সেৱা কৰি ইংৰাজ খেদাত সহায় কৰিবলৈ কৈ ফুৰিছিল। সেইবাবে ১৮৫৮ চনৰ ১২ মাৰ্চ তাৰিখে (১৭৭৯ শকৰ ৩০ ফাগুন, শুকুৰবাৰে) তেওঁৰ ১ বছৰ ফাটেক হয়।

## উমাকান্তৰ পূৰ্বপুৰুষ

(সম্প্ৰতি ডিব্ৰুগড়, তিনিচুকীয়াত)




(জ্ঞানাঙ্কুৰ, হিতকথা, হৰিশ্চন্দ্ৰ, হৰধনু ভঙ্গ আদি ৰচয়িতা)

ভীমকান্ত, লক্ষ্মীকান্ত আদি ৭ জন

**৮। কাঠবৰুৱাৰ ঘৰৰ আদিৰামৰ পুতেক গণেশচন্দ্ৰ:** এওঁ মণিৰাম দেৱানৰ মাতৃ-সম্বন্ধীয়া। এওঁৰ ঘৰত দেৱানে দিয়া চিঠি খনচাৰেক পোৱা গৈছিল। এই কাৰণেই ১৩ মাৰ্চ তাৰিখৰ বিচাৰত এওঁৰ ৩ বছৰ কাৰাদণ্ড হয়। গণেশ চন্দ্ৰই নেঘেৰিটিং বাগিচাৰ চাহাববিলাকৰ গতিগোত্ৰ আৰু অলে-ভলে অহাযোৱা কৰাৰ পম খেদি ফুৰিছিল।

**গণেশচন্দ্ৰৰ বংশঃ**

( যোৰহাট )




**৯। নীলকণ্ঠ চোলাধৰাফুকন**
**১০। পূৰণৰ ঘৰৰ কমলা চাৰিঙ্গীয়া বৰুৱা**
**১১। লাম্মাথক চেন্তীয়া-ৰংশৰ লুকী শেনচোৱা বৰুৱা।**

এই কেউজনৰে বিচাৰ হয় ১৮ মাৰ্চৰ দিনা (৬ চ'ত বৃহস্পতিবাৰ) অজাস্তি মুলুকৰ ১৪ আইন অনুসৰি তিনিউ গৰাকীকে ১৪ বছৰকৈ কলিয়াপানীলৈ মেলিলে। এই কেউ গৰাকীৰ ঘৰত মণিৰাম দেৱানে লেখা চিঠি ওলাইছিল আৰু তিনিউ সদায় কন্দৰ্পেশ্বৰৰ মেলত যোগ দিছিল।

**১২। পুৰন্দৰ সিংহৰ চমুৱা কুঁৱৰী ৰূপহী আইদেওৰ পুতেক ঃ** দেৱানৰ চিঠি পাই, পুনৰ ৰাজ্যপোৱা হ'ব বুলি ভাবি,

উল্লাসিত হৈ, মৰঙ্গী অঞ্চলত এওঁ যুঁজৰ আহিলাপাতি আৰু সমল সংগ্ৰহ কৰি ফুৰিছিল। পুলিচে এওঁৰ ঘৰ লোবোকাত ভালেমান বেওচনীয়া কথা (দ্ব্যৰ্থবোধক) থকা চিঠি ওলাল। সেই গুণে, হুলৰইডে এওঁক যাৱজ্জীৱন নিৰ্বাসন দণ্ড দি আণ্ডামানলৈ পঠিয়ায়।

১৩। ছুতিৰাম বৰুৱা, ফৌজদাৰী চিৰস্তাদাৰ: বিখ্যাত নামস্তিয়াল (নামতীয়াল) কাকতীৰ ঘৰৰ কৃষ্ণদাসৰ পুতেক এওঁ। এওঁৰ আদি পুৰুষৰ নাম আছিল পীতাম্বৰ ঘোষ। মহাৰাষ্ট্ৰলৈ যোৱা ঘোষবিলাকৰ দৰে পীতাম্বৰো উত্তৰ ভাৰতৰপৰা অসম-ৰজাৰ আমন্ত্ৰণত অসমলৈ আহে। ছুতিৰামে ১৮৪৭ চনৰপৰা শিৱসাগৰ-কাছাৰীত মাহে ৭০্ টকা দৰ্মহাত ফৌজদাৰী চিৰস্তাদাৰৰ কাম কৰিছিল। গুৱাহাটীৰপৰা উজাই আহোঁতে, দেউতাকহঁতে বৃটিছ-পল্টনক বাট দেখুৱাই আনিছিল। ছুতিৰাম বৰ সভা-শুৱনি পুৰুষ আছিল। ভাটী-দেশত স্বাধীনতা-সংগ্ৰামে তল-ওপৰ লগোৱাত মণিৰামৰ চিঠিৰ তাৎপৰ্য্য বুজি এওঁ কামৰপৰা ছুটী লৈ আছিল। সেই সময়তে আকৌ, কলিকতাৰপৰা প্ৰকাশিত "ভাস্কৰ" আৰু "সমাচাৰ চন্দ্ৰিকা"ত অসমৰ অৱস্থা সম্পৰ্কে কিছুমান সমালোচনা-মূলক প্ৰবন্ধ ওলাইছিল। এওঁৱেই সেইবোৰ তলে-তলে হুগ্লী কলেজত পঢ়ি থকা ছাত্ৰ পুতেক প্ৰিয়লাল আৰু বংশৰে আন এজন মীনধৰৰ হতুৱাই লেখাইছিল বুলি পৰম্পৰ কোৱাকুই হৈছিল। এইবোৰ সাত-পাঁচ চাই ৰাজবিদ্ৰোহৰ অভিযোগত পেলাই, আগষ্ট মাহৰ ১৯ তাৰিখে (৪ ভাদ, বৃহস্পতিবাৰে ১৭৮০ শক) হুলৰইডে ভেকোভাৱনা ৰূপী বিচাৰ-বলি-শালত এওঁক যাৱজ্জীৱন দীপান্তৰ দণ্ড দি কলিয়াপানীলৈ মেলে। জয়ে জয়ে আলিপুৰ জেলত ৰাখি "বনাৰ্জেছ" জাহাজত তুলি ১৮৫৯ চনৰ ২ চেপ্তেম্বৰ তাৰিখে (১৮ ভাদ, শুকুৰবাৰ, ১৭৮০ শক) এওঁক কলিকতাৰপৰা নি আণ্ডামানৰ পৰ্টব্লেয়াৰ পোৱায়গৈ।

নামনি অসমৰ ইস্কুলসমূহৰ পোন-প্ৰথম অসমীয়া ডেপুটী

ইন্‌স্পেক্টৰ, ছুতিৰামৰ বৰপুতেক প্ৰিয়লালে মনিউদ্দিনেসৈতে আপীল কৰি দেউতাকক ১৮৬৩ চনৰ ১৬ চেপ্তেম্বৰ তাৰিখে আণ্ডামানৰ-পৰা মুক্তি লাভ কৰোৱায়। কিন্তু ছুতিৰামক গুৱাহাটীতে ৰখা হ'ল; উজনি অসমলৈ যাবলৈ দিয়া নহ'ল। ১৮৭৩ চনত গুৱাহাটীতে এওঁৰ মৃত্যু হ'ল।

১৮৫৭ ছালৰ স্বাধীনতা-সংগ্ৰামত যিসকল লোক প্ৰকৃত হত্যা-কাণ্ডত সংশ্লিষ্ট নাছিল সেইসকলক দণ্ডৰপৰা অব্যাহতি দিবলৈ মহাৰাণী ভিকটৰীয়াৰপৰা আদেশ অহাত ছুতিৰামে আণ্ডামানৰপৰা মুক্তি প্ৰাৰ্থনা কৰি এখন দৰ্খাস্ত দিছিল। সেই কালত ব্যৱহৃত হোৱা আদালতী ভাষাৰ নমুনা স্বৰূপে ইয়াকো তুলি দিয়া হ'ল :—

"খোদাবন্ধা, খোদাএ গ্যাশ নামত মালিক জোনাব শ্ৰীশ্ৰীযুত স্নুপেৰিন্‌টেণ্ডেন্ট সাহেব বাহাদুৰেৰ খেদমতে দামা জিল্লহু ফিদবি শ্ৰীছুতিৰাম বড়ুয়া কএদি চাৰ্টিমাইন গৰিব পৰবৰ ছেলামত আৰজ এহি বন্দেগান আমাৰ নিবাস আসাম মুলুকে, বিদ্ৰোহিৰ কোন মাজাৰা হয় নাহি ও হৈবাৰ সম্ভব নহে। তবে গোলামেৰ কিস্‌মতেৰ ফেৰে বৃধ উমৰে জীবদ্দশা কএদেৰ হুকুম হয়। এহাতে আমাৰ হালত বিবেচনা কৰিয়া দেহনত ও বেৰি মাফ্‌ দেয়। য়ালিপুৰ জেল খানাতে ঐ ঐ মত হুজমালুজায় কএদ ছিলাম। গত মাসে এখানে পহুছাতে বৃধ ও কমজোৰ দেখিয়া আবক দিন টাপুৰ ৫৮ নং বুঢ়া টুনিতে সাবেক দাৰোগা ভৰ্ত্তি কৰে। কএক ৰোজ মেহনত কৰাতেয় বিমাৰ হৈয়া হাসপাতালে আসিয়া কিঞ্চিৎ আৰাম হৈয়াছি। কিন্তু ওৰেণ্ট মোতাবেক মসকত ম্যাদেৰ কোন হুকুম জাৰি কৰে নাহি। অতএব আৰজ ওৰেণ্ট দৃষ্টি কৰিয়া বিহিত হুকুম ফৰমাইতে মৰ্জ্জি হয়।

১৮৫৯ ইং ২৪ অক্তোবৰ ফিদৱী শ্ৰীছুতিৰাম বড়ুৱা

**ভুতিৰাম বৰুৱাৰ বংশাৱলী :**



## ১৪। ছেখ ক্ষমুৰ্দ আলি :

কন্দৰ্পেশ্বৰ সিংহৰ কাৰেঙত নিতৌ গান-বাজনাৰ মজ্‌লিছ বহিছিল। কমুৰ্দ আলিয়ে মিঠা সুৰেৰে বেহেলা বজাব জানিছিল। সেই গুণে, তেওঁকেই সেই মজ্‌লিছৰ ওজা (ওস্তাদ্‌) পতা হৈছিল। বৃটিছৰ বিৰুদ্ধে ৰজাঘৰত যি ষড়যন্ত্ৰ চলিছিল, তাতো এওঁ ভাগ লৈছিল। সেইবাবে শাসকৰ কোপদৃষ্টিত পৰি এৰোঁ আটক হয়।

## ১৫। ছেখ বাহাদুৰ গাঁওবুঢ়া বা বাহাদিল গাঁওবুঢ়া :

এওঁ পুৰন্দৰ সিংহৰ দিনৰপৰাই গাঁওবুঢ়া বিষয় খাইছিল। তামৰ ফলিত আখৰ কটা, হাতীদাঁতৰ কাকৈফণী, টেমা-সঁফুৰা কৰা আৰু ৰজাৰ মোহৰৰ সাঁচ তৈয়াৰ কৰা-কামত এওঁ নিযুক্ত আছিল। আউনীআটী-দক্ষিণপাট সত্ৰক বৃটিছ গৱৰ্ণমেণ্টে দিয়া তামৰ ফলিত এৰেঁই আখৰ কাটিছিল। বাহাদুৰ খনিকৰ ৰজাৰ বৰ বিশ্বাসভাজন আছিল। আউনীআটী সত্ৰৰ নিমিত্তে এৰেঁই হাতীদাঁতৰ পাটী আৰু বিচনী কৰিছিল। এওঁ আছিল নিৰহনিপানী অসমীয়া। সেইবাবে ভগাৰজাক পুনৰ পতা আন্দোলনত এওঁ দেহেকেহে সমৰ্থন কৰিছিল। গতিকে ফিৰিঙ্গী বিচাৰকৰ অনুগ্ৰহত এওঁৰো নিৰ্বাসন দণ্ড হয়। (মৌলৱী আব্‌দুছ ছাত্তাৰ এম, এৰ "বাহাদুৰ গাঁওবুঢ়া চাওক)।

বাহাদুৰৰ বংশ :



## ১৬। মিছামৰা দেৱৰগাঁৱৰ মৌজাদাৰ ঈশেশ্বৰ শৰ্মা
## আৰু
## ১৭। মিছামৰা ৰজাবাহৰৰ মৌজাদাৰ দেৱীদত্ত বৰুৱা

এওঁবিলাক দুয়োজন "ৰাজবিদ্ৰোহিতা মোকৰ্দমাই লিপ্ত আৰু জ্ঞাতসাৰে থাকিয়াও ব্যক্ত না কৰাৰ অপৰাধে ১৮৫৮ চনৰ ৮ মে তাৰিখৰ"পৰা মৌজা খাৰিজ কৰি চন্দ্ৰকান্ত শৰ্মা ডেকা বৰুৱাক দিয়ে।

এই দুগৰাকীয়ে ৰজাৰ হৈ দেৱৰগাঁৱৰ দ'লত পূজাসেৱা কৰাইছিল আৰু ৰজাৰ ধন বিলাই ৰাইজক বিদ্ৰোহত যোগ দিবলৈ খাটি ফুৰিছিল। চিপাহী চন্তৰিক পুহিবলৈ গাঁৱে-গাঁৱে ফুৰি ৰছদপাতিও সংগ্ৰহ কৰিছিল।

১৮। মাটিবৰ বৰসেনাপতিৰ পুতেক ভোগবৰেও মণিৰামৰ সৈয়া হৈ উজনিখণ্ডত বিদ্ৰোহৰ আয়োজন কৰিছিল।

এই ওঠৰ গৰাকীৰ (দেৱানৈসৈতে) উপৰিও আৰু ৫০/৬০ জন মানে স্বাধীনতা সংগ্ৰামত গৌণ বা প্ৰত্যক্ষভাৱে লাগি নানান্ নিকাৰ ভুগিছিল। সেইবিলাকৰ ভিতৰত, এই কেইজনৰ নাম শ্ৰীযুত কেশৱনাৰায়ণ দত্ত এম. এঃ দেৱৰ অনুসন্ধাৰ ফলত এতিয়ালৈকে পোৱা হৈছে :—

| | নাম | দণ্ডিত হোৱাৰ কাৰণ | দণ্ড |
|---|---|---|---|
| ১। | শ্ৰীকৃষ্ণচন্দ্ৰ মজুমদাৰ | গোলাঘাটৰ চিপাহী কোঁঠত ৰাতৰি কাকত পঢ়া-বাবে। | অসমৰপৰা নিৰ্বাসন। |
| ২। | খগেশ্বৰ ঠাকুৰ | সাক্ষী নোহোৱা বাবে। | কামৰপৰা বৰ্খাস্ত। |
| ৩। | শশধৰ শৰ্মা ডাৰোগা | কামত গাফিলি কৰা বাবে। | ” |

| | নাম | দণ্ডিত হোৱাৰ কাৰণ | দণ্ড |
|---|---|---|---|
| ৪। | বিশ্বেশ্বৰ চন্দ্ৰকান্ত দুৱে | নেঘেৰিটিং-কোম্পানীৰ চাহ-বাগিচাৰ কলঘৰত বিদ্ৰোহ কৰা বাবে। | শিৱসাগৰ জেলত ৮ বছৰ কাটেক। |
| ৫। | লক্ষ্মণ সিং বৰকণ্ডাজ | ” | |
| ৬। | লম্বই আইদেউ | চিনাতলীয়া মৌজাদাৰ কামত আওহেলা। | মৌজাদাৰী বন্ধ। |
| ৭। | মহেশ বৰুৱা, হামদৈ তিতাবৰৰ মৌজাদাৰ | | ” |
| ৮। | যোগেশ্বৰ | কামত সহায় নকৰা বাবে। | দুমাহলৈ কামৰ-পৰা বৰ্খাস্ত। |
| ৯। | শশীধৰ মহৰী | কামত সহায় নকৰা বাবে। | দুমাহলৈ কামৰ-পৰা বৰ্খাস্ত। |
| ১০। | পূৰ্ণানন্দ মহৰী | কামত সহায় নকৰা বাবে। | দুমাহলৈ কামৰ-পৰা বৰ্খাস্ত। |
| ১১। | মিহিৰাম গগৈ মৌজাদাৰ | ” | মৌজাদাৰী কাঢ়ি লোৱা হয়। |

## সামৰণি

মণিৰাম দেৱানে ফুৰাই দিয়া বিদ্ৰোহৰ জুইকুৰা পুঙৱা বাবে মণিৰামৰ লগতে দেশৰ ধৰণী আৰু সমাজৰ প্ৰতিপত্তিশালী লোকৰ কোনোক এইদৰেই প্ৰাণে বধ কৰি, কোনোক শাস্তি বন্দী কৰি, কোনোক বিবিধ প্ৰকাৰৰ দুখ-কষ্টত পেলাই বৃটিছ চৰকাৰে দেশজুৰি ভীষণ হুলস্থুল লগাই দিলে। শাসকৰ নিৰ্মম আৰু মইমতালি বিচাৰৰ ফলত নিমাখিত প্ৰাণীয়েও মান-সম্মান, সুখ-সম্ভোগ জলাঞ্জলি দিবলগীয়া হ'ল। শান্তিৰ নামত কেৱল অশান্তিৰ ধুমুহা বলিল। ঘৰে-ঘৰে কান্দোনৰ ঊৰ্মি উঠিল। বল যাৰ চল তাৰ। পৰাক্ৰমী পাশৱিক ক্ষমতা অস্ত্ৰবলে স্বৰাজ্য-স্বধৰ্ম-স্পৃহা দলি পেলালে।

পেলাব নোৱৰা হ'লে, '৫৭ চালৰ কল্পিত কাৰ্য্যক্ৰমণিকাই বুৰঞ্জীত গৌৰৱদীপ্ত অধ্যায় এটি সৃষ্টি কৰিলেহেঁতেন। সেয়ে হোৱা হলে, বেলিমাৰৰ পিছৰ অৰুণোদয়ত স্বাধীনতাৰ নবীন আলোক দেখিবলৈ পোৱা হ'লহেঁতেন আৰু তাত মণিৰাম-পিয়ালীৰ ঠাইত বৃটিছ-শাসনৰ চং পিন্ধাসকল জিলিকি থাকিলহেঁতেন। কিন্তু ঘাটি পৰাৰ সকলোতে ঘাটি। অসমৰ, অসমৰ কি, সমগ্ৰ ভাৰতৰ প্ৰতিয়েই বিধি বাম। কৃতঘ্নতাশূন্য একতা, উমৈহতীয়া একাগ্ৰতা, পৰিস্কাৰ পৰ্য্যবেক্ষণ, কুশাগ্ৰবুদ্ধি আৰু লক্ষহীন দূৰদৰ্শিতা—এইবিলাকৰ অভাৱেই আছিল অসমীয়াৰ দুৰ্বলতা। বলৱন্ত কালচক্ৰৰ "লগতে বৃটিছৰ দমন চক্ৰই হেঁচা মাৰি ধৰাত সেই দুৰ্বলতাই আৰু মূকাব নোৱাৰিলে। নল মৰি ওলোৱা গজালিলৈ অসম্পূৰ্ণকৈ এৰি যোৱা কামখিনি সম্পূৰ্ণ কৰাৰ ভাৰ থাকি গ'ল। শস্য শ্যামলা ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত তল পৰি আছে। পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত ডেইপুৰি থকা ডেকাশক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাই স্বাধীনতাৰ মন্দিৰত অসমক স্বৰ্ণীয়া সঁফুৰা কৰিবই কৰিব। এইফেৰাই আশাৰ জীৱনী শক্তি। তথাপি মণিৰাম-পিয়ালীৰ কাঁচী আৰু সিবিলাকৰ সতীৰ্থসকলৰ নিকাৰ ভুঞ্জা শোকে আমাক খুন্দা নমৰাকৈ নেথাকে। জগতত হেজাৰ-বিজাৰ পৰিৱৰ্ত্তন হ'ল, হেজাৰে-বিজাৰে হাঁহিলে-মাতিলে, হেজাৰ-বিজাৰ বৃন্দাবন পুৰি ছাই হ'ল, তথাপি মণিৰাম-মৰণৰ আনুষঙ্গিক ঘটনাৱলী আজিও অসমীয়াৰ অন্তৰত উজানভাটীকৈ আছে।

---

# পৰিশিষ্ট

## ( ১ )

## সদৰ জজ মিল্‌ছৰ হাতত মণিৰাম দেৱানে দিয়া আৰ্জি

"মহামহিম মান্যবৰ সদৰ জজ বাহাদুৰ !

স্বৰ্গী মহাৰাজৰ শাসন।

অসমৰ স্বৰ্গী মহাৰজাসকলে নিৰ্ব্বিবাদে ছশ বছৰ ৰাজত্ব কৰি, ডা-ডাঙৰীয়াৰপৰা আৰবাদি পাহাৰী জাতি পৰ্য্যন্ত জাতিধৰ্ম নিৰ্ব্বিশেষে সকলোকে দয়া আৰু যুক্তি-বিবেচনাৰে পালন কৰি আছিল। কিন্তু, ৰাজবংশত গৃহ-কন্দল আৰু ৰজা-মন্ত্ৰীৰ মাজত খৰিয়াল হৈ থকাত ৰজাৰ হাতৰপৰা সিংহাসন আৰু ৰাজসন্মান খহি পৰে। এনেতে, মানে দেশ লৈ, প্ৰজাবিলাকক বাড়বাগ্নিত দগ্ধ কৰিলে। তাৰ পিচত, চৰ্কাৰ বাহাদুৰে স্বইচ্ছায় দেশ জয় কৰি মানক খেদালে। কিন্তু, সময়ত বুজা গ'ল যে গৱৰ্ণমেণ্টৰ ব্যয়ভাৰ গ্ৰহণ কৰিবলৈ এই ৰাজ্য অতি ক্ষুদ্ৰ। গতিকে, গৱৰ্ণমেণ্টৰ অনুমত্যানুসাৰে মিষ্টৰ ছেক্ৰেটৰী ছুইণ্টন চাহাবে ১৮২৫ চনৰ এপ্ৰিল মাহত এক আদেশপত্ৰ জাৰি কৰে। সেই অনুসৰি, ৰিচাৰ্ডছ আৰু মিষ্টাৰ ডেবিদ স্কটে ৰাজ্যখন চিনিয়ৰ খণ্ড আৰু জুনিয়ৰ খণ্ডত বিভক্ত কৰি দুখন জিলা পাতে। আৰু সম্ভৱপৰ হ'লে, দেশ জয় কৰোঁতে কৰা খৰচা থিনি উঠাব— এই উদ্দেশ্যেৰে চিনিয়ৰ খণ্ড চৰকাৰৰ নিজ তত্বাৱধানত ৰাখিলে। আৰু ভৈৰৱী নদীকে সীমা কৰি গোটেই ওপৰ অসম অংশ জুনিয়ৰ খণ্ড নাম দি ৰাজ্যভ্ৰষ্ট ৰজাৰ নামগৌৰৱ আৰু ত'ৰ বৰুৱা, ফুকন আদি পাত্ৰ-মন্ত্ৰীসকলৰ পদ-মৰ্য্যাদা যশমান ৰক্ষা কৰিবৰ নিমিত্তে পৃথকাই ৰাখিলে। দৰিদ্ৰ অসম ৰজাৰ উদাৰ আৰু মৰমিয়াল ৰাজত্বৰ সুবিমল ছাঁয়াত সুখে-সন্তোষে থাকিবলৈ পাম বুলি ভাবি, শেষোক্ত বিচাৰত এই অংশৰ সকলো প্ৰজাই অসীম আনন্দ অনুভৱ কৰিছিল। কিন্তু, উক্ত চাহাব দুজন

বৃটিছৰ শাসন।

যোৱাৰ লগে লগে প্ৰজাসকলৰ যশমান, পদমৰ্য্যাদা, জাতিকুল সকলো নষ্ট পাই দুখ-দুৰ্গতি আৰু লাজ-অপমানৰ সীমা নোহোৱা হ'ল।

ৰবাৰ্টছনৰ জমা বন্দৱস্তীত অসন্তোষ।

মিষ্টাৰ ডেৰিদ স্কটৰ পাচত, গোৰা চিপাহীবিলাকৰ মতানুযায়ী মিষ্টাৰ ৰবাৰ্টছনৰ ওপৰত দেশ শাসনৰ ভাৰ দিয়া হয়। স্কট চাহাব কিন্তু, এই মতৰ পক্ষপাতী নাছিল। সি যি হওক, মিঃ ৰবাৰ্টছনে শাসনৰ ভাৰ লৈয়েই দেশৰ দৰিদ্ৰতালৈ নেচাই জমা-বন্দৱস্তীৰ প্ৰৱৰ্ত্তন কৰে। তথাপি, দেশত বেমেজালি ঘটিবৰ সময়ত সূক্ষ্ম অনুসন্ধান কৰা হ'লে, চৰ্কাৰে দেখিবলৈ পালেহেঁতেন যে যি পক্ষৰ গাত বেমেজালি ঘটোৱাৰ দোষ আৰোপণ কৰা হৈছে সেই পক্ষৰ গাত সমূলি দোষ নাই। কিয়নো, বৰ্ত্তমান দেশ চলোৱাৰপৰা বছৰি যি আয়-ব্যয় হৈছে তাৰ বিচাৰ কৰি চালে দেখা যায় যে নানান শ্ৰেণীৰ পদমৰ্য্যাদাহীন নিম্নশ্ৰেণীৰ সন্ত-মহন্তসকলক চৰ্কাৰী মাটি-বৃত্তিৰপৰা বঞ্চিত কৰি ৰাখিও ৰাজ্যৰ যি আয় হৈছে তাৰেই ওপৰঞ্চি লাভ নৰখাকৈ যথেষ্টৰূপে দেশ শাসনৰ খৰচ বহন কৰিব পৰা হয়।

বৃটিছৰ শাসন নহয় যেনিবা বনৰজাৰ বৰ পেটত সুমুৱা শাসন হে।

ধৰ্ম্মাৱতাৰ হুজুৰ! আমি যেনিবা বৰ্ত্তমান বনৰজাৰ বৰ-পেটত হে সোমাই আছোঁহঁক। আমাৰ দুৰ্দশাৰদ্বাৰাই চৰ্কাৰ বাহাদুৰৰ কিবা উপকাৰ হ'লে আমি অৱশ্যে সন্তোষ পামহঁক। প্ৰকৃত পক্ষে, ইয়াৰ দ্বাৰাই না শাসিতৰ না শাসকৰ কাৰো উপকাৰ হোৱা দেখা নাই দেখোন! এইমানুক্ৰমেই যদি দেশৰ কাৰ্য্য-প্ৰণালী চলি থাকে, ভৱিষ্যতে যে আমাৰ কিবা মঙ্গল হ'ব, আমি আশা কৰিব নোৱাৰোহঁক।

পৰ্ব্বতীয়া জাতি বিলাকৰ লগত অসমৰ মিলাপ্ৰীতি ভাব।

স্বৰ্গদেৱসকলৰ দিনত, নগা-ডফলা-আবৰ-মিচিমি-চিংফৌ-খামতি-ভোট- গাৰো-মিৰি-নৰা-মিকিৰ-লালুং-দোৱনীয়া - ফাকিয়াল আদি দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিবোৰ দমন কৰি ৰখা হৈছিল। আৰু গোটেই দেশখন নটা ফৌজেৰেই শাসন কৰা হৈছিল। তদুপৰি, বৰা-শইকীয়াকে আদি কৰি পাত্ৰমন্ত্ৰী তিনি ডাঙৰীয়া-লৈকে সকলো ভাল মানুহ আৰু বিষয়াসকলক মৰ্য্যাদা-অনুসৰি

বৃত্তি-বিধান দি ভৰণ-পোষণ কৰা হৈছিল। সকলো শ্ৰেণীৰ মহন্তসকলক মনোমতৰূপে পোহপাল দিয়া হৈছিল। সময়ে-সময়ে পূজাউৎসৱ হৈছিল। হিন্দুৰ দৌল-দেৱালয়বিলাকত নিৰ্দ্ধাৰিত সময়ত পূজাপাটল আৰু বলি-বাহন দিয়া হৈছিল। অকল সিমানেই নহয়, পূৰ্বৰ ৰজাসকলে এই আটাইবোৰ ব্যয়ভাৰ গ্ৰহণ কৰিও ৰাজপৰিয়ালক ভৰণ-পোষণ দিছিল। কিন্তু, বৰ্তমান কোম্পানীৰ দিনত, পূৰ্বে একে লেঠাৰীয়ে ছশ বছৰকৈ ৰজাঘৰৰ-পৰা নিষ্কৰ মাটি-বৃত্তি উপভোগ কৰি থকা বা কৰকাটলৰপৰা ৰেহাই পাই থকাসকলৰপৰাও কৰ গ্ৰহণ কৰি, আৰবিলাককো হাট-ফাটৰ কাটল দিবলৈ বাধ্য কৰাই, আগতকৈ চাৰিগুণে কৰ বৃদ্ধি কৰা হৈছে, তথাপি এই ২৯ বছৰে, বৃটিছ চৰ্কাৰে দেশৰপৰা যথেষ্ট লাভ বা উপকাৰ পোৱা নাই! প্ৰকৃততে এনে কথাত আচৰিত হ'ব লগীয়া!

জিলা পাতি দুষ্ট মানুহৰ হে সৃষ্টি কৰা হৈছে।

জিল্লা আৰু মিছাতে খৰচ বঢ়োৱা ৰণুৱা চিপাহীৰ সংখ্যা বৃদ্ধি কৰাৰপৰা চৰ্কাৰৰ কিবা লাভ বা সুবিধা হৈছে যদি কব নোৱাৰোঁ; কিন্তু, এইটো হ'লে দৃঢ় বিশ্বাসকৈ ক'ব পাৰোঁ যে চৰ্কাৰ বাহাদুৰে গাঁৱে-গাঁৱে জিল্লা পাতি মিছা-প্ৰৱঞ্চনাত মত্ত থকা কেতবোৰ ঠগ আৰু দুষ্ট মানুহৰ হে সৃষ্টি কৰিছে মাথোন। আৰু ইহাতে মানুহবিলাককো নিচেই তুচ্ছ কথাতে গোচৰহাৰি কৰি সদাই সময় আৰু ধন অপব্যয় কৰিবলৈ চেলু দিয়া হৈছে। কোৱা বাহুল্য যে গবৰ্ণমেণ্টে দেৱানী কাছাৰী পাতি বৃথাতে ধনবোৰ আধানাৰ্জ্জি কৰিছে। কাৰণ, সেই দেৱানী বিচাৰত কোনো বন্ধা নীতি-নিয়ম বা দেশত চলি অহা ৰীতিৰ কোনো এটাকে প্ৰয়োগ কৰা নহয়; বৰং, তাৰ সলনি কৰা হৈছে কি? খিচিৰি সদৃশ এটি কুপ্ৰথা উলিয়াই ৰায়তৰ সৰ্বস্ব ধ্বংস কৰা হৈছে। একেখন খতৰ ওপৰতে নিৰ্ভৰ কৰি গুচৰীয়া-পদকীয়াৰ সুবিধাৰ্থে বিচাৰ মীমাংসা বা ডিক্ৰী দিব পৰা যি বিধি আছে, সেই বিধিয়েই এই কুপ্ৰথাৰ ফটফটীয়া প্ৰমাণ। ইয়াৰ উপৰিও জিল্লা চলাবলৈ যিবিলাক পণ্টনীয়া ছাত্ৰাৰ নিযুক্ত কৰা হৈছে

দায়িত্বহীন পণ্টনীয়া কৰ্মচাৰী।

সেইবিলাকৰ নো কৰ্তব্যজ্ঞান আছে নে নাই, নিয়মিতৰূপে অনুসন্ধান কৰিলে গম পোৱা হ'ব।

কাছাৰী, কানি আৰু অন্যায় কৰৰ হেতুত দেশ জুকলা হৈছে।

ধৰ্মাৱতাৰ! পুৰণি ৰীতি-নীতি উঠাই দি, তাৰ ঠাইত অন্যায়ৰূপে কৰ বহুৱাত, ন-কৈ কাছাৰী পতাত, কানি খাই খাই যি মানুহ খেতি-পথাৰ কৰিবলৈ সোৰোপা আৰু অকামিলা হৈ পৰিছে, সেই মানুহবে তৃপ্তি লগাবৰ অৰ্থে জিল্লাই জিল্লাই কানি উলিৱাত, দেশখন খাচ দখললৈ অনাত, কামাখ্যা মন্দিৰত পূজা-পাটল দিবলৈ একৰাত বায়তক অসংখ্য বিপদ-বিঘিনিয়ে জুমুৰি দি ধৰিছেহি আৰু দেশত ক্ৰমান্বয়ে ধান-চাউল হৰি আহিছে। এইবোৰ কাৰণতে, অসমৰ প্ৰজাসকল দিনে দিনে জুকলা হৈ আহিছে। ইয়াৰ যদি কিবা প্ৰমাণ লাগে, আমি ক'ব পাৰোঁহঁক যে বুঢ়া-গোহাঞিৰ দিনৰপৰা মিষ্টাৰ স্কট চাহাবৰ দিনলৈকে গাঁৱে গাঁৱে ধানেৰে মেটমৰা ভঁড়ালেৰে ২।৩।৪।৫ ঘৰলৈকে চহকী মানুহ আছিল। কিন্তু এই কোম্পানীৰ দিনত ১০০ খন গাঁৱতো তেনেকুৱা এঘৰ চহকী মানুহ পাবলৈ নোহোৱা হ'ল।

মৌজাদাৰ আৰু বিষয়া-সকলৰ দুখ-লগা অৱস্থা।

আগৰ দিনৰ বৰুৱা, ফুকন আৰু আন-আন বিষয়াতকৈ আজি-কালিৰ মৌজাদাৰ আৰু অন্যান্য বিষয়াসকল যে অসন্তোষীয়া হৈ দৰিদ্ৰ অৱস্থাত পৰিছে, অনুসন্ধান কৰিলে অৱগত হ'ব। ইয়াৰ বাহিৰেও, ঘৰ আৰু মাটি-বাৰীৰ খাজনা আদায় কৰি চৰ্কাৰে তৃপ্তি পায়। সেই তৃপ্তিৰ ব্যাঘাত নহ'বলৈ বহুত ৰায়তৰ সম্পত্তি বিক্ৰী কৰা হৈছে। অইন কি, বজাইও এই নিয়মৰপৰা অব্যাহতি লাভ কৰিব পৰা নাই। ত'ৰও অলপ কৰ বাকী পৰি থাকিলেও মাজে মাজে সম্পত্তি ক্ৰোক কৰা হয়। ইমানবোৰ কৰিও, চৰ্কাৰে একো সুবিধা কৰিবপৰা নাই। অধিক কি, বিষয়াবিলাকে নিজৰ উপজীব্য হেৰুৱাই কিমান দুৰ্গ-দুৰ্গতি আৰু শোক-বেজাৰেৰে কালাতিপাত কৰিবলগীয়া হৈছে, তদন্ত কৰিলে জানিব। সেইসকলৰ যোল অনাৰ ভিতৰত এক অনাই হে যদি ধাৰৰপৰা ৰক্ষা পৰি আছে। সেই অনাও যে সম্পূৰ্ণৰূপে মুক্ত তাকো ডাঠি ক'ব নোৱাৰি।

চৰ্কাৰে ভালেমান মাহুৰন্ত অসমীয়া ডাঙৰীয়াক পেঞ্চন দি সেইসকলৰ প্ৰতি অনুগ্ৰহ দেখুউৱা যেন অনুমান কৰিব পাৰে; কিন্তু, প্ৰকৃত কথা ক'বলৈ গ'লে, যিবিলাকে পেঞ্চন পাব লাগিছিল সেইবিলাকে একোকে নেপালে। অথচ, যিবিলাকে অলপ দিন মাথোন কাম কৰিছিল সেইবিলাকৰ ওপৰত হ'লে, এই অনুগ্ৰহৰ বৃষ্টিপাত কৰা হ'ল। এয়ে সূক্ষ্ম অনুসন্ধানৰ ফল! আযোগ্যৰ প্ৰতি অনুগ্ৰহ বৃষ্টি।

চকুকঢ়া, নাক-কাণ কটা, বলেৰে লোকৰ ছোৱালী ধৰি অনা, হাট-ফাটত কাটল লগোৱা, বলেৰ গাৱঁলীয়া মানুহ ধৰাই অনাই বগুৱা চিপাহী যোৱা আৰু ডাক অনা-নিয়া কৰা আলিত লগোৱাই আলি-আঁওতোৱা আদি গৰ্হিত নিয়মবোৰ উঠাই দি বৃটিছ গৱৰ্ণমেণ্টে অপৰিমিত প্ৰশংসা আৰু সুখ্যাতি অৰ্জন কৰিছে। কিন্তু, ন ধাৰা, ননীতি প্ৰবৰ্তন কৰি অসংখ্য আদালত স্থাপন কৰি, কৰ আদায় কৰাৰ অন্যায় উপায় উলিয়াই, পৰ্বতীয়া জাতিবোৰক গৰ্হিতৰূপে ব্যৱহাৰ কৰি সিহঁতৰে সৈতে সততেই যুদ্ধ লগাই দুয়ো পক্ষে ধনজন ধ্বংস কৰি চৰ্কাৰ বাহাদুৰে নিজৰ নাইবা, তেওঁখিলাকৰ প্ৰজাৰেই একো হিত সাধন কৰিবপৰা নাই! বৃটিছ শাসনৰ প্ৰশংসনীয় কাম। দেশত বিক্ষোভ

মানে নিষ্ঠুৰৰূপে অত্যাচাৰ আৰু স্বেচ্ছাচাৰভাৱে দেশত উৎপাত কৰিছিল যদিও, পুৰণি মৈদাম আৰু স্বৰ্গী মহাৰজা সকলৰ অস্থিত হাত নাছিল। কিন্তু, বৰ্ত্তমান শাসনকৰ্ত্তাৰ অনুগ্ৰহত সেই মৈদামবোৰ ঠানবান হ'ল ৰাজঅস্থিৰ জাত মৰিল আৰু তাত থকা সম্পত্তিবোৰ গুপ্তভাৱে লুপ্ত কৰা হ'ল। এৱম্বানুক্ৰমেই আমাৰ স্বৰ্গদেৱসকলৰ পুৰণি স্মৃতি-চিনবিলাক কলঙ্কিত আৰু অপমানিত কৰোৱা হ'ল। এইবিলাক কথা সঁচাকৈয়ে অতি গুৰুতৰ—দকৈ ভাবি চাব লগীয়া। বৃটিছে স্বৰ্গদেৱ সকলৰ অস্থিৰ জাত মাৰিলে।

পল্টনীয়া চাহাবসকলে ৰেৱিনিউ চেটেলমেন্ট (ভূমি বন্দবস্তী) কৰি তাৰ মজুমদাৰ কামত বিনাকামে বহুত সম্ভ্ৰান্ত অসমীয়া মানুহ পাবলৈ থকা সত্বেও, মাৰোৱাৰী আৰু চিলটীয়া বঙালী মানুহক সুমুৱাই লৈছে। আৰু সেই অসমীয়া ডাঙৰীয়া- অনঅসমীয়াক কামত লৈছে।

সকলক সিইঁতৰ ৰায়ত কৰি ৰাখিছে। এইটি বৰ পৰিতাপৰ কথা!

কর্তব্য লঙ্ঘনৰ বাবে বৃটিছক "পুৰস্কাৰ"ৰ সকীয়নি।

বাদ-বিসম্বাদৰ আগন্তুক থাকিলে, শাস্ত্রমতে ৰজাই প্রজাক ন্যায়ধর্মমতে পালন কৰিব লাগে। কিন্তু এতিয়া, সেই ৰূপে নকৰি তাৰ বিপৰীত পন্থা হে অৱলম্বন কৰা হৈছে। এই অন্যায় আৰু কর্তব্য লঙ্ঘনৰ বাবে এসময়ত নহয় এসময়ত সমুচিত পুৰস্কাৰ পোৱা হ'ব।

অসন্তোষৰ মাজত-শান্তিৰ সেন্দুৰী আলি ৰজাৰ প্রস্তাৱ :— অসম ৰজাৰ হাতত ৰাজ্য প্রত্যার্পণ কৰিব লাগে।

সেই দেখি, আমি বিনীতভাৱে জনাব খোজোইঁক যে উপযুক্ত অনুসন্ধান আৰু বিহিত বিবেচনা কৰি পুনৰ অসম-ৰজাকে এই দেশ চলাবলৈ দি পূর্বৰ ৰীতি-নীতি ধাৰা-বিধিবোৰৰ পুনৰ প্রচলন কৰায় যেন। (অৱশ্যে) ওপৰত উমুকিৱা চকু-কঢ়া, নাক-কাণ কটা, স্ত্রীঅপহৰণ আদি অত্যাচাৰ কৰিবপৰা আগৰ ক্ষমতা ৰহিত কৰিব লাগিব। ১৮২৭ চনত দাখিল কৰা এতলাত দর্শোৱা চুক্তি আৰু নির্বন্ধ অনুযায়ী চলিলে দেশৰ ৰাজকার্য্য চলাব আৰু চাবৰ নিমিত্তে মহামন্ত্রী মর্য্যাদাৰে এজন চিভিলিয়ান নিযুক্ত কৰিলে আৰু দেশত কেৱল শান্তিৰক্ষা কৰিবৰ নিমিত্তে দেশীয় চিপাহীৰ এটা ফৌজ ৰাখিলেই এই কাম সহজেই হৈ উঠিব। দুয়ো পক্ষৰ খৰচ বহন কৰিবলৈ দেশখনৰ ৰাজহেই জুৰিব। এই ৰাজহৰপৰা আৱশ্যক ৰূপে ধন খৰচ কৰি ৰাজ্য শাসন কৰিলেও চর্কাৰ বাহাদুৰে বছেৰেকত লাভ স্বৰূপে দুই লাখ টকা ওপৰঞ্চিকৈ ৰাখিব পাৰিব। এই নিয়মেৰে ইমানখিনি ধন চর্কাৰে ৰায়তৰ সুখ-শান্তিত বিপর্য্যয় নঘটে। কুৰি বছৰে-কুৰি বছৰে নিয়মৰ সালসলনি কৰিব পৰা হ'ব সেই নিয়মৰ দ্বাৰাই যি কৰ বৃদ্ধি কৰা হ'ব সেই বৃদ্ধিৰ যোল অনাৰ ভিতৰত ছয় অনা চর্কাৰে পাব আৰু দহ অনা ৰজাৰ ফালে থাকিব। এনে এটি সুন্দৰ প্রস্তাৱ চর্কাৰে অগ্রাহ্য কৰিলে অতি অশোভন হ'ব।

এটা ফৌজেৰেই পর্বতীয়া মানুহৰ মাজত শান্তিৰক্ষা কৰিব পাৰি। দোকান-পোহাৰ নথকা মানুহৰ সামান্য গোচৰ-হাৰি বা

মেল-দোৱানৰ বিচাৰ কৰিবলৈ কেইজনমান জনা-বুজা মেলুৱাইবে এখনি পঞ্চায়ৎ পাতিলেই হ'ব। শস্য বা খেতি-বাতিৰ কাৰণে লগা অলপীয়া কাজিয়া-পেঁচালৰ সোধ সুধিবলৈ এখনি বৰ পঞ্চায়তেই হ'ব। চৰ্কাৰে নিজে দেশত কানি চলোৱা নিয়মটো সমূলঞ্চে উঠাই দি কানীয়াক আফু খেতি কৰিবলৈ দিয়ক। কিন্তু আফু খেতি যাতে ভৱিষ্যতে আৰু নহয়, তাৰ নিমিত্তে মন্ত্ৰী চাহাবে উপায় কৰিব লাগিব। বহুত দিন কানি বৰ বিহৰ বাগীত পৰি থকা মানুহক হঠাতে আফু খেতি বন্ধ কৰিবলৈ ক'ব নোৱাৰি। সেই গুণে, ক্ৰমান্বয়ে বছৰে-বছৰে কুৰি ভাগৰ ভিতৰত এভাগৰ খেতি কমাই অনোৱা উচিত হ'ব।

পৰ্বতীয়া মানুহৰ মাজত শান্তি স্থাপন কৰিবলৈ এটা মাত্ৰ ফৌজ লাগে।

আফু খেতি উঠোৱাৰ প্ৰস্তাৱ।

সাতঘৰীয়া আহোম, চাৰিসত্ৰীয়া গোঁসাই আৰু ন-ৰথী সভা গোটাই তাৰ লগতে পাঁচ খেলৰ পাঁচ জন ভাল মানুহ বাছি অইন এখন সভা বা পঞ্চায়ৎ পতা হওক। এই কেইটা আৱশ্যকীয় পৰিৱৰ্তন কৰিব নোৱাৰিলে, ১৮২৭ চনত গৱৰ্ণমেণ্টক দাখিল কৰা এত লাত উল্লেখ কৰা মতে প্ৰস্তাৱ কেইটা কাৰ্য্যত খটুৱাই পুৰণি ৰীতি-নীতি ধৰ্ম-কৰ্মৰ প্ৰচাৰ কৰক। সেয়ে হ'লে, চৰ্কাৰ, ৰজা আৰু ৰাইজৰ মহৎ উপকাৰ হ'ব। যদি হে ওপৰত উল্লিখিত উপায় কেইটা অৱলম্বন কৰা নহয় তেন্তে, গৱৰ্ণমেণ্টৰ আইন অনুসৰি অসম ৰজাৰদ্বাৰাই অনুষ্ঠিত বিচাৰালয়তেই গোচৰ আদিৰ মীমাংসা হওক। এই প্ৰসঙ্গতে আৰু এটি বিষয় বিবেচনা কৰিব লগীয়া আছে। পূৰ্বৰ অসমৰ ৰাজকোঁৱৰ দুজনাৰ, এজনাক যদি সিংহাসনত বহুৱাবলৈ কোম্পানী চৰকাৰৰ অনুগ্ৰহ হয়, তেন্তে ইজনাই অন্তৰত দাৰুণ আঘাত পাব আৰু অত্যান্তিকৰূপে হতাশ হ'ব। সেই গুণে, ডাঙৰ জনা কোঁৱৰক ৰজা পাতি উপযুক্ত মান-মৰ্য্যাদা আৰু উপজীৱ্যেৰে সৰু জনা কোঁৱৰক যুৱৰাজ পতা নিতান্ত আৱশ্যক আৰু যুক্তিসঙ্গত হ'ব।

পঞ্চায়ত-গঠন আৰু তাৰ সভ্য মনোনয়নৰ সমষ্টি।

ধৰ্মাৱতাৰ! আপুনি গৱৰ্ণমেণ্টৰ তলতীয়া কেউখন জিলাৰ অধিপতিসকল আৰু অন্যান্য লোককো সুধিলে জ্ঞাত হ'ব যে স্বৰ্গী ৰজা আৰু বুঢ়াগোহাঞিৰ দিনত চমুৱা-পাইকে গাই পতি ডেৰ

বজাঘৰত খাজনা দিয়া প্ৰথা।

পুৰা আৰু কঁাড়ী পাইকে পুৰাকৈ মাটি পাইছিল। আৰু সেই মাটিৰ পৰিবৰ্তে সিহঁতে মূল, দেৱাল, তেৱালকৈ অৰ্থাৎ তিনি ভাগকৈ কাম কৰি বজাঘৰত খাটি দিব লাগিছিল। ইয়াৰ উপৰিও, বজাঘৰত কাপোৰ, বিহগুটি, মৰাপাত, লোণ, গৰু ছাল আৰু শিং যোগাইছিল। নানাপ্ৰকাৰ কৰ-পচাও দিছিল; দিব লগীয়া নাথাকিলে বছেৰেকত তিনি টকাকৈ কৰ শোধাইছিল। তথাপি, দেশখনে অভ্যুদয় সম্পত্তি উপভোগ কৰি আছিল।

অসমীয়া মানুহৰ অৱস্থা শোচনীয় হোৱাৰ কাৰণ সমূহ।

কিন্তু বৰ্তমান অৱস্থাত বায়তে ইমানবোৰ কাম কৰিব আৰু কৰ-পঁচা শোধাব নলগীয়া সত্ত্বেও কুলী বা চাকৰ কাম কৰি, মাহেকত তিনি টকাকৈ ৰূপ আৰ্জিও সুখ-শান্তি বিচাৰি হাবাথুৰি খাই ফুৰিছে। চৰ্কাৰ বাহাদুৰে অতবোৰ বেহাই আৰু সুবিধা দিয়াত ও যে ১, ১৸৵০, ২, ২৷৹, খাজনা পৰিশোধ কৰিবলৈ বায়তে থৰখুগুতি হেৰুৱাব লগীয়া হৈছে তাৰ কাৰণ কি?

তাৰ কাৰণ—

(১) ওপৰ আৰু মজলীয়া থাপ মানুহৰ বিষয়-বাসনাবোৰ উঠাই দিয়া হ'ল; তেওঁবিলাকৰ লগুৱা-লিকচৌবোৰ কাঢ়ি নিয়া হ'ল আৰু বন্দী-বেটীবোৰ মুকলি কৰি দিয়া হ'ল।

(২) যিবিলাক বায়তৰপৰা ছশ বছৰকৈ কৰ লোৱা নহৈছিল, সেইবিলাকৰপৰা এতিয়া কৰ লোৱা হৈছে।

(৩) যিবিলাকৰপৰা পূৰ্বপুৰুষসকলে কস্মিন্ কালেও হাল-কোৰ নেবাইছিল বা ভাৰ নবৈছিল, সেইবিলাকক এতিয়া এনে গৰ্হিত কাম কৰিবলৈ বাধ্য কৰোৱা হৈছে। অইন কি, মৌজাদাৰ, চৰ্কাৰী বিষয়া আৰু পেঞ্চন খাওঁতাসকলৰ এনে দুখ লগা অৱস্থা হৈছেহি যে তেওঁবিলাকেও অচিৰেই ওপৰুক্ত নিকৃষ্ট ব্যৱসায়ত ধৰিব লাগিব। তেওঁবিলাকৰ কোনো এজন কেতিয়াবা গৰজত পৰিলে তেওঁ নিজৰ গাৰ মঙহ এডোখৰ কাটি দিও ৰূপ এটকাকে ধাৰলৈ নেপায়। আৰু যদিস্যাৎ ৰূপ দহ টকাকে কেওঁৰপৰা ধাৰলৈ বিচাৰে তেন্তে তেওঁ আগতে সেই কেওঁৰ ঘৰত ২০ টকা বেচৰ অলঙ্কাৰ পোতা থ'ব লাগিব, তেহে তেওঁ শতকৰা মাহে

পাঁচ টকা বাঢ়ি ভৰি সেই ৰূপ দহ টকাকে পাব। অতবোৰ কষ্ট ভুগিও নিস্তাৰ পাবলৈ নাই। এই বিষয়ে কৰ্ত্তৃপক্ষই নিতান্তই চকু দিয়া উচিত।

সৰ্ব্বাতোপৰি, বছা-দৈয়াঙৰ মানুহবিলাকে মিঃ স্কট চাহাবৰ দিনলৈকে ধান খেৰেৰেই ভাতপানী বান্ধিছিল আৰু ঘৰ ছাই লৈছিল। কিন্তু, আজিকালি সেইবোৰ ঠাই এৰাবাৰী হ'ল আৰু বাঘ-ভালুক আদি বনৰীয়া জন্তু থকা অগাই-ধনি হাবিৰেই ভৰি পৰিল। ২০।২৫ বছৰৰ ভিতৰতে যেতিয়া এনে দৰে ধ্বংস পাবলৈ ধৰিছে আৰু ২০।২৫ বছৰ থকিলে যে তাৰ নাম ক'বলৈকে নাইকিয়া হ'ব!

বৃটিশ অহাৰ পূৰ্ব্বত অসমৰ অৱস্থা।

আপুনি খোদ মালিক। এইবিলাক কথাৰ সুন্দৰ বিচাৰ-মীমাংসা কৰি যথোপযুক্ত আদেশ প্ৰচাৰ কৰক। বাকী পৰত্তে জনোৱা হ'ব। ইতি—২৭ বৈশাখ, ১৭৭৫ শকাব্দ।

ঘনকান্ত সিংহ যুৱৰাজৰ আদেশমতে লেঠা নোহোৱা সকলৰ হৈ মণিৰাম দত্ত বৰুৱা দেৱান"



মহামহিম মান্যবৰ শ্ৰীল শ্ৰীযুক্ত সদৰ মেম্বৰ জজ বাহাদুৰ
বৰিকৰ নিকৰেষু

প্ৰাৰ্থনাকাৰী— { শ্ৰীমণিৰাম দত্ত বৰুৱা দেৱান
মোকাম শিৱসাগৰ জিলা।

মিলছক নিজাকৈ দিয়া দেৱানৰ দৰ্খাস্ত।

হুজুৰৰ গৰীৱ বান্দাই জনাওঁ যে পূৰ্বে তিনি শ বছৰকৈ যি চাৰি ঘৰ মানুহে চাং-কাকতীৰ বিষয় খাইছিল, সেই চাৰি ঘৰৰ ভিতৰত বান্দাৰ পূৰ্ব পুৰুষো এঘৰ। মানৰ দিনত বন্দীৰ পিতৃক ঘৰকাকতী বিষয় দি ৰখা হৈছিল। আৰু, ১৮২৫ চনত দেশখন বৃটিছৰ খাচ দখললৈ অহাত, ডেবিদ্ স্কট, কৰ্ণেল ৰিচাৰ্ডছ, কেপ্টেইন নবীনে তেওঁক যে অকল যে সেই বিষয়ত হে ৰাখিছিল এনে নহয়, ৰজাদিনীয়া মাটিৰ ৰাজহ সম্পৰ্কেও তেওঁৰপৰা যথেষ্ট জ্ঞান লাভ কৰিছিল। সেই বাবে, মাটিৰ নতুন বন্দবস্তি কৰিবৰ নিমিত্তে তেওঁকেই জিল্লাখনৰ নতুন পিয়ল কৰিবলৈ দিয়া হৈছিল।

সেই সময়ত বন্দীৰপৰাও গোটেই দেশৰ স্বাভাৱিক সমৃদ্ধি উৎপন্নাদিৰ বিষয়ে আৰু আয়-ব্যয়ৰ সম্পৰ্কেও পৰামৰ্শ লোৱা হৈছিল। পিচত, কৰ্ণেল ৰিচাৰ্ডছ আৰু কুপাৰৰ দিনত উজনি অসমৰ জমা নিয়মিতৰূপে সংগ্ৰহ কৰিব নোৱৰাত কেপ্টেইন নবীনে অধীনকে জিল্লাৰ চিৰস্তাদাৰ-তছিলদাৰ পাতিলে। তাৰ ফলত, ১৮২৫-২৬-২৭ চনত য'ত ৩৫০০, তিনি হেজাৰ পাঁচ শতকৈ সৰহ খাজনা নুঠিছিল, তত বছেৰকত এক লাখ টকা উঠিলগৈ। আন হাতে, সকলো মান্যৱন্ত লোকৰ সন্মান-সম্পত্তিও অটুট ৰখা হৈছিল। পুৰ্বৰ দৰেই, পৰ্বতীয়া জাতিবিলাকৰো সুব্যৱস্থা কৰা হৈছিল। তদুপৰি, কমিছেৰিয়েটৰপৰা একো সহায় নোপোৱাকৈ আসাম লাইট্ ইনফেন্ট্ৰিৰ ৰেজিমেণ্ট—মহৰৎ কা পল্টনৰ পাঁচোটা ফৌজক অধীনে নিজে পাঁচ বছৰকৈ বছৰ

যোগাইছিলোঁ। তেতিয়া চৰ্কাৰ বাহাদুৰৰ একো ক্ষতি হোৱা নাছিল। তাতোকৈও অধীনে নিজে কাম কৰা মানুহ সংগ্ৰহ কৰি ৰেজিমেন্টৰ লাইন তৈয়াৰ কৰাইছিলোঁ। ইঞ্জিনীয়েৰ বিভাগত কাম কৰি সকলো চাহাবৰ বঙলা সজাই দিছিলোঁ। কৰ্তৃপক্ষ-সকলে তাৰ মূল্যস্বৰূপে অধীনক যথেষ্ট বাত্তা দিছিল। আৰু অধীনৰ মান-মৰ্য্যাদাও অটুট ৰাখিছিল।

পুৰন্দৰ সিংহৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰাৰ পিচত, ৰজাৰ শাসনকাল অন্ত হ'ব লগীয়া হোৱালৈকে অধীনক পূৰ্বৰ চিৰস্তাদাৰ আৰু তহছীলদাৰ বিষয়তে ৰখা হৈছিল। কিন্তু, সেই কাম ইস্তফা দিয়া হল। তথাপি, ৰজাই ত'ৰ অধীনতে ভিন্ ভিন্ বাৰ খন বিষয় আৰোপণ কৰি দিছিল। সেই বিষয় ভোগ কৰি মনোমতৰূপে জীৱিকাৰ নিৰ্বাহ কৰি আছিলোঁ।

১৮৩৮ চনত ৰাজ্যখন গৱৰ্ণমেণ্টৰ খাচ দখলিলৈ অহাত, লেফ্টেনেন্ট ব্ৰডী ছাহাবে অধীনৰ সকলো বিষয় গুচাই পেলালে আৰু তিনিটা মৌজা আৰু মাহে ৫০্ টকাকৈ পোৱা চিৰস্তাদাৰ বিষয়ৰ বাহিৰে অধীনৰ সকলো বিষয় লোপ পালে। এই দুটি বিষয়ৰপৰা আশানুৰূপ উপাৰ্জন নোহোৱা দেখি, বিষয় পৰিত্যাগ কৰি আসাম কোম্পানীৰ দেৱান-কামত সোমালোঁ। তাত সোমোৱাত অধীনৰ পেঞ্চনো বন্ধ কৰা হ'ল। অধীনৰ চাৰি পুৰুষ ধৰি আৰু অধীনে নিজেও যি বিষয় ভোগ কৰিছিলোঁ তাৰ বাবে পেঞ্চন পোৱা উচিত আছিল।

এই অনুক্ৰমে ৯ খন বিষয়ৰপৰা অধীনক বঞ্চিত কৰিও, তাৰ পৰিবৰ্ত্তে, একো ক্ষতিপূৰণ দিয়া নহল। অধিক কি' নতুন পল্টনীয়া হাকিমে জিলাৰ ভাৰ লৈয়েই অধীনৰপৰা অধীনৰ যি আছিল অৰ্থাৎ ২১ বছৰকৈ ভোগ কৰা মৌজা কেইটাও কাঢ়ি নি মাটিয়ে-বাৰীয়ে অইনক দি দি অধীনক সামান্য মানুহৰ তলতীয়া ৰায়ত কৰিলে। ইয়াৰ দ্বাৰাই অধীনৰ মান-সন্মান আৰু জীৱিকাৰ উপায় লুপ্ত পালে। ইয়াৰ প্ৰতিকাৰৰ নিমিত্তে হজুৰত প্ৰাৰ্থনা জনোৱা হ'ল। কোৱা বাহুল্য যে, পূৰ্বে হজুৰৰ ভৃত্যাই

যি কাম অকলৈ সম্পাদন কৰিছিল, এতিয়া সেই কাম নজন হাকিমে হে কৰিব পাৰিছে।

ধৰ্মাৱতাৰ! ১৮২৫ চনৰপৰা ১৮৩৮ চনলৈকে ৰেৱিনিউ বৰ্ডৰ (ৰাজহ) আয়-ব্যয়ৰ হিচাপ, আৱৰাদিৰ মাজত হোৱা ধন-জনৰ ক্ষতি-সম্পৰ্কে পলিটিকেল এজেণ্টৰ নঠীপত্ৰবোৰ যদি ধৰ্মাৱতাৰে আৰু মিলিটেৰী কমিছেৰিয়েটত আৰু ইঞ্জিনীয়েৰি বিভাগত অনুসন্ধান কৰে তেন্তে এই নিঃকিনে নো কি কি ভাল কাম কৰিছিলোঁ পৰিষ্কাৰৰূপে জানিবলৈ পাব।

ধৰ্মৰাজ! নংখ্‌লৌ, চেৰাপুঞ্জি আৰু গাৰো দেশ অধিকাৰ কৰাৰ আৰম্ভৰপৰা অধীনক উচ্চ বিষয়ত নিযুক্ত কৰা হৈছিল আৰু সেই জাকৰা দেশত কাম কৰি থাকোঁতেই অধীনক বাত ব্যাধিয়ে আক্ৰমণ কৰে। কিন্তু, অধীনৰ পূৰ্বৰ মালিক নাইকিয়া হ'লত অধীনৰ অৱস্থা অতি শোকলগা হ'লহি। ভাস্কৰ-সদৃশ চৰ্কাৰ বাহাদুৰৰ নিষ্কলঙ্ক সুখ্যাতিৰ ওপৰত ইও এক প্ৰকাৰ ক'লীয়া কলঙ্ক!

কামৰূপত বাদে, বাকী চাৰিখন জিল্লাত হজুৰৰ এই বান্দাৰ সমান অইন কোনেও ইমান মালগোজাৰি (খাজনা) নিদিয়ে। অতএৱ, আপোনাৰ অনুগ্ৰহ পাবৰ বিশেষ উপযুক্ত।

মাননীয়, হজুৰ! মোৰ ভূমি-সম্পত্তিৰ নিমিত্তে বছেৰেকত ৫০০্ কৈ টকা গৱৰ্ণমেণ্টক শোধাবলৈ বৰ টান পাইছোঁ।

ইয়াৰ উপৰিও মোৰ ঘৰত বন্দীয়ে-বেটীয়ে খাওঁতা মানুহ ১৮৫ টা। সিহঁতকো খুৱাব-পিন্ধাব লাগে। অতএব হজুৰে উল্লিখিত অৱস্থাৰ বিহিত বিচাৰ মোক পূৰ্বৰ মান-সম্ভ্ৰমপূৰ্ণ আৰু জীৱন-নিৰ্বাহ কৰিব পৰা অৱস্থাত যেন পুনৰ নিয়োগ কৰে।

২৭ বৈশাখ,<br>
১৭৭৫ শকাব্দ

মণিৰাম দেৱান বৰুৱা।

উক্ত দৰ্খাস্তৰ লগতে দেশৰ শাসন-প্ৰণালী কেনেকুৱা হ'ব লাগে আৰু ৪০ বছৰৰ আগেয়ে অসম দেশৰ শাসন-পদ্ধতি কেনেকুৱা আছিল তাক দেৱানে পুঙ্খানুপুঙ্খৰূপে কঁহিয়াই দেখুৱাইছিল :—

১। **অসমৰ পৰ্ব্বতীয়া জাতি :—উত্তৰে**—১। চিংফৌ ; ২। খাম্‌তি ; ৩। মিচিমি ; ৪। আবৰ ; ৫। মিৰি ; ৬। ডফলা ; ৭। অঁকা ; ৮। কপাহচোৰ ; ৯। ভোট। **দক্ষিণে**—১। গাৰো ; ২। মিকিৰ ; ৩। লালুং ; ৪। নগা ; ৫। আইটনীয়া ; ৬। পানীনৰা , ৭। কাঁকিয়াল ; ৮। টেকেলীয়া নগা।

অতীতৰ নিয়ম অনুসৰি তেওঁবিলাকক কটকী, চাওডাং, বহুতীয়াৰ যোগে ৩৫০০০ টকা পৰিমিত আয়ৰ খাত-বিল আদি উপভোগ কৰিবলৈ দিয়া হৈছিল।

## ২। ৰাজভঁড়ালত আৱশ্যক হোৱা ধনৰ নিৰিখ আৰু ৰাজ বিষয়াৰ তালিকা :—

| | বিষয় | পাইক | টকা | পাইক |
|---|---|---|---|---|
| ১। | উজনি-নামনি ফুলীয়া | ২০ | ৪০ | ৩৫ |
| ২। | হেংদান ধৰা | ৮ | ১২ | ৫ |
| ৩। | পিকদান ধৰা | ২ | ৩ | — |
| ৪। | আৰোৱান ধৰা | ৪ | ৬ | ৪ |
| ৫। | তামুলী | ২ | — | — |
| ৬। | পাঁচনি | ৮ | ১২ | — |
| ৭। | কুকুৰাচোৱা | ২০ | ৩০ | ২১ |
| ৮। | চাওডাং | ২০ | ৩০ | ১৯ |
| ৯। | দোলাকাষৰীয়া | ২০ | ৩০ | ২৬ |
| ১০। | ডুবৰীবৰুৱা | ১৬ | ২৪ | ১৯ |
| ১১। | বেজশাল | ৪ | ৮ | ১২ |
| ১২। | চাংমাই | ৬ | ১৫ | ১৫ |
| ১৩। | জৰাধৰা | ৮ | ১২ | ৮ |
| ১৪। | পূজাৰী | ৬ | ৬ | ৫ |
| ১৫। | পৰিচাৰক | ৪ | ৬ | — |

| | বিষয় | পাইক | টকা | পাইক |
|---|---|---|---|---|
| ১৬। | লিগিৰা | ২০ | ৩০ | ৫ |
| ১৭। | লিগিৰী | ২০ | ৩০ | ৫ |
| ১৮। | লিকচন চাওৰক | ২০ | ৩০ | ৫ |
| ১৯। | গায়ন | ৩৫ | ৫২ | ৭॥০ |
| ২০। | নাচনী | ১৫ | ২২ | ৫ |
| ২১। | জোলা | ৪ | ৮ | — |
| ২২। | কাটনী | ৮ | ১৬ | — |
| ২৩। | তাঁতী | ৪ | ৮ | — |
| ২৪। | যুগী | ৮ | ১৬ | — |
| ২৫। | দৰ্জী | ৩ | ১০ | — |
| ২৬। | ধোবা | ৩ | ৯ | — |
| ২৭। | নাপিত | ২ | ৪ | — |
| ২৮। | সোণাৰি | ৪ | ২১ | — |
| ২৯। | কমাৰ | ৬ | ২৪ | — |
| ৩০। | মৰীয়া | ২ | ৭১ | — |
| ৩১। | কঁহাৰ | ৪ | ১১ | — |
| ৩২। | চলুৱা কঁহাৰ | ১ | ২ | — |
| ৩৩। | খনিকৰ | ৪ | ৮ | — |
| ৩৪। | কুণ্ডাৰ | ২ | ৪ | — |
| ৩৫। | নাওশলীয়া | ২০ | ৩০ | ১৫ |
| ৩৬। | খাতোৱাল | ২০ | ৬০ | ২০ |
| ৩৭। | বাৰীচোৱা | ১১ | ১৭॥০ | ৬ |
| ৩৮। | গুৱাল | ৮ | ১৫ | — |
| ৩৯। | হাতীবাঁহী-মাউত | ৩০ | ৬০ | ২৫ |
| ৪০। | ঘোঁৰাচোৱা | ২০ | ২০ | ৮ |
| ৪১। | শেনচোৱা | ২০ | ৩০ | ৮ |
| ৪২। | চাংকং | ১০ | ১৫ | ১০ |
| ৪৩ | কুঞ্জী বা হজুৱা | ১০০ | ২২৫ | ২৫ |
| | সৰ্বমুঠ— | ১০৩৫ | ৩১৯॥০ | |

### ৩। বকৰা-ফুকন আদি ডাঙৰীয়াসকলৰ নিমিত্তে বঁটা-পাইক :—

| | বিষয় | সংখ্যা | টকা | পাইক |
|---|---|---|---|---|
| ১। | বুঢ়াগোহাঁই ডাঙৰীয়া | ১ | ১৫০ ̣ | ১২৫ |
| ২। | বৰগোহাঁই ডাঙৰীয়া | ১ | ১৫০ ̣ | ১২৫ |
| ৩। | বৰপাত্ৰ গোহাঁঞি ডাঙৰীয়া | ১ | ১৫০ ̣ | ১২৫ |
| ৪। | বৰবকৰা | ১ | ১২০ ̣ | ৮০ |
| ৫। | চ'ৰাৰ ফুকন | ১ | ১২০ ̣ কৈ | ৩০ কৈ |
| ৬। | চোলাধৰা ফুকন | ১ | ১৮ ̣ | ১২ |
| ৭। | খাৰঘৰীয়া ফুকন | ১ | ১৮ | ১২ |
| ৮। | ঢেঁকীয়াল | ১ | ১৮ ̣ | ১২ |
| ৯। | নাওশলীয়া ফুকন | ১ | ১৮ ̣ | ১২ |
| ১০। | তামুলী ফুকন | ১ | ১৭ ̣ | ১০ |
| ১১। | বৰভণ্ডাৰ বকৰা | ২ | ৩২ ̣ কৈ | ২০ কৈ |
| ১২। | চমুৱা ফুকন-বকৰা | ৪ | ৩২ ̣ ,, | — |

### ৪। মেলভগীয়া বিষয়াৰ নিমিত্তে :—

| | বিষয় | সংখ্যা | টকা | পাইক |
|---|---|---|---|---|
| ১। | বাইডঙ্গীয়া ফুকন বকৰা | ২ | ১৫ ̣ | — |
| ২। | পৰ্বতীয়া ,, | ২ | ১৫ ̣ | — |
| ৩। | থঙ্গীয়া ,, | ২ | ১৫ ̣ | — |
| ৪। | চাৰিঙ্গীয়া ,, | ২ | ১৫ ̣ | — |
| ৫। | টিপমীয়া ,, | ২ | ১৫ ̣ | — |
| ৬। | মাজুমেলীয়া বকৰা | ১ | ৭৷৹ | — |
| ৭। | পুৰণি মেলীয়া বকৰা | ১ | ৭৷৹ | — |
| ৮। | ন-মেলীয়া বকৰা | ১ | ৭৷৹ | — |
| ৯। | গাভৰুমেলীয়া বকৰা | ১ | ৭৷৹ | — |
| ১০। | কলিচেং বকৰা | — | — | — |
| ১১। | নামৰূপীয়া বকৰা | ১ | ৭ ̣ | — |

| | | | | |
|---|---|---|---|---|
| ১২ । | এনাইখৰীয়া খকুৱা | ১ | ৭্ | — |
| ১৩ । | বাজখোৱা | ১২ | ১২০্ | — |
| ১৪ । | চেতীয়াপাত্ৰ খকৱা | ২১ | ৩০্ | ১২॥০ |
| ১৫ । | খৰফলীয়া খকৱা | ২ | ৪ | — |
| ১৬ । | কোঞ্চৰ ছিলৈদাৰী | ১০ | ১৫্ | ১২॥০ |
| | সৰ্ব মুঠ— | | ১১৩৮্ | ৫৮৩ |

## ৫ । ম-ৰধী লভাৰ বঁটা-বাহন :—

| | বিষয় | সংখ্যা | টকা | পাইক |
|---|---|---|---|---|
| ১ । | বৰকাকতী | ৮ | ১৬০্ | — |
| ২ । | বৰকটকী | ৬ | ৪৫্ | — |
| ৩ । | বৰদলৈ | ৪ | ৩০্ | — |
| ৪ । | সভাপণ্ডিত | ৪ | ৬০্ | — |
| ৫ । | জ্যোতিৰীয়া | ২ | ১২্ | — |
| ৬ । | শাস্ত্ৰ পঢ়া | ২ | ৮্ | — |
| ৭ । | চাং-খাটনিয়াৰ | ৪ | ১২্ | — |
| ৮ । | দেওধাই | ৪ | ২৩্ | — |
| ৯ । | বাইলুং | ৪ | ২১্ | — |
| ১০ । | চাংকাকতী | ৪ | ৬০্ | — |
| ১১ । | ভণ্ডাৰকাকতী | ১০ | ৮০্ | — |
| | সৰ্ব মুঠ | | ৫১১্ | |

| | | | |
|---|---|---|---|
| ১ । | খাউণ্ড | ৬ | ৩৬্ |
| ২ । | ফাৰ্চী পঢ়া | ২ | ১০্ |
| ৩ । | অসমীয়া চিপাহী চৰ্দাৰৈসৈতে— | | ৩৫০্ |
| | মুঠ— | | ৪৯৬্ |

| | | |
|---|---|---|
| ১ । | ৰজাৰ হাত-খৰচ – | ৩০০্ |
| ২ । | ৰজাৰ শ্ৰাদ্ধৰ নিমিত্তে— | ৬০্ |
| ৩ । | চোমদেও পূজাঘৰৰ— | ৪০্ |
| ৪ । | দৌল দেৱালয়, সেৱাপূজা চলোৱাত— | ১৭৫্ |
| ৫ । | সত্ৰাদিত পূজা নামকীৰ্তন— | ২২৫্ |
| | | ৮০০্ |

## ৬। দেশ শাসনৰ খৰচ :—

| | | মাহে | বছৰে |
|---|---|---|---|
| ১। | ৰাজহুৱা কামৰ নিমিত্তে ৰজাঘৰৰপৰা | ১৩৫৪॥০ | ১৬২৫৪. |
| ২। | ডাঙৰীয়া আৰু অন্যান্য মন্ত্ৰী বিষয়াৰ | ১৭২১. | — |
| ৩। | ন-ৰখী সভা | ৫১১. | ২৬৭৮৪. |
| ৪। | ফাৰ্চীপঢ়া আৰু অসমীয়া চিপাহী | ৩৬০. | ৪৩২০. |
| ৫। | ৰজাৰ নিজা খৰচ | ৮০০. | ৯৬০০. |
| | সৰ্ব মুঠ— | ৪৭৪৬॥০ | ৫৬৯৫৮. |

## ৭। দেৱাল খৰচ :—

| | | |
|---|---|---|
| ১। | শদিয়াৰ তামৰ ঘৰ আদিত | ১৩০. |
| ২। | বিশ্বনাথ দৌলত | ১০০. |
| ৩। | কামাখ্যাৰ মন্দিৰসমূহত | ১৫০. |
| ৪। | অন্যান্য খৰচ | ৫০০. |
| ৫। | সত্ৰসমূহৰ নিমিত্তে | ৭৫০. |
| | মুঠ টকা | ১৬৩০. |

## ৮। হাদাৰাচকীৰপৰা পাটকাই পৰ্বতলৈকে আৱশ্যকীয় ৰজাঘৰীয়া বিষয়াৰ লেখ :—

| | বিষয় | সংখ্যা | টকা | পাইক |
|---|---|---|---|---|
| ১। | মৰঙ্গীখোৱা গোহাঁই | ১ | ৮০. | ১০০ |
| ২। | শলাল গোহাঁই | ১ | ৮০. | ১০০ |
| ৩। | শদিয়াখোৱা | ১ | ১০০. | ১২০ |
| ৪। | মটকৰ বৰসেনাপতি | ১ | ৩০০. | ১০০ |
| ৫। | বৰফুকন | ১ | ২৫০. | ৪৫০ |
| ৬। | দৰংৰজা | ১ | ১৫০ | ২০০ |

| | বিষয় | সংখ্যা | টকা | পাইক |
|---|---|---|---|---|
| ৭। | চিচিদুৱৰীয়া | ১ | ১৫৲ | ২৫ |
| ৮। | লক্ষীমপুৰীয়া বুঢ়া | ১ | ১৫৲ | ১৫ |
| ৯। | বাছকটীয়া দুৱৰীয়া | ১ | ১৫৲ | ২৫ |
| ১০। | কলাবাৰী দুৱৰীয়া | ১ | ১৫৲ | ২৫ |
| ১১। | গহপুৰ দুৱৰীয়া | ১ | ১৫৲ | ২৫ |
| ১২। | ন-দুৱৰীয়া দুৱৰীয়া | ১ | ১৫৲ | ২৫ |
| ১৩। | ডফলাপৰীয়া ফুকন | ১ | ২০৲ | ৪৯ |
| | মুঠ টকা - | | ১০৭০৲ | ১২৬০ |
| ১৪। | চাৰিদুৱৰীয়া বৰুৱা | ১ | ৫০৲ | ৭০ |
| ১৫। | চতীয়া দুৱৰীয়া বৰুৱা | ১ | ৩০৲ | ৫০ |
| ১৬। | চাটগৰীয়া উজীৰ | ১ | ৩০৲ | ৫০ |
| ১৭। | কৰীয়াপৰীয়া | ১ | ২৫৲ | ৩০ |
| ১৮। | ৰহিয়াল বৰুৱা | ১ | ২৫৲ | ৩০ |
| ১৯। | জাগীয়াল গোহাঁই | ১ | ২০৲ | ৩০ |
| ২০। | নেলী, চহৰীয়া, খলা, গোভা, ( গাৰো ) কটকীবৰা | ১ | ১৫৲ | — |
| ২১। | ৰাণী, লুকী, নদুৱাৰ | ৯ | ৪৫০৲ | ৪০০ |
| ২২। | মায়ং আদি বৰফুকন, ৰজা পোৱালি | ৯ | ১২০৲ | — |
| ২৩। | জাগীয়াল ৰজাপোৱালি | ৭ | ৮৪৲ | — |
| ২৪। | টপাকুচীয়া আদি জাগীয়াল ৫ ৰজা পোৱালি | ৫ | ৬০৲ | — |
| ২৫। | মিকিৰ বৰুৱা | ১ | ১৫৲ | — |
| ২৬। | পূৰ্বৰ চোধাৰী | ২৬ | ৮০০৲ | ৫০০ |
| ২৭। | কামৰূপ ২৬ পৰগণা | ২৬ | ৮০০৲ | ৫০০ |
| ২৮। | পৰগণীয়া ৰাজখোৱা | ৪ | ৮০৲ | ৬০ |
| ২৯। | বঙাল-হাট | ১ | ১০০৲ | ১৭০ |
| | সৰ্ব মুঠ টকা— | | ১৯৩৪৲ | ১৪৩০ |

| | | | |
|---|---|---|---|
| শদিয়া তামৰ ঘৰ আদি | ১৩০৲ | ওপৰঞ্চি খৰচ | ৫০০৲ |
| শিৱনাথৰ মন্দিৰ | ১০০৲ | সত্ৰসমূহলৈ | ৭৫০৲ |
| কামাখ্যা দেৱালয় | ১০০৲ | সৰ্ব মুঠ | ১৬৩০৲ |

পাঁচ কোম্পানীৰ অসমীয়া চিপাহী পুলিচৰ খৰচা— ১৯৮০৲

| | | |
|---|---|---|
| ৩ খন থানা—১৫০৲; হিঃ— | | ৪৫০৲ |
| ৩ খন থানা—১৩৫; হিঃ— | | ৪০৫৲ |
| ৩ খন থানা—১১৫৲; হিঃ— | | ৩৪৫৲ |
| মুঠ ৯ খন থানা | মুঠ টকা | ১২০০৲ |

পঞ্চায়ৎ—

| | |
|---|---|
| ৩ খন পঞ্চায়ৎ | ৪৫৲ |
| ২ জন মহৰী | ২৫৲ |
| ১০টা বৰা আক টেকেলা | ২৩৲ |
| | ৯৩ |

ভেৰিদ ঘট-চাহাবে ১৮২৭ চনত কৰা আদেশ-অনুসৰি—

| | | |
|---|---|---|
| ১ । | ডাঙৰীয়া ৩ জন | ৬০০৲ |
| | বৰবৰুৱা ১ জন | ২০০৲ |
| | পলিটিকেল এজেণ্ট চাহাব | ৮০০৲ |

ভৈৰবী নদীৰ পুবে শাসনৰ নিমিত্তে দাখিল কৰা ২য় আঁচান—

| | | |
|---|---|---|
| ১ । | ৪ জন সহকাৰী চাহাব | ১,৭০০৲ |
| ২ । | ৪ জন আমোলা | ৯০০৲ |
| ৩ । | এখন জিলাৰ আৱশ্যকীয় খৰচ | ৪৫,০০০৲ |
| ৪ । | মহামন্ত্ৰী চাহাব খিতাপ পোৱা এজন চিভিলিয়ানৰ দৰ্মহা বা মাহিনা | ৫০,০০০ |

৯। স্বৰ্গী মহাৰজাৰ বংশধৰৰ হাতত দেশ অৰ্পণ কৰিলে কিৰূপ ব্যয় বহন কৰিব লাগিব তাৰ বিবৃতি :—

| সংখ্যা | বিৱৰণ। | ১নং প্লেন, এজন মহামন্ত্ৰীৰ অধীনত ৰাখিলে। | ২নং প্লেন, সহকাৰী নিযুক্ত কৰিলে। | ৩নং প্লেন, প্ৰত্যেক জিলাৰ নিমিত্তে। | স্কটৰ পৰিকল্পনা মতে উজনি অসম স্বৰ্গী মহাৰজাৰ হাতত অৰ্পণ কৰিলে | মন্তব্য |
| --- | --- | --- | --- | --- | --- | --- |
| ১। | পৰ্বতীয়া জাতিবিলাক ৰখাওঁতে কৰিবলগীয়া খৰচ :— | ৩৫,০০০ | ৩৫,০০০ | ৩৫,০০০ | ২৪,০০০ | চিভিলিয়ান্ বিষয়াই এজন বিজ্ঞ অসমীয়া লগত লৈ পৰ্ব্বতৰ উপকণ্ঠত ফুৰি কৰ্ত্তব্য কৰিব। |
| ২। | ৰজাৰ নিমিত্তে :— | ৩০,১৭৪ | ৩০,১৭৪ | ২৯,০০০ | ২৯,০০০ | ৰজাৰ মানসম্ভ্ৰম ৰক্ষাৰ্থে এয়ে যথেষ্ট। |
| ৩। | ডাঙৰীয়াসকলৰ আৰু কৰ্ম্মচাৰীৰ নিমিত্তে :— | ২৬,৭৮৪ | ২৬,৭৮৪ | ২৫,০০০ | ২৫,০০০ | গৱৰ্ণমেণ্টে দিয়া পেঞ্চন বন্ধ কৰিব লাগিব। পেঞ্চনভোগী সকলক অলপ বঁটাবাহন দি ৰাজ্যৰ নিমিত্তে কাম কৰিবলৈ নিযুক্ত কৰিব লাগিব। |

ক্ৰমশঃ

| | | | | | | |
|---|---|---|---|---|---|---|
| ৪। | হাবীবাচকীবপৰা পাটকাই পৰ্ব্বতলৈকে খৰচ : | ৬৮,৩২৮ | ৬৮,৩২৮ | ৬০০০ | ——— | মানুৰত্ত বিষয়াবিলাকৰ ভৰণপোষণৰ অৰ্থে এই বট্টাই যথেষ্ট হ'ব। ইয়াৰ ভিতৰতে ডাৰোগা, মুঞ্চিফ আৰু পঞ্চায়তো থাকিব। শেৰৰ বিধত ব্যয় অধিক হ'ব। |
| ৫। | পুলিচ থানা আৰু পঞ্চায়ত পতাত :— | ১৫,০০০ ১০০০ | ১৫,০০৪ | ১৫,০০০ | ——— | মুঠেই নখন থানাৰহে প্ৰয়োজন অন্যান্য কৰ্মচাৰীৰে এয়ে যথেষ্ট। |
| ৬। | পুৰোহিত আৰু পূজা-পাটলত :— | ২০,০০০ | ২০,০০০ | ২০,০০০ | ৪৮,০০০ | কামৰূপ। |
| ৭। | অসমীয়া চিপাহী :— | ২১,০০০ | ২১,০০০ | ২১,০০০ | ——— | লাইট্ ইনফেন্ট্ৰিৰ ফৌজটো যদি সকলো ঠাইতে থোৱা হয়, খৰচৰ আৱশ্যক নহ'ব। এঠাইত ৰাখিলেহে লাগিব। |
| ৮। | কৃষি-কমিটি :— | ১০০০ | ১০০০ | ১০০০ | ——— | বায়ত দুখীয়া। সেইবাবে নগদ টকা খাজনা নলৈ সিবিলাকৰপৰা খাৰ, কপাহ, লা, চাহপাত, হাতী দাঁত, জলকীয়া ইত্যাদি বস্তু বট্টা নিয়মত বেচা-কিনা কৰিব লাগিব। |

| | | | | | | |
|---|---|---|---|---|---|---|
| ৯। | লগুৱা লিকচৌৰে সৈতে পলিটিকেল এজেণ্ট :— | ৮৪০০০৲ | ৮৪০০০৲ | ৮৪০০০৲ | ৮৪০০০৲ | নামনি অসমৰ নিমিত্তে পলিটিকেল এজেণ্ট আৱশ্যক হ'ব। সুকীয়া অফিচাৰ এজন নেথাকিলে ফৌজৰ সেনাপতি-জনেই পলিটিকেল এজেণ্ট হ'ব পাৰিব। |
| ১০। | অভিজ্ঞ চিভিলিয়ান কৰ্ম-চাৰী আৰু তেওঁৰ অফিচৰ নিমিত্তে :— | ৫০০০৲ | ৫০০০৲ | ৫০০০৲ | — | এয়ে যথেষ্ট। এওঁ বিবাহিত আৰু অভিজ্ঞ বিষয়া হ'ব লাগিব। |
| ১১। | সহকাৰীৰ নিমিত্তে :— | — | ৩১২০০৲ | — | — | অফিচ আৰু কৰ্মচাৰীৰ নিমিত্তে এয়ে যথেষ্ট। |
| ১২। | এখন জিলাত | — | — | ৪৫০০০৲ | — | |
| | মুঠ :— | ২৯৪৬৮৬৲ | ৩১৫৮৮৬৲ | ৩১৮৪০০৲ | ২৮১২০০ | |
| ১৩। | আসাম লাইট ইনফেণ্ট্ৰি, | ১৭৩০০০৲ | ২০০০০০৲ | ২০০০০০৲ | — | আহিলাপাতি পালে এই ফৌজটোক ১৭০,০০০ টকায়েই জুৰিব। যদি নোজোৰে ২০০০০০৲ টকা লাগিব পাৰে। |
| | সৰ্বমুঠ টকা :— | ৪৬৪৬৮৬৲ | ৫১৫৮৮৬৲ | ৫১৮৪০০৲ | ২৮১২০০৲ | |

শ্ৰীমণিৰাম দেৱান বৰুৱা

১০। স্বৰ্গী মহাৰজাৰ দিনত যি-যি বিষয়াই ৰজাঘৰৰপৰা ভৰণ-পোষণ পাইছিল :—

( লাখেৰাজ ভোক্তাসকল, ৰজাৰ পৰিয়াল

আৰু বিষয়াসকলৰ পদ-মৰ্য্যাদা )।

( ক )

| | | | | | |
|---|---|---|---|---|---|
| ১। | ৰাজকোঁৱৰ | ৩ | ১৪। | ঘোঁৰা কোঁৱৰ | ১ |
| ২। | বৰগোহাঁই পৰিয়াল | ১ | ১৫। | নৰা কোঁৱৰ | ১ |
| ৩। | বুঢ়াগোহাঁই পৰিয়াল | ১ | ১৬। | পাথিমৰীয়া | ১ |
| ৪। | বৰপাত্ৰ ,, ,, | ১ | ১৭। | ৰাইডঙ্গীয়া ফুকন | ১ |
| ৫। | লাহন ডেকা গোহাঁই | ১ | ১৮। | চাৰিং ডেকা | ১ |
| ৬। | সন্দিকৈ ডেকা | ১ | ১৯। | লুঠুৰি চেতীয়া | ১ |
| ৭। | ডুবৰা ডেকা | ১ | ২০। | চৰাল বকৰা ডেকা | ১ |
| ৮। | দিহিঙ্গীয়া ডেকা | ১ | ২১। | চেতীয়া | ৯ |
| ৯। | পাতৰ ডেকা | ১ | ২২। | দেওধাই | ১ |
| ১০। | বকতিয়াল | ১ | ২৩। | ৰাইলুং | ২ |
| ১১। | লান্মাথক | ১ | ২৪। | খামতি ৰজাৰ ঘৰ | ১ |
| ১২। | চিৰিং ফুকন | ১ | ২৫। | বৰসেনাপতিৰ পৰিয়াল | ১ |
| ১৩। | হাতী কোঁৱৰ | ১ | | | |

( খ )

লাখেৰাজ পোৱা কায়স্থ :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | ডুবৰা কাকতী | ১ | ৬। | শলগুৰীয়া ,, | ১ |
| ২। | চলিহা কাকতী | ১ | ৭। | তুকৰীয়া ,, | ১ |
| ৩। | কাথৰ ঘৰৰ | ১ | ৮। | মাটিখোৰা ,, | ১ |
| ৪। | গজপুৰীয়া কাকতী | ১ | ৯। | বণিয়া ,, | ১ |
| ৫। | নামতীয়াল ,, | ১ | ১০। | ( বঙাল কাকতী ) | ১ |

(গ)

**লাখেৰাজ ভোক্তা ভূঞা :—**

| | | | | | |
|---|---|---|---|---|---|
| ১। | বাৰভূঞা লহকৰী | ৬ | ৫। | গায়নবৰা | ১ |
| ২। | তামদলৈ | ১ | ৬। | পাচনী | ১ |
| ৩। | বেজদলৈ | ১ | ৭। | তামুলী দাধৰা | ১ |
| ৪। | লেপদলৈ | ১ | | | |

(ঘ)

**বঢ়ালি ভোক্তা চমুৱাৰ ভিতৰ :—**

| | | | | | |
|---|---|---|---|---|---|
| ১। | বৰবৰুৱা ডেকা চমুৱা | ১ | ৪। | সোণাৰী দলৈ | ৪ |
| ২। | বিলতীয়া ,, | ৩ | ৫। | কমাৰ হাজৰিকা | ১ |
| ৩। | বাজে ,, | ১ | | | |

(ঙ)

**ৰাজ-সাহায্যত প্ৰতিপালিত হোৱা ব্ৰাহ্মণৰ :—**

| | | | | | |
|---|---|---|---|---|---|
| ১। | কটকী | ৮ ঘৰ | ৭। | লাওমুৰা | ১ |
| ২। | সভাপণ্ডিত ( স্মৃতিপঢ়া, জ্যোতিষীয়া, চাং খাটনিয়াৰ ) | ৬ | ৮। | বেজবৰুৱা | ২ |
| | | | ৯। | বিষ্ণুমুণ্ড | ১ |
| | | | ১০। | থাউণ্ড | ৮ |
| ৩। | ৰাজগুৰু | ২ | ১১। | দৈচুঙীয়া | ১ |
| ৪। | কাত্যায়ণ (ৰজাৰ পুৰোহিত) | ১ | ১২। | ভেলাগঞা পাচনী | ১ |
| ৫। | দিলীহীয়াল ( দিলিয়াল ) | ১ | | | ৩৩ ঘৰ |
| ৬। | শিৰোমণি | ১ | | | |

এইসকল ব্ৰাহ্মণে নিষ্কৰ মাটি বৃত্তি উপভোগ কৰিছিল আৰু কেতিয়াবা ভাল কাম কৰাৰ পুৰস্কাৰস্বৰূপে ব্ৰহ্মোত্তৰ মাটিও পাইছিল।

**(চ) গণকৰ :—**

| | | |
|---|---|---|
| ১। | কাকতীয়া— | ৪ |
| ২। | দলৈ— | ৪ |
| ৩। | বেজ— | ২ |
| | | ১০ |

**(ছ) মুছলমানৰ :—**

| | | |
|---|---|---|
| ১। | দেৱান— | ১২ |
| ২। | নবাব ডেকা— | ১ |
| ৩। | ফাৰ্চী পঢ়া— | ২ |
| ৪। | ফলিকটা— | ১ |
| | | ১৬ |

১১। ভিতৰুৱা ঠাইৰ বিবিলাক বিষয়াই বা খেলে বাজহ দিব লাগিছিল :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | মৰঙ্গীয়া চমুৱা | ১ | ১৩। | বৰকায়স্থ বৰুৱা | ৮ |
| ২। | শলাল-চমুৱা | ১ | ১৪। | বৰ ব্ৰাহ্মণ | ১২ |
| ৩। | খৰঙ্গীৰ বৰা পৰিয়াল | ১ | ১৫। | গুৱাহটীয়া মজুমদাৰ | ১ |
| ৪। | কড়ালৰ বৰা পৰিয়াল | ১ | ১৬। | পানী কাউৰী | ১ |
| ৫। | পানীগঞা ভূঞা | ১ | ১৭। | গুৱাহটীয়া বৰুৱা | ৩ |
| ৬। | বাথৰৰ ডেকা | ১ | ১৮। | কটকী | ৬ |
| ৭। | সিদ্ধুৱাৰ ঘৰ | ১ | ১৯। | দলৈ | ৪ |
| ৮। | চাৰি ভুৱৰীয়াৰ বৰুৱাৰ ঘৰ | ১ | ২০। | জ্যোতিষীয়া | ২ |
| ৯। | চতীয়া বৰুৱাৰ ঘৰ | ১ | ২১। | নাওশলীয়া বৰুৱা | ১ |
| ১০। | উজীৰ ( মুছলমান ), দৰং ৰাজকোঞৰ, বৰুৱা, ডেকা | ৪ | ২২। | ডেকা চমুৱা খেল | ১ |
| ১১। | পৰগণীয়া বুজৰবৰুৱা | ১ | ২৩। | শূদ্ৰ মহন্ত | ১ |
| ১২। | ৰৰকাথৰ বুজৰ বৰুৱা | ২ | | মুঠ ৫৭ পৰিয়াল। | |

১২। এইসকলে ব্ৰহ্মোত্তৰ মাটি পাইছিল :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | চাৰিসত্ৰৰ থাটনিয়াৰসকল | ৪ | ৭। | পৰ্বতীয়া গোসাঁই | ১ |
| ২। | ভট্টাচাৰ্য্য পণ্ডিতৰ ঘৰ | ১ | ৮। | নাতি গোসাঁই | ১ |
| ৩। | দেবলীয়া ঠাকুৰ | ১ | ৯। | পহুৰীয়া গোসাঁই | ১ |
| ৪। | দেবলীয়া পাঠক | ১ | ১০। | মুকলি মুৰীয়া „ | ১ |
| ৫। | ব্ৰাহ্মণ-মহন্ত | ১ | ১১। | শিৱাচাৰ্য্য | ১ |
| ৬। | গুৱাহাটী-গড়গাঁৱৰ সম্ভ্ৰান্ত ব্ৰাহ্মণ | ১ | | | |

১৩। এইবিলাকে দেৱোত্তৰ ভূমি উপভোগ কৰিছিল :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | কামাখ্যা দেৱী | ১ | ৪। | শুক্ৰেশ্বৰ আৰু অন্যান্য বিগ্ৰহ | ৪৮ |
| ২। | হাজো | ১ | | | |
| ৩। | উমানন্দ কেদাৰ | ২ | ৫। | তাম্ৰেশ্বৰী ( শদিয়া ) | ১ |

| | | | | | |
|---|---|---|---|---|---|
| ৬। | বিশ্বনাথ আৰু অন্যান্য দেৱী | ২৪ | ১৭। | দক্ষিণপাট সত্ৰ | ১ |
| ৭। | নাম সুৰেশ্বৰী | ৭ | ১৮। | গড়মুৰ সত্ৰ | ১ |
| ৮। | কলীয়া ৰবকামাখ্যা, নাগশঙ্কৰ-ফুলবাৰী কলিয়নীৰ দেৱালয়েসৈতে | ২ | ১৯। | কুৰুৱাবাহী সত্ৰ | ১ |
| | | | ২০। | সৰু গড়মুৰ " | ১ |
| | | | ২১। | ডিফলু " | ১ |
| ৯। | দেৰগাঁৱৰ দৌলৰ সদাশিৱ | ১ | ২২। | ফুটুকা চাপৰী " | ১ |
| ১০। | জয়সাগৰ দৌলৰ দেৱতা | ৫ | ২৩। | মাহাৰা " | ১ |
| ১১। | শিৱসাগৰ দৌলৰ " | ৩ | ২৪। | বৰ বাৰজনীয়া সত্ৰ | ৬ |
| ১২। | গৌৰীসাগৰ " " | ১ | ২৫। | সৰু বাৰজনীয়া " | ৫ |
| ১৩। | ৰুদ্ৰসাগৰ " " | ১ | ২৬। | কালসংহতি সত্ৰ | ৬ |
| ১৪। | ৰঙপুজাঘৰ আৰু মহেশ্বৰ | ১ | ২৭। | শ্ৰীচৈতন্যীয়া শিষ্য | ২ |
| ১৫। | বাজেদেৱাল | ১ | ২৮। | আউনীআটীৰ বঢ়া সত্ৰ | ৪ |
| ১৬। | আউনীআটী সত্ৰ | ১ | ২৯। | দক্ষিণপাটৰ বঢ়া সত্ৰ | ৪ |

সৰ্বমুঠ— ১৩৬ ধন

এইবিলাকৰপৰা কম নিৰিখত খাজনা লোৱা হৈছিল :-

১। মহাপুৰুষীয়া থান বা সত্ৰ—৪৮

২। দামোদৰীয়া আৰু মহাপুৰুষীয়া সত্ৰ, কামৰূপ ৩৬০ = মুঠ ৪০৮ ( আৰু আছে )।

১৪। খাজনা দিব নলগীয়াসকলৰ চিহ্ন :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | দৰ্বাৰত থকা—৩৬ + ২৪ = ৬০ | | ৫। | বেহাই নিৰিখত খাজনা দিওঁতা— | ৪০৮ |
| ২। | " চহৰত থকা— | ৫৭ | | | |
| ৩। | " ব্ৰহ্মোত্তৰ মাটি উপভোগ কৰোঁতা— | ৪১ | ৬। | গণক— | ১০ |
| | | | ৭। | মুছলমান— | ১৬ |
| ৪। | " দেৱোত্তৰ মাটি | | ৮। | ৰৱতীয়া ভকত— | ১০ |

মুঠ—১৩৬

১৫। বৃটিছ শাসন-প্ৰৱৰ্তনত হোৱা উপকাৰ :—

এইকেইটা নিয়ম উঠাই দিয়াত :—

১। নাক-কাণ কটা।

২। চকু কঢ়া।

৩। বলাৎকাৰ কৰি লোকৰ ছোৱালী ধৰি নিয়া।

এইকেইটা প্ৰবৰ্তন কৰাত :—

৪। বাটৰ কাটল তুলি দিয়া।

৫। নিয়মিত ডাকৰ বন্দবস্ত কৰা।

৬। বিদেশলৈ হুণ্ডী পঠিয়াৰ নিয়ম চলোৱা।

৭। পঢ়াশালি পতা—যদিও তাৰপৰা একো উপকাৰ হোৱা নাই।

৮। বন্দী-বেটীবোৰ মুকলি কৰি দিয়া। সিহঁতে এতিয়া মাহে ২৲ টকা ২॥০ টকাত কাম কৰি খাব পাৰিব। কিন্তু নিজৰ নিজৰ খেতি-পথাৰ কৰি লোকৰ কাম কৰিবলগীয়া হ'লে সাংসাৰিক অৱস্থা হীন হ'ব।

৯। পূৰ্বৰ শাসন-পদ্ধতি :

ডেবিদ স্কট আৰু ৰবাৰ্টচনে দিয়া নিৰ্দেশমতে আদালত স্থাপন হ'লে প্ৰজাৰ মহৎ উপকাৰ হ'ব। (স্বাক্ষৰ) মণিৰাম দত্ত দেৱান বৰুৱা।

**১৬। পুৰণি ৰীতিনীতি আৰু ৰজাভঙাৰ বাবে বৃটিছ শাসনৰপৰা পোৱা অপকাৰ, আসোঁৱাহ আৰু অসুবিধা :—**

১। ১৭টা পৰ্বতীয়া জাতি আৰু তেওঁবিলাকৰ চৌতাং-কটকীসকলক ৰজাদিনত যি খাত-পাম-বিল আৰু বঁটা-বাহন দিয়া হৈছিল সেইবোৰ এতিয়া কোম্পানীৰ দিনত ৰহিত কৰা হ'ল।

২। এইখন কামাখ্যা দেৱীৰ দেশ। এই দেৱীক ৬০০ বছৰে পূজা-অৰ্চনা কৰি অহা হৈছে। এতিয়া, ইয়াত পূজা কৰোৱাৰলৈ একৰ'ই দিয়াত আৰু হিন্দুধৰ্মক অৱজ্ঞা কৰাত, দেশত মাৰি-মৰক, পীড়া-পৃষ্টি, অকাল-অনাটনে দেখা দিছেহি।

৩। এনে দুৰ্গতিৰ কাৰণ বতৰ ভাল নোহোৱাটোও হ'ব পাৰে। কিন্তু, সকলোৱে ওপৰোক্ত আওহেলাকেই কাৰণ বুলি বিশ্বাস কৰে। তাৰ লগতে এইকেইটাও প্ৰধান :—

৪। ওখ থাপৰ বিষয়াবিলাকক কামৰপৰা গুচাই দিয়া হ'ল। তেওঁবিলাকৰ লগুৱা-লিকচৌবোৰকো আঁতৰোৱা হ'ল।

৫। পূৰ্বে, তেওঁবিলাকে ৰজা ঘৰৰপৰা অলেখ অনুগ্ৰহ আৰু বিশেষ সন্মান লাভ কৰিছিল ; বছৰি একোটা উপঢৌকন পাইছিল আৰু ৰাজকৰৰপৰাও অব্যাহতি পাইছিল। এতিয়া, তেওঁবিলাকৰপৰা ৰাজহ আদায় কৰা হৈছে।

৬। যিবিলাক বিষয়াই ৬০০ বছৰ ধৰি ৰজাঘৰীয়া উপাধি আৰু উপজীৱা পাই আহিছিল, এতিয়া তেওঁবিলাকক তাৰপৰা বঞ্চিত কৰা হৈছে। সামান্য হজুৰাৰ দৰে তেওঁবিলাকেও খাজনা দিবলগীয়া হোৱাত বিপদৰ সীমা নোহোৱা হৈছে।

৭। এটাইবোৰ জাতকে একাকাৰ কৰাত প্ৰজাবিলাকে মৰ্মান্তিক দুখ পাইছে।

৮। শিষ্যসকলৰ ওপৰত পুৰোহিতৰ প্ৰভাৱ নাইকিয়া কৰাত, মিছা-বেশ্যা-মদাহী আদি বেয়া অভ্যাসবোৰ একৰাবলৈ ক্ষমতা নাইকিয়া হ'ল। সকলো খেলৰ মানুহেই এই কথাত গুৰুতৰ বেজাৰ পাইছে।

৯। জিলাৰ ভাৰ পোৱা ডেকা পল্টনীয়া চাহাববিলাকৰ বৰ উদ্ধত স্বভাৱ। প্ৰজাৰ মাজত হোৱা অশান্তি-উদ্বেগৰ সিও এটা প্ৰধান কাৰণ।

১০। জিলা-চলোৱা সেই চাহাববিলাকৰ ভেকালি তেজ আৰু উতন্থুৰা স্বভাৱৰ বাবেই হিতাহিত বিচাৰ কৰিব নোৱাৰে, নাইবা প্ৰজাৰ নীতি-নিয়ম বুজি কামো কৰিব নোৱাৰে।

১১। খামতি আৰু অন্যান্য পৰ্বতীয়া জাতিবিলাকক আলিত কাম কৰিবলৈ বাধ্য কৰোৱা বাবে, তেওঁবিলাকৰপৰা বন্দী বেটীবোৰ কাঢ়ি অনা বাবে খামতিইঁতৰ মাজত অসন্তোষৰ ভাব ফুটি ওলাইছে। সেই অসন্তোষৰ নিমিত্তেই কৰ্ণেল আডাম হোৱাইটৰ মৃত্যু হ'ল।

১২। মিঃ স্কটে, পূৰ্ব্বে বিচাগাম ৰজাক মাহিলি ৫০ টকাকৈ পেঞ্চন দিছিল। এতিয়া সেই পেঞ্চন গুচাই পেলোৱা হ'ল। সেইবাবেও ওপৰোক্ত অসন্তোষ আৰু হত্যা।

১৩। ৰৰহাটৰপৰা লোণপুং উঠাই দিয়া বাবেই নামচঙ্গীয়া আৰু বৰ ডুৱৰীয়া নগাৰ মাজত কাজিয়া লাগি থাকে।

১৪। নগাৰপৰা ঘৰে ঘৰে ইমানবোৰ কাপোৰ, খাজনা বুলি লোৱা বাবেই, সম্ভৱতঃ ডিমাপুৰত যুদ্ধ আৰম্ভ হৈছিল।

১৫। ভুটীয়া দেশৰ সীমা সঙ্কোচ কৰি কিছুমান ভুটীয়াক বন্দী কৰা হৈছে।

১৬। নগা-ফাটবোৰ উঠাই দি ডকলা আৰু আবৰক অত্যাচাৰ কৰা হৈছে।

উল্লিখিত অভিযোগবোৰৰ প্ৰতিকাৰ নোহোৱা বাবে অতিশয় ৰূপে অসন্তোষ বৃদ্ধি পাইছে।

মিঃ স্কটৰ ব্যৱস্থাবিলাক দলিয়াই পেলাই আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ গোস্বামীসকলকো কি অৱস্থাত পেলোৱা হৈছে দুজনমান ভাল মানুহ গোটাই অনুসন্ধান কৰিলে গম পাব।

শিৱসাগৰ নগৰখন ইমান অৰণ্যত পৰিণত হোৱাৰ কাৰণ কি?

দেশখন ধ্বংস হোৱাত খেতি-বাতিলৈ ৰাইজৰ আস্থা নোহোৱা হৈছে।

**দেশ ধ্বংস হোৱাৰ কাৰণ খেতিবাতিলৈ আওহেলা:**

## কানি

১। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত বঙ্গদেশৰপৰা আফু গুটি অনাই বেলতলাত কানিৰ খেতি কৰোৱা হয়। কিন্তু ৰজাদিনত ডা-ডাঙৰীয়াসকলেহে কানি ব্যৱহাৰ কৰিব পাৰিছিল। এতিয়াৰ দৰে সকলো মানুহে নেখাইছিল।

২। ১৭০৪ শকৰ মোৱামৰীয়া বিদ্ৰোহত কিছুমান মৰকণ্ডাজ চিপাহীয়ে তামোলৰ লগত মদত (ভাং) খোৱা অভ্যাস উলিয়াইছিল। এই অভ্যাস ইমানকৈ চলিবলৈ ধৰিছিল যে বুঢ়াগোহাঞিও বহুত যত্ন কৰি হে তাক বন্ধ কৰিব পাৰিছিল।

৩। আগেয়ে, যেয়ে-সেয়ে কানি খাব নোৱাৰিছিল। কিন্তু, মানৰ দিনত সকলোৱে খাব পৰা হ'ল। ফাগুন-চত মহীয়া নতুন কানি ওলোৱা মাত্ৰক শই-শই নতুন কানীয়া উঠি কানি খাবলৈ ধৰে। এই ৰূপেই কানীয়াৰ সংখ্যা বৃদ্ধি পাইছে।

৪। চল পাই, ডুমুনী, গৰিয়ানী, মিৰিয়নীহঁতেও কানি খাবলৈ ধৰিলে। আৰু সিহঁত দোপাত-কানীয়া হৈ গোটেইথনতে কানিৰ জুতি লগালে। কানীয়া যেলেই ইয়াৰ প্ৰধান কাৰণ।

৫। ভাল দৈ-গাখীৰ, আন্‌জা আদি জুতি লগোৱা বস্তু নোখোৱাকৈ কানীয়াবোৰ থাকিব নোৱাৰে। সেইবাবেই সিহঁতৰ খৰচ বাঢ়ি গৈছে।

৬। কানীয়াবোৰ এলেহুৱা আৰু সোৰোপা। সিহঁতে একো টান কাম কৰিব নোৱাৰে।

৭। কানিকণ নেপালে বা জুতি লগা বস্তু খাবলৈ নেপালে সিহঁতে ঘৈণীয়েকহঁতকে বা ল'ৰা-ছোৱালীকে লোকৰ ঘৰত বন্ধুৱা দিয়েগৈ।

৮। কানীয়ানীয়ে আকৌ গিৰিয়েকে নজনাকৈ কঁাহী-বাটিকে বেচিব। নাইবা, কানিৰ আশাত সতীত্বকে নষ্ট কৰিব।

## দেশৰ ভৱিষ্যৎ উন্নতিৰ উপায়

১। চৰ্কাৰী কানি-বিক্ৰী বন্ধ কৰিব লাগিব।

২। মৌজাদাৰবিলাকৰ হতুৱাই কানীয়াবোৰৰ এখন লিষ্টি অনাব লাগে।

৩। গোসাঁই-মহন্তসকলৰ দ্বাৰাই শিষ্যবিলাকৰ ভিতৰত কিমান কানীয়া আছে তাৰ গণ্টি কৰাব লাগে।

৪। কানীয়া-সেৱাটো দণ্ডনীয় বুলি ঘোষণা কৰা উচিত।

৫। কানীয়াক এঘৰীয়া কৰিবলৈ বা ৰাইজৰ হতুৱাই জাত্যান্তৰ কৰিবলৈ গোসাঁইসকলক আজ্ঞা দিয়া উচিত।

৬। উপৰোক্ত বিষয়ে কি-কি কাম কৰা হৈছে তাৰ একোটা বছেৰেকীয়া ৰিপৰ্ট ল'ব লাগে।

৭। আৰু গেণ্ডিটো এক অনাকৈ কামোৱাবলৈ মৌজাদাৰবিলাকলৈ পঢ়না পঠাব লাগে।

৮। আৰু খেতি সৰহকৈ কৰিলে শাস্তি দিয়া আৰু জৰিমনা কৰা উচিত।

৯। ঘপ্ কৰে কানি খাবলৈ এক্ৰাব নোৱাৰি। একৰালে সঞ্চিত গ্ৰহণীত পৰি কানিয়াবোৰ মৰিব পাৰে আৰু কানি-বেচা সামান্ত পোহাৰীবোৰৰো আৰ্জনৰ মুদা মৰিব পাৰে।

ওপৰত কোৱা আঠোটা উপায় যদি অৱলম্বন কৰা হয়, তেন্তে ২০ বছৰৰ ভিতৰত আসামৰপৰা কানি বৰ বিহ উঠি যাব।

## অন্যান্য বিবিধ অভিযোগ

১। ব্যাকৰণ, জ্যোতিষ আৰু গীতা-ভাগৱতৰ চৰ্চা নাইকিয়া হ'ল।

২। ফাৰ্চী ভাষাও দেশৰপৰা উঠি গ'ল।

( ১৮৩৭ চনৰ ৩০ মে তাৰিখৰ সদৰ বৰ্ডৰ আজ্ঞা অনুসৰি দেৱানী আৰু কলেক্টৰীৰপৰা ফাৰ্চী ভাষা উঠাই দিয়া হয় )।

৩। কমাৰ আৰু সোণাৰিৰ বাহিৰে আটাইবোৰ খনিকৰি বা গঢ়া-বিদ্যা লোপ পালে।

৪। মঠাউৰীবোৰ বন্ধাবলৈ এৰি দিয়াত বানপানীয়ে বছৰি শস্য নষ্ট কৰিছে।

৫। দেৱানী আদালতত উকীল আৰু আমোলাবৰ্গৰাই কানীয়াক সাক্ষী মনোৱাত দুৰ্ঘোৰ অন্যায় কৰা হৈছে।

৬। ফৌজদাৰী মোকৰ্দমাবোৰত সামান্য কথাৰ বাহিৰে গুৰুতৰ অপৰাধ-বোৰ চলিত প্ৰথামতে বিচাৰ কৰাৰ লাগে। কিয়নো, দেশত চলি অহা সামাজিক নিয়মবিলাক প্ৰশস্ত।

৭। ফাটেকিয়ালবোৰক একেলগে থাবলৈ দি জাত মৰা হৈছে।

## পৰামৰ্শ আৰু প্ৰতিকাৰৰ উপায়

১—৩। এতিয়া থকা গৱৰ্ণমেণ্ট ইস্কুলৰ একো আৱশ্যক নকৰে। একোখন কমিটিৰ অধীনত একোটা ইস্কুল থাকিব লাগে—য'ত দুয়োটা ভাষা শিকিব পৰা যায়। আৰু বছৰি চোকা লৰা'ক পুৰস্কাৰ দি উৎসাহ বঢ়াব লাগে।

৮। ইস্কুল ঘৰবোৰৰ খৰচ আধা ৰাইজে আৰু আধা গৱৰ্ণমেণ্টে ভৰিব লাগে। ৰাইজে ঘৰ সাজি দিব আৰু গৱৰ্ণমেণ্টে অন্যান্য খৰচ বহন কৰিব।

৫। প্ৰত্যেকটো বিষয়কে চাৰিজন উমৈহতীয়া মেলুৱায়ে স্থিৰ কৰি দিব। তেওঁবিলাকৰ ভিতৰত মতভেদ হ'লেহে উচ্চ কৰ্ত্তৃপক্ষক (চৰাচৰি পঞ্চায়ৎ) জনাব।

৬। গুৰুতৰ মৰামৰি বা কটাকটি অপৰাধৰ বাহিৰে গাত হাত-লগোৱা, গালি পৰা, এনেবোৰ জগৰৰ বিচাৰ চালিছ বহুৱাই মৌজাদাৰ বা খাজনা-তোলা বিষয়াই বিচাৰ কৰিব।

৭। এই বিষয়ে বিশেষৰূপে দৃষ্টিপাত আৰু বিবেচনা কৰা উচিত।

## কলেক্টৰ আদালত-সম্পৰ্কে

১। ৰায়তৰপৰা ইস্তফা গ্ৰহণ কৰি ৰায়ত আৰু মৌজাদাৰ উভয়কে বিপাঙত পেলোৱা হৈছে।

২। নগদ টকা ৰূপে দি খাজনা শোধাব নোৱাৰিলে ৰায়তৰপৰা পুৰা হিচাপ ধৰি উপযুক্ত মূল্যত এইবোৰ বস্তু ল'ব লাগে:—ধান, চাউল, কপাহ, মুগা, পাট-সূতা, মজাঠি, লা, চাহপাত, জালুক, জলকীয়া আৰু হাতীদাঁত।

৩। ৰায়তক মাটি ইস্তফা দিবলৈ দি সিহঁতৰ মাটিলৈ মৰম একেবাৰে দিয়া হৈছে। কিয়নো, ইস্তফা দিলেই সিহঁতৰ সেই মাটিলৈ হেঁপাহ নেথাকে। সেই দোষ, সেই মাটি এৰি থৈ গুচি যায়—বিপদত পৰে মাথোন মৌজাদাৰ।

এই বাবেই চৰ্কাৰৰ জমা সদাই সমভাৱে নেথাকে।

৪। উত্তৰাধিকাৰী নথকা ৰায়তৰ মাটি বাদ কৰি বাকীবোৰ মাটিৰ ইস্তফা গ্ৰহণ নকৰিলে, কুৰি বছৰৰ নিমিত্তে মাটিৰ স্থায়ী বন্দবস্ত কৰিব লাগে। আৰু ৰায়তক এই সৰ্তত মাটি ভাঙিবলৈ দিব লাগে:—

(ক) পাঁচ বছৰলৈকে ন ভঙনীয়া মাটিৰ খাজনা দিব নেলাগে।

(খ) বৰ্তমান চাৰেক মাটি যি আছে তাৰ পুৰাত কঠাকৈ, ন মাটি ভাঙি উলিয়ালে, ন ভঙনীয়া মাটিৰ পুৰাত ৵৴ অনাকৈ খাজনা লগাব লাগে।

(গ) চাৰেক মাটিৰ দহ ভাগৰ এভাগৰ ভাগে পতি দুকঠাকৈ নভঙনীয়া মাটি উলিয়ালে সেই মাটিৰ পুৰাত ৷৵০ অনাকৈ খাজনা লগাব লাগে। উল্লিখিত কানিৰ প্ৰস্তাৱত কোৱা মতে খাজনা কমালেও, এই নিৰিখত খাজনা লগালে চৰকাৰৰ নিশ্চয় ৰাজহ বৃদ্ধি হ'ব।

১৭। ৪০ বছৰৰ পূৰ্বে, আসাম-ৰজাৰ অধীনত থকা বুঢ়াগোহাঁইৰ দিনত আসাম-দেশৰ আয়-ব্যয় এইৰূপ আছিল :—

**কম্বিচন, দস্তুৰী আদি লৈ চাই হাট খাজনা**

**জমা**

| | |
|---|---|
| বঙ্গালহাটৰপৰা | ৬০,০০০৲ |
| বটাকুচী দুৱাৰৰপৰা | ৬০০০৲ |
| শলাল ফাটৰ „ | ৬০০০৲ |
| গোভা, সোণাপুৰ, বহাজানীৰপৰা | ৬৪০০৲ |
| গুৱাহাটী আৰু অন্যান্য হাটৰপৰা | ১২০০০৲ |
| নামচাং হাটৰপৰা | ৫০০০৲ |
| যোৰহাট | ১১০০০৲ |
| তিনিমুনি ফাট | ৩০০০৲ |
| পানী মুছৰি | ৩৬০০৲ |
| মাছমৰা নৈ-বিল | ৭০০০৲ |
| পানীফাট, কছাৰীহাট আৰু আন-আন খুটধন | ১৮০০০ |
| পাবনাওৰপৰা (আনুমানিক) | ৫০০০৲ |
| | ১৪৯,০০০৲ |

**ৰাজধানী অৰ্থাৎ ৰজাৰ খাজনা**

| | |
|---|---|
| চেঙা সোণধনী | ৪৫০০৲ |
| চতীয়া, চাটগাঁও, কবীয়াপৰা | ৬০০০৲ |
| আঠবৰীয়া | ২১০০৲ |
| মৰীয়া | ৫৪০০৲ |
| কলঙ্গীয়া মুদীৰ | ৫০০০৲ |

**খৰচ**

৯টা বঙাল ফৌজৰ কোম্পানীক ভৰণ পোষণ দিয়াত বছৰি যি খৰচৰ আৱশ্যক :—

| | |
|---|---|
| বছদপাতিৰ বাহিৰে | ৯২০০০৲ |
| দুৰ্গাপূজা চাওঁতে | ১৫০০০৲ |
| ফল্গুৎসৱত | ৪০০০৲ |
| বাৎসৰিক পূজা | ১৮০০০৲ |
| চৰাইদেও আৰু অন্যান্য আহোম আৰু হিন্দুৰ দোল দেৱালয়ত | ২১০০০৲ |
| ৰজাৰ শ্ৰাদ্ধত | ২৫০০৲ |
| চাৰি দুৱাৰ | ৫৬০০৲ |
| যমুনা মুখ | ৫০০০৲ |
| কছাৰী সোণোৱাল | ২১০০০৲ |
| জায়গিৰী | ৪৪৪০০৲ |
| দুৱাৰ | ৯০০০৲ |

**খেলমেলা আৰু ৰজাৰ আমোদ-প্ৰমোদ আদিত :—**

| | |
|---|---|
| হাতী-ঘোঁৰাৰ শাল | ৩৫০০৲ |
| বেজৰ শাল | ১২০০৲ |
| চাংমাই-শাল | ৬০০০৲ |
| পুৰস্কাৰ, দান-দক্ষিণাত | ১২০০০৲ |
| | ১৭৫২০০ |

১৮। বাৎসৰিক খৰচ :—

| | | |
|---|---|---|
| ১। | ৯ কোম্পানী বঙালী চিপাহী<br>৯ কোম্পানী অসমীয়া চিপাহী<br>( ৰচদৰ খৰচ বাদ কৰি ) | ৯২০০০৲ |
| ২। | দুৰ্গাপূজাত | ১৫০০০৲ |
| ৩। | ফল্গুৎসৱত | ৪০০০৲ |
| ৪। | অন্যান্য বাৎসৰিক পূজাত | ১৮০০০৲ |
| ৫। | চৰাইদেও আৰু আহোম-হিন্দু দৌলদেৱালয়ৰ পূজাত | ২১৩০০৲ |
| ৬। | স্বৰ্গী হোৱা ৰজাৰ শ্ৰাদ্ধাদিৰ নিমিত্তে | ২৫০০৲ |

ৰাজঅলঙ্কাৰৰ সুকীয়া হিচাপ ধৰা নাই।

১৮। (ক) ৪০ বছৰৰ পূৰ্বে ৰজাদিনত বুঢ়াগোহাঁঞি আমোলত যি হিচাপে মাটি আৰু পাইক ভাগ কৰি দিয়া হৈছিল তাৰ লেখ :—

১। পাইক মহল—বুঢ়াগোহাঁইৰ অধীনত থকা আশী হেজাৰ পাইকৰ ভিতৰত লতাকটা ৰণ আৰু মৰাণ-মোৱামৰীয়াৰ বিদ্ৰোহৰ পাচত ৪৩০০০ পাইক আছিলগৈ।

২। লগুৱা, যোগনীয়া আৰু বিবিধ খেলৰ পাইক—খাতোৱাল, বাৰীচোৱা আদি।

৩। মেলডগীয়া পাইক।

৪। ভগুৱা আৰু কোঞৰ।

৫। বিলতীয়া।

৬। দেৱলীয়া।

৭। মিৰি-ডফলা-বহটীয়া।

৮। কটকী চাওতাং।

৯। চেউনী বেবেজীয়া।

(খ) জমিন মাটিৰ বাবে :—

১০। (ক) দিখৌমুখৰ পূবে থকা মাটিৰ জমা স্থিৰ কৰিবৰ নিমিত্তে এজন বৰকাকতী।

(খ) দিখৌমুখৰপৰা কাজীৰঙালৈ এজন বৰকাকতী।

(গ) তাৰপৰা কাজলীমুখলৈ এজন বৰকাকতী।

(ঘ) উত্তৰ পাৰৰ লক্ষীমপুৰত এজন বৰকাকতী।

১৯। চৰকাৰ কামৰূপ, পাইকৰ ভাগ :—

(১) যুদ্ধ নহ'লে, ভঁড়ালচোৰা, ৰজাৰ কাৰেং আৰু দ'ল-দেৱালয় সজাবলৈ, ৰাজভঁড়াল ৰাখিবলৈ, ৰজাৰ ঘৰ সাজিবলৈ, আলি-পুখুৰী খনাবলৈ ওপৰ ভগনত ৰজা, ফুকন, বৰুৱা, হেজাৰী, শইকীয়া, বৰা, দোলাকাষৰীয়া, বৰকাকতী, বাৰিক, গাহৰিধনি, মাজ ভগনে পাইক পাইছিল।

(২) ৰজাৰ নিমিত্তে ভিন্-ভিন্ লগুৱা আৰু ৰাজমাওৰ বাবে [ ক ] লগুৱা-লিগিৰী, খাৰঘৰ চাবৰ নিমিত্তে লগুৱা [ খ ] পূজাৰ সময়ত তিনি-জনা ডাওৰীয়া আৰু পূজা-পাৰ্বণত তিনি জনা গোসাঁইক আজধৰা [ গ ] ভকলা-মিৰিৰ বাবে, নগাৰ বাবে বস্ত্ৰ আৰু ধন উপহাৰ। লেখত পাইকৰ গোটত ২ পুৰাকৈ আৰু চপুৱাৰ ১॥০ পুৰাকৈ মাটি পাইছিল। [ ঘ ] বিষয়াবিলাকে বিবিধ প্ৰকাৰে খাজনা ৰেহায় পাইছিল, লাখেৰাজী মাটিও পাইছিল। তাৰ বাহিৰেও চিপাহীবিলাকলৈ কল্পিত মাটি আৰু হাতী বায়ঙে ৰখা হৈছিল। [ ঙ ] লাখেৰাজ ব্ৰহ্মোত্তৰ, দেৱোত্তৰবপৰা পোৱা জমা বাদ কৰি সকলো প্ৰকাৰৰ খৰচ ওপৰত কোৱাবিলাকৰপৰাই উলিওৱা হৈছিল।

২০। ভাগৱতী ধৰ্মাচাৰ্য্যসকলৰ তালিকা :—

১। আউনীআটী ; ২। দক্ষিণপাট ; ৩। গড়মূৰ ; ৪। কুৰুৱাবাহী। :—এই চাৰিখন প্ৰধান সত্ৰ।

৫। দিহিং ; ৬। সৰু গড়মূৰীয়া ; ৭। ফুটুকা চাপৰি ; ৮। মাহৰা ; ৯। বটাবৰ্গাঁও ; ১০। নৰোৱা ; ১১। কলাম্বৰা ; ১২। দীঘলী। :—এই দহখন বামুণীয়া।

বাৰেজনীয়া গোসাঁই ; কায়স্থ :—

১। এলেঙ্গী।
২। লেটুবৰ্গাঁও।
৩। মদাৰগুৰি।
৪। টকৌবাৰী।
৫। বৰ-এলেঙ্গী।
৬। কাবৰিকটা ( কাকৰিকটা )।
৭। ভাগতীজান।
৮। পোৰা ভেটি।
৯। বগী আই।
১০। বাহজেঙ্গনী।
১১। দিখৌমুখীয়া।
১২। নিকামুল।
১৩। থুকুবুলীয়া।

**বৰ-এলেঙ্গী :—**

১। লক বাপু।
২। গোণামৰীয়া।
৩। কাথপৰীয়া।
৪। বেঙ্গেনাআটীয়া।
৫। চুপহাল।
৬। চটমিয়াল।
৭। গোমোথা।
৮। পটাঅৰি।
৯। লাওকুঁচি।
১০। কাথৰ পো।
১১। ফুলবাৰী।
১২। নেপালি।
১৩। পুণিয়া।
১৪। পোহাৰজী।
১৫। বিহামপুৰী।
১৬। দৈচুঙীয়া।
১৭। বৰঘৰজীয়া।
১৮। টুকবিয়াল।
১৯। চুঙাপৰা।
২০। কাকৈমৰীয়া।
২১। ঘাৰমৰা।
২২। উলুতলী।
২৩। কঁহৰা আটী।
২৪। ঘুৰীয়া গাঁও।
২৫। ঢাপকটা।
২৬। শ্ৰৱণী।
২৭। মৈৰাবাৰী।
২৮। শিলপোটা।
২৯। আহৰণ বাপু।
৩০। ঔৰাগুৰীয়া।

**কাল সংহতি :—**

দিহিং, মোৱামৰা, পুৰণি-মাটি, আঁহতগুৰি, কৰতীগাঁও, গজলা, কৰ্দেগুৰি, হামাৰবাৰী, বাঁহবাৰী, চকলা, জইৰথী, কুটুমী, সোকাজান, কালজাৰ, হালধি-আটি, চেঁচা, শলিয়াবাৰী গাঁও, কাটনীপাৰ, বুধবাৰী, মঁৰামৰা কঁহাৰপাৰ, জকাই, কলাকটা, চেকেৰাতলীয়া :—

এইসকলে দেৱোত্তৰ-ব্ৰহ্মোত্তৰ মাটি পাইছিল আৰু নিতৌ পূজা-সেৱা, নামকীৰ্তন কৰি ৰজাৰ ৰাইজৰ মঙ্গলৰ অৰ্থে আশীৰ্বাদ দিছিল।

**তান্ত্ৰিক :—**

(১) **পৰ্বতীয়া গোসাঁই**। শিৱসিংহ ৰজাৰ দিনৰপৰাই পৰ্বতীয়া গোসাঁই হয়। এওঁতেই শিৱসিংহই শৰণ লয়।

(২) **নাতি গোসাঁই :—**ৰাজেশ্বৰ সিংহই নাতি গোসাঁইত শৰণ লয়।

(৩) **পহুমৰীয়া গোসাঁই** :—লক্ষ্মীসিংহ ৰজাই পহুমৰীয়া গোসাঁইত শৰণ লয়।

(৪) **মুকলিমুৰীয়া গোসাঁই** :—এইসকল ৰজাৰ আগেয়ে মুকলিমুৰীয়া গোসাঁয়ে ৰজাক শৰণ দিছিল।

**কামৰূপত সত্ৰীয়া বকৰাৰ জিম্মাত** :—

দামোদৰী সত্ৰ—১৬৪ ; মহাপুৰুষীয়া—২০১।

**মহাপুৰুষীয়া থান বা উপাসনাৰ ঠাই** :—

১। বটদ্ৰৱা বা বৰদোৱা।
২। বেলগুৰি।
৩। গাংমৌ।
৪। কমলাবাৰী।
৫। বৰজহা।
৬। বৰপেটা।
৭। পাটবাউসী।
৮। গণককুচী।
৯। কুমাৰকুচী।
১০। সুন্দৰিদিয়া।
১১। বৰমেধি ২৭।
১২। সৰুমেধি ১২।

**অসমীয়া জাত** :—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, কায়স্থ, বৰকলিতা, সৰু-কলিতা, কেওঁত, কোঁচ, কুমাৰ, কলিতা, মাটিকলিতা, হিন্দুচুতীয়া, আহোম, বুৰুক, কছাৰী, মৰাণ, চণ্ডাল, তুৰুক, গৰীয়া, দোম, হাৰি, মৰীয়া—মুঠ ১৯ জাত।

## হিন্দু দেৱাল বা পূজাসেৱাৰ স্থান

১। কামাখ্যা—১
২। হাজো—১
৩। কেদাৰ—১
৪। উমানন্দ—১
৫। ভুৱনেশ্বৰ—১
৬। শুক্ৰেশ্বৰ—১
৭। অশ্বক্ৰান্ত—১
৮। মণিকর্ণিকা—১
৯। উগ্ৰতাৰা—১
১০। সত্ৰশাল আদি—১৪
১১। পাণ্ডুনাথ—১
১২। তাম্ৰেশ্বৰী—১
১৩। হাৰ্হি—১
১৪। কল্যাণী—১
১৫। ফুলবাৰী—১
১৬। ধণ্ডী—১
১৭। কাকু—১
১৮। বিশ্বনাথ—১

১৯। উমাচণ্ডী—১
২০। ৰুদ্ৰপদ—১
২১। হাতীমুৰা—১
২২। শ্বেতশঙ্কৰ—১
২৩। ভুইমুনি শিলা—১
২৪। শিলা—১
২৫। নাগশঙ্কৰ—১
২৬। নন্দীকেশ্বৰ—১
২৭। সৌভাগ্য মাধৱ—১
২৮। ভুলাল মাধৱ—১
২৯। কৈঁচকুৰীয়া—১
৩০। পঞ্চানন—১
৩১। অম্বিকানাথ
৩২। মূঢ়াদল—১
৩৩। চামধৰা—১
৩৪। শিঙ্গৰী—১
৩৫। ভৈৰৱী—১
৩৬। দেৱৰ গাওঁ—১
৩৭। জয়সাগৰ—১
৩৮। গৌৰীসাগৰ—১
৩৯। শিৱসাগৰ—১
৪০। ৰুদ্ৰসাগৰ—১
৪১। ৰংনাথ—১
৪২। হৰগৌৰী—১
৪৩। গৌৰীবল্লভ—১
৪৪। ৰাজমাও দৌল—১
৪৫। ৰৰপাত্ৰ দৌল—১
৪৬। মহেশ্বৰ ঘৰ—১
৪৭। ৰৰপূজাৰ ঘৰ
৪৮। ৰামথাহা দেৱাল—১
৪৯। হাতীগড় দেৱাল—১

**চৰাইদেওত :**—আহোম-দেৱাল ২৪ খন ; মুঠ ৯৩ খন

শ্ৰীমণিৰাম মৌজাদাৰ। জুলাই, ১৮৫৩।*

* ১৮৫৩ চনৰ ১৯ জুলাই তাৰিখে শিৱসাগৰৰ প্ৰিঞ্চিপেল এচিষ্টেণ্ট কমিচনাৰ চি হলৰইড চাহাবে এই দৰ্খাস্ত মফট্ মিলচ চাহাবক দিয়ে। দৰ্খাস্তখন তৰ্জমা কৰিছিল মিঃ থৰ্ণটন চাহাবে।

# দেৱানৰ এত্‌লা

## স্বনির্ভৰশীল অসম দেশৰ চমু বিৱৰণ

**বেপাৰ-বাণিজ্য :**—বজাদিনত আমাৰ দেশৰ লগত বঙ্গদেশৰ বেপাৰ-বাণিজ্য চলাচল নাম মাত্ৰহে আছিল বুলিলে বঢ়াই কোৱা নহয়। অসম দেশত জীৱনত উপভোগ কৰিব পৰা সকলো বস্তুকেই পাবলৈ আছিল। যথা :—চাউল, মাটি মাহ, মগু মাহ, কলা মাহ, সৰিয়হ, তিল, আফুগুটি, কুঁহিয়াৰ, পাণ, তামোল, আম-কঠাল, কল. জালুক, আদা, জলকীয়া। কচু, জালুক, মুগা, পাট, কপাহ, গৰু, ম'হ, গাহৰি, পাৰ, হাঁহ-কুকুৰা, নগাপৰ্বতৰ নাগ-মাটি, শীতা তেল। বৰখাম্‌তি-দেশত থকা ৰূপৰ খনিৰপৰা কেঁচা ৰূপ আহিছিল, দেশৰ নৈবোৰৰপৰা সোণ উৎপন্ন হৈছিল; লামা দেশৰপৰা কাঁড়ৰ আগত দিয়া বিচাবিহ, বৰবিহ, কণীবিহ পোৱা হৈছিল। চিংফৌৱেদি চীন দেশৰপৰা লোহ, তাম আৰু ৰূপ আহিছিল। মান দেশৰ জাংফাই, গাবোৰ, দা, নগাৰ যাঠী, নগাপৰ্বতৰ লোণ, মিৰিৰ জিম কাপোৰ, দেশৰ পাট-মুগা-মেজাঙ্কৰী, কপাহী কাপোৰ—এইবোৰেই আমাৰ সাধাৰণ লাগতিয়াল সামগ্ৰীৰ অভাৱ পূৰাইছিল।

খামতি-দা, মিচিমি-তিতা, মজিষ্ঠা বা মজাঠী, আবৰ-জিম, চূণ, গান্ধকলাই, হাতীদাঁত আদিয়েই অসমীয়াৰ আপুকগীয়া বস্তু। অসম-বজাৰ অনুগ্ৰহত অসমীয়া মানুহে সেইবোৰ ব্যৱহাৰ বা উপভোগ কৰিবলৈ পাইছিল।

ইষ্ট ইণ্ডিয়া কোম্পানীৰে সম্বন্ধসূত্ৰ লগাৰৰপৰা পুব পিনে চলি থকা বেপাৰ-বাণিজ্যৰ পথ বন্ধ হৈ গ'ল আৰু ভাটীকালৰপৰা ওৱাদানিকৈ বস্তু আহিবলৈ ধৰিলে। আগৰ কালত, আমাৰ মানুহে ধনতকৈ বস্তুৰ মোল বেচিকৈ বুজিছিল। গা-খাটনিৰ ঠাইত ধন দিয়া নিয়ম হ'লত সকলোৰে ধনলৈ, আগ্ৰহ হ'বলৈ ধৰিলে।

**চিকাৰূপৰ প্ৰচলন :**—১৮৩৫ চনলৈকে উজনি অসমত বজা-ৰূপ আৰু নামনি অসমত কোচ বেহাৰৰ বজাৰ নামানুসাৰে মৰা নাৰায়ণী ৰূপ চলিছিল।

মৌজাদাৰ, তহছিলদাৰ, চৌধাৰীয়ে চৰ্কাৰী ধন-গেৰাজত (ট্ৰেজুৰীত) টকা শোধাওঁতে সেইবোৰ টকাকে শোধাবলগীয়া হৈছিল। কিন্তু, তাৰপৰা শতকৰা ৩৭_ টকা হিচাপে বট্টা বাদ গৈছিল। ১৮৩৪ চনত গ্ৰেহেম নামেৰে এজন চাহাবে ফৰকাবাদ মোহৰ শালত মৰা পাঁচ লাখ টকা লৈ আমাৰ দেশত থকা আঠচুকীয়া মোহৰ আৰু নাৰায়ণী ৰূপ লৈ যায়। তেতিয়াৰপৰাই কোম্পানীৰ চিকাৰূপ চলিবলৈ ধৰে আৰু ১৮৩৫ চনত আমাৰ মোহৰৰ টকা-প্ৰচলন বন্ধ হয়।

**হাদিৰা চকী:**—হাদিৰা চকীয়েদি আমাৰ দেশৰ বস্তু ভাটীলৈ আৰু ভাটীৰ বস্তু আমাৰ দেশলৈ আহিছিল।

**নগা-খাত:**—ৰজাদিনত নগাবিলাকক খাত-পাম দিয়া হৈছিল। মানৰ দিনত বহুত অসমীয়া মানুহ পলাই গৈ নগা-পৰ্বতত আশ্ৰয় লৈছিলগৈ। তাত সিহঁতে একো কৰ-কাটল দিব নালাগিছিল। আজিকালিহে (বৃটিছৰ দিনত) নগাই ভৈয়ামৰ লগত সম্বন্ধ ৰাখিবলৈ এৰি দিছে। ৰজাৰ কৰ্মচাৰীবিলাকৰ, নিৰিখবন্ধা দৰ্মহা নাই, কিন্তু মাটি-বাৰী আৰু বস্তুৰ ওপৰত কমিশ্যন পাইছিল। বছৰি-বৰ্ছৰি ধন-সোণ গোটোৱা হৈছিল। কোনো ডাঙৰীয়াই মাহেকীয়া বেতন দি বন্দুৱা মানুহ ৰাখিবলৈ হ'লে, তেওঁ পুৰণি বন্দুৱা এটাক বন্ধুৱা দিহে সেই মানুহটো ল'ব পাৰে।

**পোহাৰ দিবপৰা মানুহৰ শ্ৰেণী:**—এই কেইজাতৰ মানুহেহে পোহাৰ দি বস্তু বেচা-কিনা কৰিব পাৰিছিল:—মুদৈ, দোম, কঁহাৰ, পোহাৰী, কুমাৰ, চড়াল, চমাৰ, মুচী, ঢুলীয়া, পিতল আৰু তামৰ কামকৰা মৰিয়া, সোণাৰি।

**তাঁতী:**—তাঁতী তিনি বিধৰ:—পাট-কাপোৰ বোৱা, কপাহী কাপোৰ বোৱা, গামোচা-চেলেং বোৱা!

মুগা কাপোৰ সকলোৱে বয়। এই কাপোৰ যি বেচিবলৈ আনে, সি বেচা বস্তুৰ ২০ ভাগৰ এভাগ হাটখোৱাক হাটৰ খুঁট বুলি দিব লাগে। সেই খুঁট ৰজাঘৰলৈ যায়। মাটখোৱায়ো তাৰপৰা অলপ চান্ কাঢ়ি লয়।

**লো-পুং:**—বছাদৈয়াঙত বহুত মানুহে লো-মাটি খানে। লোশলীয়া মানুহ প্ৰত্যেকটোৱেই ৰজাঘৰত ২০ সেৰকৈ লো দিব লাগে।

**লোণ :**—পূৰ্বে নগাৰ লোণপুৰীয়া আছিল। লোণ পুং আৰু নৈৰপৰা লোণাপানী আনি বাঁহৰ চুঙাত পুৰি লোণ কৰা হয়। লোণপুৰীয়াইঁতে ভাগ কৰি পোৱা লোণ সমানে বাঁটি লয়। ওপৰঞ্চিখিনি ৰজালৈ যায়। ৰজাই পুঙত এজন 'ইজাৰদাৰ' ৰাখে। সেই ইজাৰদাৰে লোণ পুৰিবলৈ খৰি যোগায়।

**শাসন-প্ৰণালী :**—গাঁৱৰ ঘাই মানুহজনক গাঁওবুঢ়া বোলে। এৱেঁই গাঁৱৰ জগৰজাতি ভাঙ্গি দায়-দোষ বিচাৰ কৰাৰ প্ৰধান গুৰিয়াল। জনা-বুজা দুই-চাৰিজন গাঁৱলীয়া মানুহেৰে সৈতে গোট খাই এৱেঁই বিচাৰকৰ দৰে সোধ-পোছ কৰে। গাঁৱত বিচাৰ নিছিগিলে, ৰজাৰ বিষয়ালৈ গোচৰ পঠিওৱা হয়। পোনে-পোনে ২০ জনৰ ওপৰত অধিকাৰ থকা বৰাই সেই গোচৰ শুনে, তাৰ পিচত ক্ৰমান্বয়ে শইকীয়া, হাজৰিকীয়া, ৩০০০ কাঁড়ীৰ ওপৰত হোৱা ৰাজখোৱা আৰু বৰবৰুৱাই শুনে। বৰবৰুৱাইয়ো ছিঙিব নোৱাৰিলে ৰজাৰ দেৱানে গোচৰৰ চূড়ান্ত নিষ্পত্তি কৰি দিয়ে। দেৱানৰ সিদ্ধান্তৰ ওপৰত আৰু পুনৰ বিচাৰ হ'ব নোৱাৰে।

**ৰাজকৰ লোৱাৰ নিয়ম :**—ৰজাঘৰীয়া খৰচৰ নিমিত্তে সকলো লোকে ধাৰ যি বস্তু থাকে তাকে দিব লাগে। ৰজাৰ আবোৱান ধৰা তামুলীয়ে ৰজাঘৰৰ কৰ-কাটল একো দিব নেলাগে। কাঁড়-ধেনু মাৰিবলৈ শিকা, পুখুৰী-খনা, গড় কৰা, আলি কৰা মানুহ কৰৰপৰা মুক্ত।

**ৰজাৰ খৰচ :**—সিংহ দুৱাৰ বা ৰজাৰ কাবেং সাজোঁতে নাইবা সিংহাসনত উঠোঁতে, নতুবা ব্ৰাহ্মণাদি লোকক দান-দক্ষিণা দিওঁতেহে মাত্ৰ ৰজাৰ যি খৰচ হয়। বৰুৱা-চিপাহীক নিৰ্দ্ধাৰিত মহিনা দৰ্মহা দিয়া নহৈছিল। মোৱামৰীয়া বিদ্ৰোহৰ পাচৰপৰাই অৱশ্যে ৰজাই মাহেকীয়া দৰ্মহা দি হিন্দুস্থানী চিপাহী ৰাখিবলগীয়া হৈছিল। সেই বাবে কৰ-কাটল ধন্দুৱাকৈ লোৱা হৈছিল।

**ধন্দুৱা কৰ :** কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত, পোন-প্ৰথমে এইবোৰ ধন্দুৱা কৰ লগোৱা হয় :—

(১) **দেৱাল ধন**—মাটিখাওঁতা মানুহৰপৰা নিয়মিত ৰূপে তোলা খাজনা।

(২) **খটীয়া ধন বা বেহাই ধন**—ৰজা বা কুঁৱৰীৰ ঘৰত খাটি দিবলগীয়া মানুহে গা-খাটনি একৰাবলৈ দিয়া ধন।

(৩) **কৰজিৱটীয়া ধন**—পাইকে পাবলগীয়াতকৈ বঢ়াকৈ পোৱা মাটিৰ বাবে দিয়া ধন।

উপৰোক্ত তিনি নিয়মেৰেই প্ৰথমে ধন তোলা হৈছিল। হাতীবৰুৱা, ঘোঁৰা-বৰুৱাই ৰজাৰ হাতী-ঘোঁৰাৰ ঘাঁহ পানী দিওৱা বাবে কৰ-পঁচা নালাগিছিল।

**নাওশলীয়া ফুকন** :—সৰ্বসাধাৰণ নাও আৰু ৰজাৰ যুদ্ধ-নাও-সজা আৰু তাৰ আহিলা-পাতি সংগ্ৰহ কৰা কাম নাওশলীয়া ফুকনৰ। বাৰিষা, আৰু যুদ্ধ হ'লে, নাওবৈচাবিলাকে (নাওবোৰ মানুহে) ৰজাৰ আগত যুদ্ধ বিদ্যাৰ পাৰ্গতালি দেখুৱাব লাগে।

**পুৰোহিত** :—পুৰোহিত আৰু গোসাঁইসকলৰ নিমিত্তে পঢ়াশালি বা টোল আছিল। তাত, তেখেতসকলে ছাত্ৰক শাস্ত্ৰ-ভাগৱত পঢ়ুৱায় আৰু ৰাতি দহ ৰজালৈকে নামগুণ গাই ৰজা-প্ৰজাক আশীৰ্বাদ দিয়ে।

ৰজাৰ চ'ৰাত সিদ্ধান্ত কৰিব নোৱৰা বিচাৰৰ সিদ্ধান্তবোৰ তেখেতসকলেই কৰে। সংক্ৰান্তিৰ দিনা সংস্কৃত শ্লোক-প্ৰশস্তিৰে ৰজাক আশীৰ্বাদ দিয়ে আৰু ফুল-তুলসী নিৰ্মালি দিয়ে। ৰাজ ভঁড়ালৰপৰা তেওঁবিলাকক উপজীৱ্য দিয়া হয় আৰু এজন ছাত্ৰক পঢ়ুৱাবৰ নিমিত্তে এপুৰাকৈ নিষ্কৰ মাটি দিয়া হয়।

**মোহৰ মৰা শাল বা টঁকশাল** :—মানুহৰপৰা ৰূপ-সোণ লৈ মোহৰ মৰা শালত ৰূপ-সোণৰ মোহৰ মৰা হয়। ধাতুৰ গিৰিহঁতে সেইবাবে শতকৰা ৫ ভাগ ৰূপ বা সোণ এৰি দিব লাগে।

**সোণ** :—ব্ৰহ্মপুত্ৰ, দিহিং, জাঁজী, আৰু দিছৈৰ বালিত সোণ পোৱা যায়। তাত সোণ থপা সোণোৱাল মানুহে সোণাৰিক সোণ দিব লাগে।

**তাম** :—আবৰ-ডুৱাৰৰপৰা তাম আহে। কঁাহ-পিতল দেশতে তৈয়াৰ হয়।

**শীতা তেল** :—শীতলিয়ালত শীতা তেল (কেৰাচিন) পোৱা যায়।

**জাংফাই** :—চিংফৌবিলাকে আভাৰপৰা জাংফাই আনি দিয়ে। তাৰে কেক হয়। দৰবৰ গছ, সুগন্ধি বস্তু আৰু বিহ, মিচিমিবিলাকে দিয়ে।

**বিয়া** :—বৈদিক শাস্ত্ৰ অনুসৰি ব্ৰাহ্মণৰ পৰিণয় হয়। অন্যান্য হিন্দুৱে কন্যাকাল হোৱাৰ পাচতহে বিবাহ-কাৰ্য্য সম্পন্ন কৰে। আহোমসকলে চকলং বিয়া পাতে। চকলঙত কেৱল ফুল সজনাসজনি কৰা হয়। যোৰহাটৰ দাঁতিয়ে-কাষৰে থকা কছাৰী, চুতীয়াবিলাকৰ বিয়াৰ বিষয়ে ধৰাবন্ধা নিয়ম নাই—ল'ৰা-ছোৱালীৰ মন মিলিলেই হয়।

**প্ৰেতকাৰ্য্য :**—কোনো সম্বন্ধীয়া মানুহৰ মৃত্যু হ'লে, অসমীয়া ব্ৰাহ্মণসকলে দহ দিন অশৌচ পালন কৰে। এই দহ দিনত সিবিলাকে ডাড়ি-চুলি নুখুৰায়। দহ দিনৰ মূৰত, শাস্ত্ৰমতে প্ৰেতকাৰ্য্য সমাপন কৰি অশৌচ খণ্ডন কৰে। এই দৰে মাহে-মাহে মাহেকীয়াও কৰে। অন্যান্য হিন্দুৱে এমাহ অশৌচ থাকে।

অসমীয়া মানুহে নিজে-নিজে নিজৰ ঘৰ সাজি লয়; থাৱলৈ জোৰাকৈ মাত্ৰ খেতি পথাৰ কৰে আৰু সকলোৱেই ঘৰে-ঘৰে এৰি মুগা পোহে আৰু তাৰ সুতাৰে সকলোৱে তাঁত বৈ কাপোৰ লয়।

**কৰ-কাটল :**—পুৰন্দৰ সিংহক ৰাজ্য দিয়াৰ আগতে বুটিছে যি কেইবছৰ উজনি অসম দখল কৰিছিল, সেই কেইবছৰতে হাট-বজাৰত বেচা বস্তুৰ ওপৰত মাচুল লগোৱা হয় আৰু পাৰঘাটত পইচা দিবলগীয়া হয়।

ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ মানুহে পুৰাত টকাকৈ খাজনা দিয়ে। উত্তৰপাৰৰ-বোৰে পুৰাত আধলিকৈ দিয়ে। মিৰি-ডফলাই তাৰো আধাহে দিব লাগে।

লাখেৰাজ আৰু ব্ৰহ্মোত্তৰ মাটিৰ খাজনা আধা। ৰায়তে গাইপতি দুপুৰাকৈ মাটি পায়। সেই মাটিৰ বাবে দুটকা খাজনা দিব লাগে আৰু গা-ধন বুলি এটকা দিব লাগে। সোণাৰি আৰু কহাঁৰবিলাকে পাইপতি পাঁচ টকাকৈ কৰ দিব লাগে। কঁহাৰৰ মাটি নাছিল। ডফলা-মিৰিৰ বহতীয়াবিলাকে এটকাকৈ, মিৰিবিলাকে দুটকাকৈ আৰু নগাবহতীয়াই দুটকাকৈ খাজনা দিব লাগে।

বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই আৰু জতুৱা আহোম মাত্ৰেই ৰজাৰ বংহ। একে খেলৰে নহ'লেও তেওঁবিলাকৰ মাজত খোৱা-বোৱাৰ একো বিচাৰ নাই। ৰজাৰ লগতো একেলগে ভোজন-ব্যৱহাৰ কৰা চলকৰ আছে। তেওঁবিলাকে অন্ত্যেষ্টিক্ৰিয়া কৰে।

**মেল :**—ৰজাৰ মেলত এই কেইজন বিষয়া থাকে :—

**কটকী :**—যি বিদেশৰ কথা বুজায়।

**কাকতী :**—যি লেখা-পঢ়া কৰি কাকত-পত্ৰ ৰাখে।

**দেওধাই :**—যি পূজা-উৎসৱৰ দিহা দিয়ে।

**খাউণ্ড :**—যি দূতৰ কাম কৰে।

**বৈৰাগী :**—শাস্ত্ৰ জনা ছাত্ৰ।

**সভাপণ্ডিত :**—অধ্যাপক।

**জ্যোতিষীয়া দলৈ** :—যি জ্যোতিষ শাস্ত্ৰ জানে।

**চাং-খাটনিয়াৰ** :—বাদ্ধনি বা চাংমাই।

**শ্ৰুতি পঢ়া** :—যি শাস্ত্ৰ চাই দিয়ে।

**ন-ৰথী সভা** :—ন জন মুখিয়াল লোকেৰে বহা সভা।

**দেৱান আৰু কাজী** :—প্ৰধান বিচাৰক।

এই বিষয়াবিলাকে ৰাজহ দিব নেলাগিছিল আৰু এওঁবিলোকে বহুত লগুৱা-লিকচৌ পাইছিল।

**যুদ্ধলৈ যোৱা নিয়ম** :—ৰাজ্যত ক'ৰবাত যুদ্ধ হোৱাৰ গম পালে বা কেনেবাকৈ বিদ্ৰোহ আচৰিলে ডুৱৰীয়াই তৎক্ষণাৎ ন-ৰথী সভাত সেই বাৰ্তা দিবহি। সভাই পৰামৰ্শ কৰি, তোপ, গঠীয়াজুমুৰ, হিলৈ, দা, যাঠী, ঢাল, তৰোৱাল, ধেনু-কাঁড় আৰু ওভোতাকোলেৰে সজাই-পৰাই ৰাজখোৱা বা ফুকনক যুদ্ধ দিবলৈ পঠিয়াই দিব। তেওঁবিলাকৰ লগতে সখোৱা হাতীৰ ওপৰত বৰ তোপ লৈ যাব। হাতী যাব নোৱৰা হ'লে, তিনিজন নায়কে সৈন্য-সেনা লৈ আগবাঢ়ি যাব। অতীজত যুদ্ধ-প্ৰণালী এনেকুৱাই আছিল। কিন্তু, ১৭১৬ শকৰ-পৰা কোম্পানীৰ বন্দুক ওলালত ধেনু-কাঁড় লুপ্ত পালে। হিন্দুস্থানী চুবেদাৰ, জমাদাৰ, হাৱালদাৰেৰে অসমীয়া চিপাহী পৰিচালিত হ'বলৈ ধৰিলে।

ফুকনে ৬০০০ ( ছয় হেজাৰ ) মানুহৰ ওপৰত কৰ্তৃত্ব চলাব পাৰিছিল আৰু ৰাজখোৱাই দুইৰপৰা তিনি হেজাৰলৈকে পাইছিল।

( ৩ )

# অসমৰ লো-পুং

## লো

শিৱসাগৰ জিল্লাৰ দক্ষিণ ঢালে নগা-পৰ্বতৰ দাঁতিয়ে দাঁতিয়ে, জয়পুৰৰপৰা বৰ্ছা-দৈয়াঙলৈকে এই গোটেই ডোখৰ ঠাইতে অপ্ৰাৱিত লো-পুং আছিল। পুৰণি ৰংপুৰ নগৰৰপৰা পোনাই পোন্ধৰ মাইলমান দূৰৈত, জাঁজী নৈৰ আগালিত থকা তিৰু পৰ্বতৰ ওচৰৰ তিৰু গাঁও আৰু হাতীগড়ত, আৰু কছাৰীহাটত উত্তম লো ওলাইছিল। আহিন-কাতি মহীয়া সিমসিমীয়া নিয়ৰ পৰিলেই বা খৰালি আৰম্ভ হ'লেই লো-শলীয়া মানুহ গৈ তাত ঘৰ পাতেগৈ। প্ৰত্যেকখন শালতে এটি ওজা আৰু চাৰিটি পালীয়ে কাম কৰি এদিনত আঠ ডোখৰ থকৰা লো উলিয়ায়; এইদৰে ছমাহ কাম কৰি যিমান লো উলিয়ায় তাক ৰজা ঘৰত শোধাই দিয়ে। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত তিৰু গাঁও আৰু হাতীগড়ত ত্ৰিশ কি চল্লিশখনমানহে লো-শাল আছিল। তাত, ওপৰত কোৱা ওজা-পালীয়ে বহুত দূৰৰপৰা গেৰেকুৰা মাটি খানি, সেইবোৰ খচি জুইত পগাই লো কৰিছিল।

বাৰিষা ধল উঠিলে, দৈয়াঙৰ বাঢ়নি পানীয়ে পৰ্বতৰ গাৰপৰা লোৱাচুৰ মিহলি খেচখেচীয়া মাটি খহাই আনি ঠায়ে-ঠায়ে একো ডোখৰ ডাঙৰ চট বা বলুকা পেলায়। সেই চটবোৰ পাচত পলশে ছাটি ধৰে; শুকাই টান মাৰিলে খৰালি দিনত লো-শলীয়া মানুহে ঠাই বুজি বুজি ১০।১২।১৫।১৬ হাত দলৈকে খানি খেচখেচীয়া মাটি পোৱা যেন গম পালেই এটা ওজা আৰু পাঁচোটা পালীৰে একোটা জুম হৈ চাৰি-পাঁচদিন কাম কৰে অৰ্থাৎ সঁজুলিবোৰ গোটাই-মেলি তলৰপৰা লোৱা মাটি উলিয়ায়। সেই পালী পাঁচোটাৰ ভিতৰত দুটাই তলৰ লোৱাচুৰ মিহলি গেৰেকুৰা মাটি খানে; এটাই তলৰপৰা, সেই মাটিখিনি গাঁতৰ মুখলৈ তোলে; এটাই বাহিৰলৈ আনে আৰু এটাই খনা মাটিখিনি আনি দীঘলে বাৰ হাত, পথালিয়ে সাত হাত আৰু দহ তিনি-চাৰি হাত গাঁত এটাত দ'মাই থয়হি। এইদৰে পাঁচোটা পালী আৰু

এটা ওজা গোট খাই দহ দিনৰ মূৰত এহেজাৰ মোন লোৱা মাটি খানি উলিয়ায়, সেই মাটিখিনি খানি অঁতোৱাৰ পাচত সাত ভাগ মাটিৰ গিৰিহঁতলৈ থাকে আৰু বাকী দুভাগ কাম কৰা মানুহকেইটাৰ ভিতৰত ভগাই লয়। তাৰ পিচত প্ৰত্যেকেই নিজৰ নিজৰ ভাগৰ মাটি-দ'মবোৰ পানী থকা দ খাল এটাত পেলাই দহ-বাৰ দিন থছকি তাও কৰে। থচি-পুতকি থাকোঁতে-থাকোঁতে লো-চুৰ মিহলি খেচখেচীয়া মাটিখিনি আপোনা-আপুনি এৰাই বিলগ হৈ যায়। এই বিলগ হোৱা ভাগটিকে লৈ আহি তলত-লিখা নিয়ম মতে পগাই পেলায়।

## লোৱা মাটি পগোৱাৰ নিয়ম

লো-শলীয়াহঁতে পানী-পাচৰ আওলা, মাটিত পৰাকৈ ১৬।১৭ হাত, ওথ কৰি এটি তিনি খুঁটলীয়া ঘৰ কৰে। ঘৰটোৰ ভিতৰখন দীঘে ২০ হাত, পথালিয়ে ১০ হাত মান হ'ব। মাজৰ খোঁটালীটোত ভাটি পাতি ইকৰা থৰিৰ জুই মাৰি খেচ-খেচীয়া মাটিখিনি পোৰে। পুৰি অঁতাই থালি এটাত সেইখিনি বহাই দিয়ে আৰু টানকৈ জুই মাৰিবলৈ ধৰে। জুইৰ কোৰত তাৰ ভেবেৰবোৰ ফেন কাঢ়ি ওলাই যায় আৰু লো-মিহলি মাটিখিনি লেতু-সেতু হৈ লদা বান্ধে। লৰণিৰে লৰাই, কাঢ়নীৰে কাঢ়ি গোটা গোটা লো-ডোখৰাবোৰ ধুৰমুছ এডালেৰে খুন্দি নাইবা সাঁচত পেলাই দীঘল চেপেটা কৰি গঢ় লগায়।

সাধাৰণ লো কৰোঁতে পাঁচোটা মানুহে লো-শালত কাম কৰে; তাৰে এটা ওজা। ওজাৰ কাম ভাটি জলাবলৈ থৰি-খেৰ আনি দিয়া, লোৱাচুৰ মিহলি মাটি দলিয়াই দিয়া আৰু পগাবলৈ নিয়া লোৱামাটিৰ পোন্ধৰ সেৰীয়া ভাগৰ-পৰা লো উলিয়াই খুন্দি-পিটি গঢ় লগোৱা। এই ওজা-পালীৰ বাহিৰেও তাত দুটা হাত-আজৰাই দিয়া মানুহ থাকে। এটাই ভাটি মাৰে, আনটোৱে পাঁচ-টকামান—পাঁচটকামান লোমাটি আনি জুইলৈ পেলাই দিয়ে! এইদৰে দিনে-নিশাই কাম কৰি এদিন-এৰাতিত চাৰি সেৰীয়া গধুৰ তেৰ ডোখৰ লেছেৰা লো উলিয়ায়। আৰু মোটামুটিকৈ ধৰিলে প্ৰতি ডোখৰৰ বেচ ভাল-বেয়া অনুসৰি সিকিকৈ পৰে; কেতিয়াবা আকৌ ডোখৰে আদমহীয়া-চৰত্তীয়া-কৈও পৰেহে।

বছা-দৈয়াঙত মাটি খানি এমোন লো উলিয়াবলৈ তলত লিখা নিৰিখেৰে মানুহ লগোৱা হৈছিল।

| নিৰ্দিষ্ট কাম। | লগা মানুহৰ সংখ্যা | দিন | মুঠ মানুহৰ সংখ্যা |
|---|---|---|---|
| গেৰেকুৰা মাটিৰ পলগুৰা চট—বিচৰা বা লো-পুং উলিৱা— | ৬ | ৫ | ৩০ |
| মাটিখনা | ৬ | ১৫ | ৯০ |
| লোৱা মাটি পৃথক কৰা | ৬ | ১১ | ৬৬ |
| ছাই কৰা | ৬ | ৩০ | ১৮০ |
| লোৱা মাটি গলোৱা | ৫ | ২০ | ১০০ |

পলাশবাৰী আৰু গোহাঁই-হাটত গাৰোবিলাকে লেহুকা লো আনি বেচিছিল। উজনিৰপৰা অসমীয়া মানুহ গৈ সেইবোৰকে কুঁজী থেকেৰা, চাউল, সৰিয়হ দি সলাই-পজৰাই আনি নাঙলৰ ফাল, গজাল, বৰশী, বিন্ধনা, বটালি, বাইছ, ঢেকীৰ শুল, পুতলৰ কাইট, আৰু হিলৈৰ শলা কৰি লৈছিল। জয়পুৰৰপৰা দৈয়াঙলৈকে এই ডোখৰ ঠাইত উলিৱা লোৰেৰে তীক্ষ্ণতৰ ক্ষুৰ, কুঠাৰ, তৰোৱাল, হিলৈ, বৰতোপ, তীখা আৰু ইস্পাত হৈছিল। লোশলীয়াই মাটিৰপৰা লোৱা-মাটি উলিয়াইছিল আৰু কমাৰে তাক গঢ়ি পিটি ঠগ লগাই ব্যৱহাৰৰ উপযোগী কৰিছিল।

আজিকালি লোশলীয়া মানুহ পাবলৈ নাই। কমাৰ হ'লে ঠায়ে-ঠায়ে আছে। কিন্তু, বৰ দুখৰ বিষয় যে তেওঁবিলাকেও লাহে-লাহে কমাৰৰ কাম নাই বুলি এৰি দিবলৈ ধৰিছে। লোৰ উৎপত্তিৰ বিষয়ে জানিবলৈ হ'লে কমাৰৰ উৎপত্তিৰ কথাও জানি থোৱা নিতান্ত লাগতিয়াল।

## কমাৰখেল কেতিয়া হ'ল

"১৪২২ শকত চুহুমুং বা দিহিঙীয়া স্বৰ্গনাৰায়ণে দিখৌমুখত চুতীয়া ৰজা ধীৰনাৰায়ণ আৰু তেওঁৰ মন্ত্ৰী কাচীতৰাক হকৰাই তেওঁবিলাকৰপৰা ভালেমান দোলা, কালী, সোণৰ মেকুৰী, সোণৰ হাতী, তিনি চুকীয়া সিংহাসন, চ'ৰানাও, দবা, হিলৈ আৰু কলাই খাৰত বাজেও অসংখ্য কমাৰ কাম কৰা মানুহ বন্দী

কৰি আনে। ৰজাই তেওঁবিলাকৰ কিছুমানক বছাৰ পিনে আৰু কিছুমানক উজনিৰ পিনে বহুৱালে আৰু কমাৰ শাল পতাই লো-দা-কটাৰী-হিলৈ-ৰৰতোপ আদি গঢ়িবলৈ আহিলাপাতি যতাই দিলে। তেওঁবিলাকৰ ভিতৰত কামৰ ভাল-বেয়া চাবলৈ হাজৰিকা, শইকীয়াও পাতি দিলে। দিহিঙ্গীয়া ৰজাৰ দিনৰ-পৰাহে অসম ৰাজ্যত কমাৰৰ খেল আৰু ব্যৱসায় চলন্তি হয়। দিহিঙ্গীয়া ৰজাৰ দিনত অসমত ৩,০০০ কমাৰ আছিল।

আকৌ প্ৰতাপসিংহ ৰজাই অসম দেশত ভাটী দেশৰ ঠাঁচেৰে পিতলৰ হিলৈ আৰু ৰৰতোপ গঢ়াবলৈ ভাটীৰ পৰা বহুত কমাৰ অনায়; আৰু কোঁৱৰবিলাকক হিলৈদাৰী পাতি সেই কমাৰবিলাকৰ বেলেগ বেলেগ খেল নিৰ্বন্ধ কৰি দিয়ে।

গৌৰীনাথ সিংহৰ দিনলৈকে (খৃঃ ১৭৯৬) অসমত লোশলীয়া মানুহৰ হতুৱাই মাটিৰপৰা লো উলিওৱা হৈছিল আৰু কমাৰৰ হতুৱাই দা-তৰোৱাল, হিলৈ-তোপ, খাৰ-গুলি আদি কৰোৱা হৈছিল। কিন্তু মোৱামৰীয়াৰ (মায়ামৰীয়া) উপদ্ৰৱত দেশ ছাৰখাৰ হৈ তোলাং হোৱাত মানুহবোৰ কৰবালৈ ভাগি ভুঁহৰি গুচি গ'ল আৰু লোশলীয়াইঁত ঠান-ঠান হোৱাত, লো উলিওৱা মানুহৰ অভাৱ পৰিল, লগে-লগে কমাৰবিলাকৰ গঢ়া-পিটা কাম ও কমি আহিবলৈ ধৰিলে। এইদৰে কমি গৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত ৫০০ মাথোন কমাৰ আৰু লোশলীয়া খেল ৰলগৈ। মানৰ দিনত আকৌ তাতোকৈও কমি আহি মুঠেই এশতহে পৰিলহি। ১৭৫৯ শকত শিৱসাগৰ জিলাত ৪০ কি ৫০ ঘৰমান মানুহহে আছিল যি লো-পুং চিনিব পাৰিছিল। এইদৰে ক্ৰমাৎ লোশলীয়া মানুহ আৰু কমাৰৰ সংখ্যা টুটি আহি-আহি আজিকালি সমূলঞ্চে নাইকিয়াত পৰিছেহি।

কেইখন কমাৰশালত কি কি হিলৈ কিমান দিনত সজা হৈছিল তাক তলত দিয়া হ'ল :—

| কমাৰশাল | হিলৈৰ নাম | মাহেকত কিমান তৈয়াৰ কৰা হৈছিল |
|---|---|---|
| ১ খন | সক হাতনলীয়া হিলৈ | ৪ টা |
| ১ „ | ৰামচাঙ্গী „ | ২ টা |
| ১ „ | পহ লঙ্গী „ | ২ টা |
| ১ „ | গঠীয়া জমুৰ „ | ১ টা |

| | | |
|---|---|---|
| ১ খন | মিঠাহোলোং তোপ | ১ টা |
| ২ „ | বাঘমৰা তোপ | ১ টা |
| ৪ „ | টুবুকী বৰ তোপ | ১ টা |
| ২০ খন | হাতীমুৰীয়া তোপ | ১ টা |
| ৫০ খন | আটাইতকৈ ডাঙৰ তোপ | ১ টা |

ওপৰত যিকেইবিধ হিলৈ-তোপৰ নাম দিয়া হৈছে তাৰ ভিতৰত মিঠা-হোলোং বোলা বিধ পোন-প্ৰথমতে দিহিঙ্গীয়া ৰজাই চুতীয়া ৰজাৰপৰা পায়। এইবোৰৰ উপৰিও আছিল বাঘমৰা, চৰাইমৰা, মানুহমুখীয়া, নেজ-নথকা সৰু তোপ, তিনি-চাৰিমুখীয়া তোপ আৰু যঁতৰি লগোৱা বৰতোপ।

শেষৰ কেইবিধ পাচৰ ৰজাসকলে কৰোৱা। ইয়াৰ ভিতৰতে এটা বৰতোপ গুৱাহাটীৰ বহিখোৱা বৰফুকনে ৰাজেশ্বৰ সিংহলৈ পঠাইছিল। আহোম ৰজাসকলৰ দিনত কৰোৱা বৰতোপৰ ভিতৰত সেইটোৱেই আটাইতকৈ ডাঙৰ। ই দীঘে বাৰ হাত আৰু গুৰিৰ পোনে মেৰটো প্ৰায় চাৰি হাত। ন শ ন কুৰি ওজা আৰু তাৰ ওপৰতে এটা বনমালী ( শইকীয়া ) ওজাই লেখজোখ নোহোৱা পালী লৈ ইকৰা ধৰিৰ ছাইৰে এই বৰতোপটো সাজিছিল বুলি কথিত আছে। এই বৰতোপটো মাৰোঁতে মানুহৰ কাণ ফাটি গৈছিল। সেই দেখি, হিলৈদাৰীয়ে গাঁতৰ ভিতৰত সোমাই গুলী মাৰিছিল। এবেলি, ৰংপুৰ নগৰত এই বৰতোপ মাৰোঁতে তাৰ গুলীয়ে সোণাৰী নৈৰ বাহৰত ( বৰ্তমান দিখৌ মুখৰ ভাটীয়ে ) পানী আনিবলৈ যোৱা এজনী গৰ্ভৱতী তিৰোতাৰ ভুক উলিয়াই দিয়ে। তেতিয়াৰপৰা বহিখোৱা বৰফুকনৰ বৰতোপে বহি খাবলৈ ধৰিলে।

স্বৰ্গনাৰায়ণ ৰজায়েই জয়-জয়তে ১৪২৭ শকত হিলৈ-বৰতোপ সজায় আৰু ব্যৱহাৰ কৰে। তেওঁৰ দিনৰপৰা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনলৈকে অৰ্থাৎ শকলৈকে অসমত অসংখ্য আগ্নেয় অস্ত্ৰ নিৰ্মাণ কৰোৱা হয়। ১৬৩৬ তাৰ পাচত অসমীয়া মানুহে যুদ্ধাস্ত্ৰ সাজক ছাৰি নামকে ক'বলৈ পাহৰিলে :—**মণিৰাম বৰভণ্ডাৰ বৰুৱা।**

মন্তব্য :—অসমীয়া মানুহেই ইমানবোৰ আগ্নেয় অস্ত্ৰ নিৰ্মাণ কৰিছিল যে আওৰংজেব পাৎশ্বাহৰ প্ৰধান বল্লভ আমিৰ জুম্‌লাবো ঢাকা এৰি অসমৰ সীমা খুটাঘাট পাই চৰৰ মুখে অসম ৰজাৰ অসংখ্য হিলৈ আৰু ৫০০ গুলী একেলগে

মাৰিবপৰা বৰতোপ আছে বুলি শুনি পেটতে হাত-ভৰি লুকাইছিল। প্ৰকৃততে, হাত-ভৰি লুকাবৰ কথাই। কাৰণ, তেওঁ দেশলৈ উলটি যাওঁতে অসমৰপৰা, ৬৭৫ টা হিলৈ গৈ গৈছিল। তাৰ ভিতৰত যিটো হিলৈ আটাইতকৈ ডাঙৰ আছিল সেইটোৰ গুলীটোৱেই আছিল তিনি মোন গধুৰ। ইয়াৰ বাহিৰেও তেওঁ ৩৪৩টা জম্বুৰক (জুমুৰ), ১২০০ ৰামচাঙ্গী, ৬৫৭০টা হাতনলীয়া বন্দুক, ৩৭০ মোন খাৰ, দুমোন আঢৈ মোনীয়া খাৰেৰে খুন্দ্‌ খাই থকা ৯৬০টা খাৰৰ পেটাৰী আৰু ১৮২৮ খন ঢাল লৈ গৈছিল। ছিয়াবুদ্দিন তালিছে লেখিছে যে অসমীয়াৰ হাতনলীয়া বন্দুক্‌ আৰু বছাদাৰী হিলৈবোৰ সুন্দৰ ৰূপে মিনাকৰোৱা আৰু সেইবোৰ সাজোঁতে অসমীয়াইঁতে অদ্ভুত ৰকমে বুদ্ধি খটুৱাইছিল।

অসমতে সজা হিলৈ বৰতোপৰ বাহিৰেও অসম ৰজাৰ ভঁড়াললৈ বিদেশী তোপ-বন্দুকও ভালেমান আহিছিল।

১৪৫৪ শকত তুৰ্বকৰ সেনাক কৰতোৱা নৈৰ সিফালে খেদি, তুৰ্বকক বন্দীকৈ অনাৰ লগে-লগে অসমীয়া সেনাই মোগল সেনাৰ হাতৰপৰা বহুত বৰ-সৰু হিলৈ অধিকাৰ কৰে। ১৫৪৯ শকত ছৈয়দ বাবাকৰক খটুৱাই প্ৰতাপসিংহৰ প্ৰতাপী সৈন্যই কেইবাটাও লোৱৰ আৰু পিতলৰ বন্দুক বৰতোপ কাঢ়ি লয়। ১৫৮০ শকৰ ফাগুন মাহত টংচু ৰৰবৰুৱাই নাথুল্লাৰপৰা কামায়ণ হিলৈ ২০টা আৰু টুবুকী হিলৈ ৩০০ পায়। ১৭৭৯ শকৰ ভাদ মাহত কাপ্টান বিৱৰে চাৰিংৰজা কন্দৰ্পেশ্বৰ সিংহৰ ঘৰ লোবোকোঁতে এটি ফৰাচী দেশত সজা সৰু বন্দুক পাইছিল। সেইটি ১৭৯৬ চনত বঙালহাটৰপৰা কিনি অনা। বিলাতী বন্দুক নো অসমত কেনেকৈ চলিবলৈ পালে তাক তলত দিয়া টোকাটোৰপৰা বুজিব পাৰি।

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত বঙ্গদেশৰ বৰকণ্ডাজইঁতে অসম ৰাজ্যত যেতিয়া উৎপাত কৰে, তেতিয়া বুঢ়াগোহাঁইৰ সেনাবিলাকে হিলৈ চলাব নেজানিছিল। সেই দেখি, বৰকণ্ডাজইঁতক দমোৱা বুঢ়াগোহাঁইৰ পক্ষে টান হৈ পৰিল। গত্যন্তৰ নেদেখি গৌৰীনাথ সিংহই লৰ্ড কৰ্ণৱালিছক সাহায্য প্ৰাৰ্থনা কৰিলে। লৰ্ড কৰ্ণৱালিছে কাপ্টান ৱেলছক (Capt Welsh) পঠিয়ালে। তেওঁ গৌৰীনাথৰ ৰাজ্যলৈ গৈ এজন ইংৰাজ কাপ্টানৰ তলে ৫০৯ অসমীয়া চিপাহী লৈ এটা পল্টন্‌ কৰি সিইঁতক কিছুমান বিলাতী বন্দুক আৰু খাৰ-বাৰুদ দি

ইংৰাজৰ নিয়মমতে সেইবোৰ চলাবলৈ শিকাই থৈ গ'ল। এই পল্টনেৰেই গৌৰীনাথ সিংহই অসমৰ শত্ৰুবোৰক বশ কৰি ৰাখিছিল; পিছত, ৰজাই ইয়াৰে বাহিৰৰ আক্ৰমণ ওফৰাব নোৱৰাত, সহায়ৰ কাৰণে বৃটিছ-গৱৰ্ণমেণ্টত জনালে। এইবেলি লৰ্ড কৰ্ণৱালিছে ইংৰাজ কাপ্টানৰ তলে এনে পল্টন নাৰাখি ৰজাৰ ইচ্ছামতে ফৌজ গঢ়ি ল'বলৈ বছৰি এটা নিৰিখ কৰি কিছুমান হাতনলীয়া বন্দুক আৰু খাৰ দিবলৈ নিৰ্বন্ধ কৰিলে।"—Report relative to Assam in 1797 by the Persian Translator.

১৭৯৩ চনৰ ফেব্ৰুৱাৰী মাহতে এই নিৰ্বন্ধ হৈ গ'লত বহুত বঙালী আৰু য়ুৰুপীয় চাহাবে এখন হাট বহুৱায়। সেই হাটেদি তেওঁবিলাকে বছৰি প্ৰায় ২২৮০০০৲ টকাৰ মালবস্তু অসমলৈ পঠিয়াইছিল। অসমেও, সেই অনুপাতে বছৰি ১৫১০০০৲ টকাৰ দ্ৰব্যবস্তু আৰু লহা সোণ বিদেশলৈ পঠিয়াইছিল। ব-শ

# মহঙৰ লোণ

**মহঙীয়া নগা পৰ্বতৰ দাঁতিত থকা বৰহাট আৰু নামচাং হাটৰ লোণ :—**

যোৰহাটৰপৰা নাৱেদি গৈ, ১২ দিনৰ মূৰত বৰহাট আৰু নামচাং-হাট পায়গৈ। দিখৌমুখৰপৰা নাৱেৰে গৈ চাৰিদিনত দিচাংমুখ পায়গৈ। দিচাঙে গৈ বৰহাট ওলাব পাৰি। বৰহাটলৈ এদিনমান বাট থাকোঁতেই সৰু নাৱত উঠিব লাগে। ডাঙৰ নাও তালৈ নেযায়। বৰহাটৰ পিচতেই নামচাং-হাট ; তাৰপৰা আৰু নাৱেৰে উজাব নোৱাৰি।

বৰহাটৰপৰা ২৪টা পৰ্বত নগাই গৈ লোণপুং পোৱা হয়। জাৰকালি তাত লোণপুৰীয়াই লোণ পোৰেগৈ। নগাই এবেলা লোণ পোৰে আৰু ইবেলা খেতি কৰে।

পৰ্বতৰপৰা ফাঁকত লোণ আনি নগাই ভৈয়ামত বেপাৰীৰে সৈতে চাউল, কণীতাম, খাৰুৱা কাপোৰ, শুকান মাছ ইত্যাদি সলায়হি। গাই পতি একোটা নগাই এমোন মান লোণ আনে। লোণপুঙৰ সৰবৰাহকাৰে সেই এমোন লোণৰপৰা ২ সেৰ লোণ কাটল বুলি লয়। বেপাৰীৰপৰা আকৌ কিনা লোণৰ সিকিভাগ আৰু নগাক বেচাথিনিৰপৰা ½ ভাগ দান কাটে।

আগেয়ে এই হাটবোৰত কৰ-কাটল লগোৱা নহৈছিল। কিন্তু বৃটিছ-গবৰ্ণমেণ্ট আহি ৩৫০০৲ টকাত সেই হাটবোৰ এজন সৰবৰাহকাৰক লগাই দিয়ে।

বৰহাটৰ নগাক টেকাম আৰু নামচঙীয়া নগাক কাংআহোন বোলে। ইথন চাঙৰপৰা সিখন চাঙলৈ ৮ মাইলমান দূৰৈ হ'ব। এই ডোখৰ ঠাইত ২১টা লোণৰ পুং আছে। তাৰে দুটামানত উভৈনদীকৈ লোণ পোৱা যায়। নামচাঙত টবিংজান (?) বোলা এটা পুং আছে। তাত আটাইতকৈ সৰহকৈ লোণাপানী পোৱা যায় আৰু তাৰ পানী এসেৰত দহ টকা লোণ পোৱা হয়। বৰহাটৰ বৰমহং পুঙত আকৌ, এসেৰ পানীত ৭৲ টকাহে লোণ ওলায়। বাকীবোৰত নিচেই

নায়ে বুলিব লাগে। তথাপি লোণাপানী সেৰত, তপতালে, তিনটকামান লোণ বয়গৈ।

সৰবৰাহকাৰজনে ৬০ গোট পাইক বা ১০০টা লোণপুৰীয়া মানুহ পায়। গোটে পতি তেওঁ ৯্ টকাকৈ চৰ্কাৰক দিব লাগে। প্ৰত্যেক গোট পাইকে সৰবৰাহকাৰক ৩/০ মোনকৈ লোণ দিব লাগে। লোণপুৰীয়াহঁতে আহিন-কাতিতে লোণ পুৰিবলৈ আৰম্ভ কৰে আৰু বহাগ পালেগৈয়ে, পুঙৰ ছালি ভাঙি ঘৰাঘৰি যায়গৈ।

বাঁহৰ চুঙাত পুঙৰ পানী ভৰাই থালিত বা ঘৰাৰ ওপৰত দি পগায়। পগাওঁতে অলপ টান মাৰিলেই গাঁতৰ গুচৰতে থৈ দিয়া বাঁহৰ চুঙাত টান মৰা লোণখিনি বাকি থয়। একেলগে এশটা মান চুঙাত লোণপানী সিজোৱা হয়। এশ-ডেৰ শ চুঙাৰ পানী সিজালে ২০।৩০ সেৰ-মান লোণ ওলায়।

তিনি-চাৰি মাহৰ পাচত জালি গাঁতৰ ঘৰাবোৰ ভাঙি পেলোৱা হয়। সৰু-সৰু বিন্ধা থকা পাচি বা খৰাহীত পগোৱা লোণপানীখিনি ঢালি দি অলপমান বেলি জুইৰ ওপৰত তাও দিলেই লোণ ওলাই পৰে।

বাৰিষা নৈৰ জুৰিত শিলবালি উটি আহি লোণপুংবোৰ পুতি পেলায়।

টিলা এটাৰ মাজত বোলোং নামেৰে এটা লোণপুং আছে। সেই পুঙৰ পানীখিনি বৈ আহোঁতে শিলৰ নাও এখনৰ ওপৰেদি বাগৰি আহে। সেই নাওখন আগেয়ে কাঠৰ আছিল। পৰ্বতীয়া পানী বাগৰি আহি আহি নাওখন শিলাময় কৰি পেলালে। তাৰ ওপৰত এইকেইটা কথা লেখা আছে :—

**"শলাল গোহাঁইৰ বাহিৰে লোণপুঙৰ লোণ উলিয়াওঁতা আৰু অসমত আন এজন সুপণ্ডিত কোন আছে?"**

অসমীয়া মানুহে ইয়াৰ লোণকে খায়। বৃটিছ-গৱৰ্ণমেণ্টে উলিৱা বালি লোণৰ দৰেই এইবোৰ লোণবো চোক আছে।

বিশেষকৈ, মটকবিলাকেই চাউল, গুড়, কানি, বৰ কাপোৰ, কপাহ আৰু এৰি-মুগাৰ কাপোৰ দি নগাৰপৰা লোণ সলাই আনে। ৰংপুৰ-যোৰহাটৰপৰা লোণ আনিবলৈ যোৱা মানুহে দুপুৰামান চাউল, দুটকামান বাৰীকানিৰে একোখন ভাৰ লৈ যায়। তাকে দি লোণ সলাই আনে। তিনি সেৰ চাউল দি এসেৰ, এটকা কানিৰ সলনি ৮।১২ সেৰ লোণ পায়।

---

# নগা

**ৰঙী নগা :**—( অসমৰ পূব দিশৰপৰা )

**মহজীয়া নগা :**—দিছাং বা দিলীহ নৈ আৰু বুঢ়ীদিহিঙৰ মাজত, লোণপুঙৰ দক্ষিণে।

**জৰকীয়াল নগা :**—দিছাং নৈৰপৰা দেওপানীৰ গুৰিলৈকে।

**নামচজীয়া বেত্তবন্ধা নগা :**—তাওকাক নৈৰ পাৰত। তাওকাকথন দিছাঙত পৰিছে।

**ম'লং নগা :**—চৰাইদেও পৰ্বতৰ কাষত। এই পৰ্বতত, হিন্দুধৰ্ম গ্ৰহণ কৰাৰ পূৰ্বে, আমাৰ ৰজাসকলে মৃত দেহৰ মৈদাম বন্ধাইছিল। ইয়াৰপৰাই দৰিকা নৈ ওলাই গৈ দিখৌত পৰিছেগৈ।

**শিলপনীয়া নগা :**—শিলপনীয়া নগাৰ কানি আৰু বেঙ্গেনা বিখ্যাত।

**ৰোপগঞা নগা :**—জাঁজী নৈৰ পাৰত।

**মলোথুপীয়া নগা :**—জাঁজীৰ ওচৰত।

**ৰৰ নগা**
**হিমুজীয়া** } কপাহৰ নিমিত্তে বিখ্যাত।

**আচৰজীয়া**
**জাচজিয়াল**
**খামপজীয়া** } নগা—জাঁজী নৈৰ আগাৰিত। এওঁবিলাকে কপাহ কৰে।

**কলাবৰীয়া ,, :**—দিচৈ নৈৰ গুৰিত।

**চামচা**
**চাই—** } নগা :—দিচৈ নৈৰ দক্ষিণে

**ৰবগঞা মগা** :—কলা ৰবীয়া নৈৰ পছিমে।

(?) **লাকুৰীয়া মগা** :—কলা ৰবীয়া নৈৰ পছিমে।

(?) **মোগলাই মগা** :—কাকদোঙা নৈৰ পাৰত।

**মাফুকিয়াল মগা** :—কাকদোঙা নৈৰ পাৰত।

**লঠা মগা** :—কাকদোঙা নৈৰ পাৰত।

**বৰ বেংমা** :—দৈয়াং নৈৰ পাৰত।

**সৰু বেংমা** :—ধনশিৰী নৈৰ পাৰত।



# গৰম পানীৰ উহ

১। **হামদৈ** :—দৈয়াঙৰ উত্তৰে গোলাৰ ( গোলাঘাটৰ ) পৰা ২ ঘণ্টাৰ বাটত হামদৈ এখন বৰ ডাঙৰ চহৰ।

২। **নোগোৰা** :—দৈয়াঙৰ উত্তৰ পাৰতে ; হামদৈৰপৰা ৪ ঘণ্টাৰ বাট।

৩। **বৰ খলা ( বৰকলা )** :—ধনশিৰীৰ পূব পাৰত। নোগোৰাৰ-পৰা ৮ দিনৰ বাট। ইয়াত ৩০ ঘৰমান মানুহ আছে।

৪। **টেঙ্গানী** :—ধনশিৰীৰ পূব পাৰতে ৩০ ঘৰমান মানুহৰ এখন গাঁও। বৰখলাৰপৰা এদিনৰ বাট।

ধনশিৰীৰ পছিমে দহোটামান গৰম পানীৰ উহ আছে। বৰকলাৰপৰা তালৈ দুঘণ্টামানৰ, টেঙ্গানীৰপৰা ৪ ঘণ্টামানৰ আৰু কোনো-কোনো উহলৈ বৰখলাৰপৰা ৮ ঘণ্টামানৰ বাট হ'ব।

৫। **নামজুৰ নৈ** :—নামজুৰ নৈখন দক্ষিণ ফালৰ পৰ্বতৰপৰা ওলাই আহি লোণপুং থকা ঠাইতে ধনশিৰীত পৰিছেহি। ই শিলগুটি আৰু লোৰাচুৰেৰেই ভৰা। চুণ শিলো আছে। পাৰ দুটাত কাঠনি হাবি। নাও সাজিব পৰা ভাল-ভাল কাঠ সেই হাবিয়নিত পোৱা যায়। এই-খিনিতে গৰম পানীৰ সোঁতা এটিও নামজুৰতে লগ লাগিছেহি।

উহৰ পানী সদায় বক্‌বক্‌ কৰে উতলি থাকে। বহুত পৰ হাত জুবুৰিয়াই ৰাখিব নোৱাৰি। ৰাতিপুৱা উহৰপৰা ধোঁৱা ওলাই থাকে। পানীবোৰ কেচেমাকেচেম গোন্ধায় আৰু মুখত দিলে বিজলীয়া-বিজলীয়া লাগে। ইয়াত চাপলিকা পৰ্বতো নাই ; বনৰীয়া জন্তু হ'লে ভৰি-ভৰি আছে।

ধনশিৰীৰ পছিম পাৰত বনপেলা গাঁও ; তালৈ টেঙ্গাপানীৰপৰা ৩ ঘণ্টামানৰ বাট হ'ব। তাৰ দক্ষিণলৈ ৩ দিনীয়া বাটৰ মূৰত আঙ্গামী নগা থকা পৰ্বত আছে। সেই পৰ্বতৰপৰা বহুত ওপৰলৈ আবৰী নগা। নামজুৰ আৰু গৰম পানীলৈ গোলাৰপৰা ( গোলাঘাটৰপৰা ) ডেৰ দিনৰ বাট।

মাঘ-ফাগুন-চ'ত—এই কেউমাহতে লোণপুঙৰ লোণ উলিওৱা হয়। পানী কিমান দ ক'ব নোৱাৰি।

# অসমত সোণ কমোৱা ব্যৱসায়

**বালি ধুই সোণ উলিওৱা নিয়ম :—**নৈৰ কোবাল সোঁতে গৰা খহাই তাৰ ঠিক বিপৰীত পাৰে যেতিয়া চট পেলায়, তেতিয়া সোণোৱালবিলাকে সেই চটৰ বালি পৰীক্ষা কৰেগৈ। পৰীক্ষা কৰি, যদি তাত বালিচন্দা থকা গম পায়, তেন্তে সেইডোখৰ ঠাই সোণ খপিবৰ উপযুক্ত ঠাই বুলি স্থিৰ কৰে। বুঢ়ী দিহিঙৰ পাৰত কিছুমান কছাৰী সোণোৱাল আছিল। সিবিলাকৰ গাঁও-বুঢ়া বা খেলৰ মুখিয়ালজনে সোণ ওলোৱা ঠাইবোৰ আগতে চাই লয়। তাৰ পিচত সোণ কমোৱা সঁজুলি আদি লৈ খেলৰ মানুহবিলাক সোণ কমাবলৈ যায়। কিন্তু অইন সোণোৱালে সোণ ওলোৱা ঠাই চাবলৈ যাওঁতেই লগতে সোণ-খপা সঁজুলিও লৈ যায়; আৰু কোনো ঠাইত সোণ থকাৰ চিন পালেই তাতে কমাবলৈ আৰম্ভ কৰে।

সোণ খপিব খোজা ঠাইত চাৰিটা সোণোৱাল পাইক মুঠ বান্ধি এক গোট হয়। এই পাইক চাৰিটাক পালী আৰু ইহঁতক দিহা-পোহা দি কৰাওঁতাজনক ওজা বুলি কয়। এই মানুহ গোটে এখন দুকণীত সোণ কমায় অৰ্থাৎ দুকণীখনে পতি এগোট মানুহ।

পালী চাৰিটাৰ ভিতৰত এটাই বালি খোৱে। দুটাই লেহেতীৰে বালি কঢ়িয়াই দুকণীলৈ আনে আৰু বাকীটোৱে বালি খানে। যিটো চটত সোণ খপিব খোজে, ইহঁতে পোন প্ৰথমে তাতেই বিৰীয়াৰ নিচিনা বাঁহৰ জোঙা মাৰি এডালেৰে খুঁচি চায়। খোঁচোতে তলত টান বালিৰ চপৰা পালে বাঁহ এচলাৰে তাৰে অলপ তুলি আনে। তাৰ পিচত, বালি চপৰাটো লিৰিকি-বিদাৰি সোণগুড়ি বা সোণ চেকুৰা থকা যেন দেখিলে চটৰ দাঁতত বা পানী ঘুৰ্ণিত তৎক্ষণাৎ বহা সাজি সোণ খপিবলৈ আৰম্ভ কৰে। পোনছাটেই সুঁতিৰ দ ঠাইডোখৰ ভেটে; সক সুঁতি হ'লে বালিৰে আৰু ডাঙৰ হ'লে জেং-জাবৰেৰে। এইদৰে ভেটা মাৰিলে সোণ খপিব খোজা চটৰ ওপৰেদি সোঁতে পাক লৈ তাৰ ওপৰ তৰপ ধুই পেলায় আৰু সোণ চেকুৰা মিহলি হৈ থকা

বালি তৰপ উলিয়াই দিয়ে। তেতিয়া সোণোৱালহঁতে ভেটাবোৰ ভাঙি পেলায়। ভেটা ভাঙিলেই পানী আহি আকৌ আগৰ ঠাইত পৰেহি। এনেতে, ধেনুভিৰীয়া কাঠৰ লেহেতী এখনেৰে সেই বালিবোৰ কঢ়িয়াই আনি কুঁকি এটাত ভৰাই থয়। এই লেহেতীখন দীঘলে ডেৰ হাত, পথালিয়ে এহাত আৰু গাতে পথালিকৈ চাৰি হতীয়া দীঘল নাল এডাল; ভিতৰ পিনে চকু দুটাত বিন্ধা কৰি মাজেদি জৰী সুমুৱাই লৈ দুটা মানুহে আগফালৰপৰা জৰীত ধৰি লেহেতীখন চোঁচৰাবলৈ ধৰে আৰু এটাই পাচফালে লেহেতীৰ ধাৰটো হেঁচি বালিত সুমুৱাই দিয়ে। এইদৰে হেঁচি-ঠেলি বালিবোৰ আনি কুঁকিত ভৰায়হি। তাৰ পিচত, সেই বালিবোৰকে দুকণীৰ ওপৰত বানত বাকী দিয়েগৈ। এই দুকণীখন কাঠৰ; দীঘলে তিনি হাত, পথালিয়ে এহাত আৰু মৈৰটো ওথই এবেগেত। আৰু এমূৰে তিনি আঙুলিমান বহল সুৰুঙ্গা এটা— ঠিক যেনিবা মাছধৰা চেপাটোহে। তাৰ পিচত, এটাই এহাতেৰে ফুটা কলহৰ জলাইদি পানী বাকি, ইহাতেৰে বানৰ বালিবোৰ লৰাই-চৰাই তাত মিহলি হৈ থকা কুটা-কাটিবোৰ আঁটাই দিয়ে। বালিবোৰ ধুই থাকোতে দুকণী-খনত পানী আৰু বালি ভৰি পৰেগৈ, তেতিয়া দুকণীখন অলপ একতীয়াকৈ দিয়া হয়; এইদৰে দিলে দুকণীৰ তলত সোণ মিহলি বালিখিনি নিগৰি পৰি যায়, আৰু যি কুটা-কাটি বা বেয়া বালি থাকে, সেইবোৰ সুৰুঙাইদি সৰকি ওলাই যায়।

এইদৰে ৪০।৫০ কুঁকি বালি দুকণীৰত পেলাই ধোৱা হ'লে, সোণোৱালহঁতে তাক শিয়া বোলে। এশিয়াত এৰাতি সোণ কমাৰ পাৰিলেই সিহঁতৰ মনত নোপোৱাই পোৱা যেন লাগে। কাৰণ, দিনৰ দিনটো খপিলেহে এমহামান সোণ উলিয়াব পাৰে—সিও আকৌ ভাঁজ লগা। ৫।৬ বছৰ নকমোৱা ঠাইত হ'লে কেতিয়াবা শিয়াত দুৰাতিকৈও সোণ পোৱা যায়। সেই হিচাপে চালে, দিনটোত এতোলামান সোণ হয়গৈ।

দুকণীখনৰ চেপামৰা সুৰুঙাটোৰ মুখত কৌপাত এখন মেলি দি নিগৰি পৰা সোণ-বালিৰ ওপৰত আকৌ কলহৰ জলাৰে পানী ছটিয়াই দিয়ে। এইদৰে দিলে বালিবোৰ ওলাই যায় আৰু সোণখিনি কৌপাতত লাগি ধৰে। তেতিয়া কৌপাতৰপৰা লাহে-লাহে সোণখিনি একৰাই চুঙাত ভৰাই শাঁফৰ মাৰি বা সোপা দি থৈ দিয়ে। তাৰ পিচত আৰু সাধাৰণ বালিত সোণ খপা হয়।

চুঙাত ভৰোৱা এই সোণখিনিকে আকৌ ঢুকণীত ঢালে, ঢালোতে যিমান তোল সোণ থাকে সিমান অনা বহ ( পাৰদ ) মিহলাই দিয়ে। সোণ আৰু বহ মিলাই পানী থাকে। পানী পালেই বহৰ লগত লগ লাগি সোণখিনি লদা বান্ধে। তেতিয়া, সেই লদাটো তুলি আনি শামুকৰ খোলা এডোখৰত ভৰাই নাহৰ খৰিৰ জুইৰে জাল দি তপতোৱা হয়। ভাপ পাই বহখিনি উৰি যায় আৰু খোলা ডোখৰ চূণ হয়। তাৰ পিছত, পানীত পেলাই সোণৰ ভাঁজ-নিভাঁজ পৰীক্ষা কৰা হয়। পানীত পৰি তললৈ গ'লেই নিভাঁজ আৰু ওপঙিলেই ভাঁজ থকা বুলি জানিব লাগে। সোণ লদাৰ বৰণ পিতল চানেকীয়া হ'লে, সোণ পানীৰে ভাতৰন্ধা-ঘৰৰ মাটি বোকা কৰি, সেই বোকাৰে লেও দি সোণ লদা জুইত পুৰিলে সোণৰ চকচকীয়া বৰণ ওলাই পৰে। তলত উল্লেখ কৰাকেইখেলত বাজে সকলো সোণোৱালে ওপৰত কোৱা নিয়মেৰেই বালিৰ-পৰা সোণ খপি উলিয়াইছিল।

(১) কিছুমান কচাৰী সোণোৱালে নৈত ধল উঠিবলৈ বাট চাই থাকে। যেই পানী শুকাই গ'ল, সিহঁতো বালিৰপৰা সোণ ধুবলৈ সাজু হৈ ওলাল।

(২) বাইডঙীয়া ফুকনৰ ভাগৰ ( দাগী ) সোণোৱালে পৰ্বতলৈ উঠি কৌপাত গোটায়; আৰু, সেই কৌপাট পুৰি ওপৰত কৈ অহা-দৰে সোণ উলিয়ায়।

(৩) চিদাং নৈত কমোৱা মানুহে নৈয়ে কোবোৱা পৰ্বতৰ গাৰপৰা শেলাই আৰু বন খহাই লয়; সেইবোৰ ধুই তাৰপৰা সোণ উলিয়ায়।

মাঘ-ফাগুন-চ'ত—এই খৰালি কেইমাহেই সাধাৰণতে সোণ কমোৱাৰ দিন। কোনো কোনো ঠাইত আহিন-কাতিতো কমোৱা হয়। সোণোৱাল-বিলাকে আঁউসী, একাদশী, পূৰ্ণিমা, সংক্ৰান্তি আদি তিথিত সোণ নকমায়।

পৰ্বতীয়া নৈবোৰত ভাল সোণ পোৱা যায়। নৈৰ সোঁত যিমানেই কোবাল হয় তাৰ সোণ চেকুৰাবোৰো সিমানেই চকচকীয়া হয়। সোঁত কম নৈৰ সোণত ভাঁজ থাকে। ব্ৰহ্মপুত্ৰত পোৱা সোণ ভাল নহয়। ইয়াত কচাৰী সোণোৱালে সোণ কমাইছিল।

লুইত, দিহিং, টেঙাপানী, পকৰা, দিহং, দিবাং, দীগাক, ধল, চিদাং, ডিমুক, সোৱণশিৰী, দীজু, কাকৈ, কদম, সোমদিৰী, দোছোৱা দিজু, দীক্ৰং, খবৈ, ৰবৈ, বৰৈ, বৰগাং, বৰ্দিখৰী, ভৰলী, ধনশিৰী, কলীজুৰি, ডকাজুৰি, পমা, গকৰা,

মানাহা, বুঢ়ীগঙ্গা, দিহিং, জগলু, আৰু ভালেমান সৰু সৰু নৈত সোণ কমোৱা হৈছিল।

এই নৈবোৰত সোণ কমোৱা কাম কৰি বহুত পাইকে জীৱিকা নিৰ্বাহ কৰিছিল। স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ দিনত বাৰ হাজাৰৰপৰা কুৰি হেজাৰলৈকে, ৰাজেশ্বৰ সিংহৰ দিনত প্ৰায় ষোল হেজাৰ সোণোৱালৰ এই বৃত্তিয়েই উপজীব্য আছিল। সোণোৱালবিলাকে কিমান সোণ কমাইছিল নিশ্চয়কৈ থিৰ কৰা টান। তথাপি বুৰঞ্জী, বিষয়ৰণী আৰু ৰজাঘৰীয়া এতলাৰপৰা সবিশেষকৈ জানিব পাৰি যে মহাৰাজ জয়ধ্বজ সিংহৰ দিনত ৰাজভঁড়াললৈ প্ৰায় পাঁচ হেজাৰ তোলা সোণ আছিল। ৰাজেশ্বৰ সিংহৰ দিনত উজনি অসমৰ সোণো-ৱালে মহীয়া কৰ দিও ছয় সাত হেজাৰ তোলা সোণ ওপৰঞ্চি স্বৰূপে ৰজাৰ ভঁড়ালত সোধাইছিল। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত সেই সোণোৱাল-বিলাকৰপৰাই বছৰি ৪০০০ চাৰি হেজাৰ তোলাকৈ সোণ তোলা হৈছিল। অসমত বুটিছ সিংহৰ গোঁজৰণি উঠাৰ আগতে, ডাঙৰীয়া পূৰ্ণানন্দ বুঢ়া গোঁহাইৰ দিনত বছৰি দুহেজাৰ তোলাকৈ সোণ উজনি অসমৰ সোণোৱালবিলাকৰপৰা তোলা হৈছিল। গোটেই উজনি অসম বুটিছৰ খাছ দখলিলৈ অহাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা চাৰি শ সোণোৱাল পাইকৰ ওপৰত যেতিয়া কৰ বহুৱা হ'ল তেতিয়া অসমৰ শেষজন ৰজাৰ ভাগত ১৫০ কি ১৬০ গোট সোণোৱাল মানুহ হে ভাগত পৰিলগৈ। অসম-ৰজা ভাগিবৰ সময়ত, এইবিলাক সোণোৱালৰ বাহিৰেও বৰ সেনাপতিৰ দেশত আছিল ২৫০ কি ৩০০, বিশ্বনাথ আৰু সোণাৰি চাপৰিত আছিল ১০ কি ১৫ গোট; দিখৌৰি, কলনিচুক আৰু মৰঙ্গিতো আছিল কিছুমান। শদিয়া আৰু চৈখোৱাত ৫০।৬০ ঘৰমান সোণোৱাল আছিল। ৰজা থাকোতে, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে হে সৰহ ভাগ সোণোৱাল বসতি কৰিছিল। দক্ষিণ পাৰে থকা সোণোৱালৰ সংখ্যা তাকৰ—ৰজা ভাগিবৰ সময়ত মুঠেই ২৬ ঘৰ হে আছিল। এই বিলাকত বাজেও, নামনি অসমৰ খিং, সোণধনী, চতিয়া, চাতগাৰী-নামে ঠাইৰপৰা ৰজাৰ ভঁড়ালৈ সোণ আহিছিল। তদুপৰি, ৰজাৰ সঁজাতীয়ে ভোটৰ পৰ্বতৰপৰাও সোণ আনিছিল গৈ।

সোণোৱাল বিলাকৰ ওপৰত একোজন খেলদাৰ আছিল। অসমৰজা ভাগিবৰ সময়ত খেলদাৰবিলাকৰ ভাগত কিমান গোট সোণোৱাল পাইক আছিল তাৰ এটি তালিকা দিয়া হ'ল।

| ৰুটিছ অহাৰ সময়ত সোণোৱাল পাইকৰ সংখ্যা। | ৰজাৰ দিনত | ৰজাৰ দিনত যি পাৰত আছিল। | পলোৱা সোণোৱাল থকা ঠাই |
|---|---|---|---|
| বৰ বকৰাৰ ভাগত—১ গোট | — | — | মটক |
| চিৰিং ছুৰবাৰ ভাগত—৩৯ গোট | ১৬½ গোট | দক্ষিণপাৰ | — |
| টিপমীয়া ফুকনৰ ভাগত—৬½ গোট | — | — | মটক |
| চিচি টাঙ্গনিত—২৬ গোট | — | — | মটক |
| লক্ষীমপুৰত শূলপাণি, ন-মেল আৰু চাৰিঙ্গীয়া বকৰাৰ ভাগত —৬৯ গোট | ৪৪ গোট | উত্তৰপাৰ | — |
| বাঁহ কটাত—১২½ গোট | ৭ গোট | „ | — |
| নাৰায়ণপুৰত—৮ গোট | ৩ গোট | „ | — |
| লক্ষীমপুৰৰ চিচি মাজুলীত কছাৰী সোণোৱাল —১৫০ গোট | ৯০ গোট | „ | মটক |
| কছাৰী সোণোৱাল—১১ গোট | ৪ গোট | দক্ষিণপাৰ | — |
| দিহঙৰ পাৰত— | ১৫ গোট | „ | — |
| বিহীয়া সোণোৱাল—৪৪ গোট | ৫ গোট | উত্তৰপাৰ | মটক |

**তলত দিয়া নিৰিখেৰে সোণোৱালৰ ওপৰত কৰ লগোৱা হৈছিল :—**
প্ৰতিজন পাইকে তেওঁৰ খেলদাৰ ৰৰা বা শইকীয়াক এতোলাকৈ সোণ শোধাৰ লাগে। গলোৱা সোণৰ বাবে ইয়াৰ উপৰিও কৰ দিব লাগে। উত্তম বিধ সোণৰ বাবে তিনি ৰাতি ; মধ্যম বিধৰ বাবে চাৰি ৰাতি আৰু নৰম বিধৰ বাবে ছয় ৰাতি বা এক অনা সোণ ওপৰঞ্চিকৈ কৰ বুলি এৰি দিব লাগে। ইয়াৰ বাহিৰেও, কুৰি তোলা সোণেপতি বৰুৱা, ফুকনে গাইপতি এতোলাকৈ, টেকেলা ৰৰাই এতোলা আৰু ভণ্ডাৰ কাকতীয়ে এমহাকৈ সোণ বানচ পায়। ৰজাঘৰত যেতিয়া সোণকৈ কৰ শোধোৱা হয়, তেতিয়া প্ৰত্যেক তোলা সোণৰ বাবে

চাংকাকতী, ভণ্ডাৰী, লিগিৰা, পাচনী আৰু কুকুৰাচোৱা বৰুৱা সকলোৰে উখৈহতীয়াকৈ পাঁচ মহা ৰূপ লয়। এইদৰে বজাৰপৰা ঢুৱৰা—টেকেলালৈকে কৰ-কাটল দিবলগীয়া হৈছিল যদিও, সোণোৱালবিলাকে একো অসন্তোষ প্ৰকাশ নকৰিছিল। বৰং তাকেই অতি লাভ বুলিহে ভাবিছিল।

---

# পাট পলু পোহা-গছ

১। কেচেৰু।

২। বঙালী আলু।

৩। বগৰী।

৪। কেওৰা।

৫। গুলঞ্চ ফুল—(অসমীয়া), ভেৰেণ্ডা বেং

৬। মুনি গছ ( চেঁপাপতীয়া মুগা )।

৭। চম্পা।

৮। মেজাঙ্কৰী বা আদাকৰী।

৯। চোম।

১০। শোৱালপলু।

১১। দীঘলক।

১২। পাকসোন্দা।

১৩। এৰা।

( ১ )

# "বুৰঞ্জী-বিবেকৰত্ন"ৰ চানেকি

**"অথ মটক দৌৰাত্ম্য লেখনং :—**

"* * * * পাচে দৈৱ যোগে অকাৰ্য্যৰ ওচৰ চাপিল।

উজনিৰ মোঞামৰা শিষ্য হাতীচুঙ্গি মৰাণইঁতে প্ৰতিবৰ্ষে প্ৰশস্ত ২ হাতী শোধাব পায়। তাৰে ৰাঘ নামে একজন নেঞোগ, খোৰা নামে একজন শইকীয়া, এই দুয়ো অনেক হাতীচুঙ্গি সহিত পহিলা আশ্বিনে হাতী শোধাবৰ কাৰণ অনেক প্ৰশস্ত হাতী আনি বৰ চৌৰাৰ খলাতে হাজিৰ কৰিলে। আগৰ হাতীত কৰিও বৰবৰুৱাৰ খঙ্গ বুজি অতি বিচক্ষণ ২ হাতী আনিছিলে। তাতে হাতী চাই বৰবৰুৱা কিছু ছিদ্ৰ নাপাই অনেক বেলা মান আলচি। প্ৰধান হস্তীটি ৭ হাত ১ বেগেত আছিলে। তাৰে দন্ত আহোনীয়া।* তাতে মিছা ছিদ্ৰ উলিয়াই বোলে হাতীক্ৰমে বেয়া কুলক্ষণ বোৰ হে আনিবলৈ ধৰিছে। ধৰ হাতীটৰ মধ্যে কুৰিটা আছে, আন লক্ষণো অল্প-অল্প দেখি। তথাপি দখিণফালৰ দাঁতটো চাপৰ দেখি। সকলো সভাৰ লোকে চক। এই বোলাত সভাৰ কটকী-কাকতীয়ে চাই মিছা বুলি কিঞ্চিতো নুবুলিলে। মেলৰ হাঁহচোৱা বৰা দেঞোধাই এটাই হয় বুলিলে। তাতে বৰবৰুৱা ৰাঘক চমটা ২০ ( কোব ) মাৰিব দিলে। পাচে বা-বাঁহ দি অনেকে গচকি ধৰি চমটা একুৰি মৰালে। চমটা খাই ৰাঘই শৰণ দিলে, বোলে, এই দেশ অসোধপুৰী ( সোধ নোহোৱা ; অবিচাৰী ) হ'ল। চন্দ্ৰ সূৰ্য্য বায়ু বৰুণ সাক্ষি, ধৰ্ম সাক্ষি। নগৰৰ লোকৰ কাৰো চক্ষু নাই। একে জনৰ হে চকু। এই অধৰ্মৰ ফল পাব। এই বুলি হাতী সোধাই সেই দিনাই আহি তিন দিনৰ অন্তৰ কাপৰৰ লকচা ( জুহালৰ চাওৰ নিচিনাকৈ ) বান্ধি ৰাঘক আনি চন্দ্ৰৰ ডেকাৰ আগত পেলালে নি। প্ৰথমে মহন্তক সেৱা কৰাই বোলে দেহ এৰি গুৰুৰ ঋণ সুজিবলৈ বোলক। পাচে, ৰাঘক নি বুঢ়া মহন্তৰ সাক্ষাত কৰিলে। মহন্তে

---

*বাঁও-দাঁতটো ওপৰলৈ উঠা—তল-ওপৰ ; বণলৈ ভাল। বঃ শঃ

বোলে, আমাৰ খঙ্গেৰে হে তোক মাৰিলে। এই বুলি সেকি ঔষধ খুৱাই বাধক ভাল কৰি, আলচ পাতিলে, কিৰূপে ৰণ হুব তাকে আলচিলে। তাতে চন্দৰ ডেকাই বোলে মই বৰ গাঁওবুঢ়ালৈ লেখোঁ সকলো মিলি কোঁঠ বান্ধি একেবাৰেই বেৰি ধৰোঁ। পাচে বুঢ়া মহন্তে শুনি বোলে। ই কথা যুক্তি নহয়। পূৰ্বে ইন্দ্ৰবংশী ৰাজা নামি আহি অনেক ২ ৰণ কৰি মহাদুখে দেশ ল'লে। হাবি দেশত অনেক ঠাইৰ অনেক মানুহ আনি এঘৰ এঘৰ কৰি শ্ৰমেৰে পাতিলোৱা দেশ। আমাকো সেই ২ ৰজাসকলে হে সংস্থাপন কৰি গৈছে। এতেকে ইন্দ্ৰবংশীৰ তুঙ্গখঙ্গীয়াৰ নীতিস্থ ভাল এজনা আগত লৈ এই কাম কৰিবি। তইঁত পাত্ৰমন্ত্ৰী ফুকন বৰুৱা বৰফুকন বৰবৰুৱা হুবি। গোহাঞি পৰিয়াইত গোহাঞি হ'ব। ৰাজা মাত্ৰ তুঙ্গখঙ্গিয়াৰ পাতিবি। পৰে মিলি আমাৰো ভকত সিফালৰো ভকতে মিত্ৰকুটুম্ব সম্বন্ধ হ'ব। দুয়ো ফালৰ বিষয়া হুবি। ৰণত বাহিৰে কিছু মানুহ নেকাটিবি। তুঙ্গখঙ্গিয়াৰ ৰাজা নাপাতি তইঁত ৰজা হ'লে তইঁতো মৰিবি, আমাকো মাৰিবি। আৰু তইঁতে মন্ত্ৰণা নাজান। বামুনীয়া ভকতৰ তিকতা নানিবি, সভাৰ কাকতী কটকীক দি থৈ খুৱাই-পিন্ধাই সিহঁতক ভিতৰ কৰি সিহঁতৰ মন্ত্ৰণাৰে কাম কৰিবি। মোৰ শিষ্য বৰগোহাঞি আদি সাতোঘৰ আছে। সেইবোৰক হে বৰ চৌৰাৰ বিষয়া পাতিবিহঁক। ইতৰবোৰ চমুৱা মেলডগীয়া বৰভণ্ডাৰাদি কামত লবি। সভাৰ লোকৰ বৃদ্ধি পূৰ্ববতে ৰাখিবি। কাৰো বিষয়া, বৰা শইকীয়া মোৰ ভকত খেলত থকাকে পাতিবি, খেল সলনি কৰি বিষয়া নাপাতিবি। সন্তমহন্তক দ্ৰোহ নাচৰিবি; অকণ্টকে দেশ হ'ব। যদি এই কথা এৰ ময়ে সহিতে নষ্টৰ কাৰণ হ'ব। এই বোধ দি বুঢ়া মহন্ত ভিতৰে গ'ল।

চন্দৰ ডেকাই ৰাঘ নেওগক কীৰ্ত্তন ঘৰে নি বুজালে, ৺শ্ৰীৰুদ্ৰসিংহ মহাৰাজাৰ পুত্ৰ ৰৰজনা গোহাঞিদেৱক ৰকতিয়ালে থোঁদ ভাএক ৰাজেশ্বৰ সিংহক ৰাজা পাতিলে। সেই ৰৰজনা গোহাঞিদেৱ উজনিতে আছে। মই গোহাঞি দেওলৈ লেখোঁ। তইঁতে ন-জন গাঁওবুঢ়া বৰ-গাঁওবুঢ়া সহিত মোৰ আজ্ঞা শুনি সকলৰো যদি মোঞামৰা সত্ৰলৈ আশা আছে ৰৰজনা গোহাঞিদেৱক আনি দিহিঙৰ কোষতে নতুবা দিবৰুৰ কোষতে কোঠ ৭টা মাৰি তাহাতে গোহাঞিদেৱক সুমাই কাৰ্তিকৰ পূৰ্ব পক্ষতে ৰণ পাতগৈ। মোৰ লেখা পোৱা মাত্ৰকে ৰৰজনা গোহাঞিদেৱ আহি কোঠত সোমাই আপুনি ৰণৰ উপায়

কৰিব। গোহাঞিদেৱৰ আজ্ঞাকে অনাৰ আজ্ঞা মানি, ৰণ কৰি বিহ বকতিয়ালৰ জি ৰূপে মৃত্যু হব তাকে ৰাত্ৰিদিবা চিন্তি আছে। এই বুলি গোহাঞিদেৱলৈকো লেখা লেখি গাঁওবুঢ়ালৈকো সৰ্ব্ববৃত্তান্ত দুৰ্যশ সহিত গাৰ শপত দি লেখিলে। ৰাঘ নেওগকো বটা প্ৰসাদ দি বিদাই দিলে। ৰাঘৰে দেহ এৰি ভকতি কৰি গুৰুৰ ঋণ সুজিম বুলি গুৰু ভকতক সেৱা কৰি নদীলৈ গৈ গাঁওবুঢ়াসকলৰ ওচৰ পাই গুৰুৰ বিবাদ দুৰ্যশ অপবাদ বৰবৰুৱা দিয়া সকলো গাঁওবুঢ়াইতে শুনি অতিশয় খেদ কৰি কান্দি কান্দি তিনি ৰাত্ৰিৰ ভিতৰত সকলো মানুহ চাপি ৫ খন কোঠ বান্ধিলে।

বৰজনা গোহাঞিদেৱে মহন্তৰ লেখা পাই বোলে বকতিয়ালৰ ধাৰ সুজিব পাৰিম।' এই বুলি তুৰন্তে ৰাঘ নেওগ বৰগাঞোবুঢ়া দুয়োজনৰ মুখে সকলো কথা শুনি খেদ হৰ্ষ দুইকো লভি পৰদিনা কোঠলৈ গৈ ৰাঘ সহিত গাঞোবুঢ়া-সকলক আনি জি প্ৰকাৰ ৰণজয় হব তাৰে আলোচনা কৰি বুলিলে। বক-তিয়ালক পিতৃ-দেৱতা বৰবৰুৱা পাতিলে। ৰূপচন্দ্ৰ মৰিলত মাজিউজনা ককাইদেৱে কীৰ্ত্তিচন্দ্ৰক বৰবৰুৱা নাপাতে, মই শ্ৰীশ্ৰীপৰ্বতীয়া গোসাঞি ঈশ্বৰ পুৰুষত জনাই দুৰাগ্ৰহ কৰি শ্ৰীশ্ৰীপৰ্বতীয়া গোসাঞি ঈশ্বৰৰ মুখে ধৰাই বৰবৰুৱা পতালোঁ। তাৰে উপকাৰ মোক কৰিলে। মোক খেদি সৰু ভাইক ৰজা পাতিলে। তাৰে প্ৰতিকাৰ বকতিয়ালৰ সপুত্ৰবান্ধৱকে মোৰ আগতে শালত দিবি। ৰণলৈ কিছু ভই নকৰিবি। মই শ্ৰীশ্ৰীৰুদ্ৰসিংহৰ পুতেক; জিবোৰ ফুকন বৰুৱা ৰণুৱা লোক আছে সকলোবোৰ ফুকন বৰুৱা ময়ে পাতি অহা। মোক দেখা মাত্ৰকতে সি অন্তৰ হব। নিৰুপদ্ৰৱে ৰঙ্গপুৰ লবিগৈইঁক। এই বুলি সকলো সেনাৰ লেখা ধৰিলে। প্ৰধান ৰণুৱা ৩০০০ মোট মানুহ ৭০০০ সাত হেজাৰ। লগত অনেক সহস্ৰ লোক হল। পাচে কোঠ বান্ধি ক্ৰমে ৰঙ্গপুৰলৈ জাঞো বুলি চেচাৰ ওচৰতে কোঠ বান্ধিলেহি।

এনেতে এই কথা (প্ৰচাৰ) হল :—ৰাঘই ৰণ পাতি কোঠ বান্ধি বৰজনা গোহাঞিদেৱক আনি ৰজা পাতি লৈছে। এই কথা শুনি ৰণুৱাও আহিলা পাতি উপায় কৰি ৰাজখোৱা ভিতৰুৱাল ফুকন সহিতে ৰণলৈ দিলে। বৰবৰুৱা অতিশয়ৰূপে ভিতৰুৱাল ফুকনক শিকাই দিলে। ফুকন ৰাজখোৱা সৈন্য সেনাপতি সকল গৈই দিহিঙৰ পচিমে কোষতে কোঠ দিলেগৈ। তাৰেপৰা গতাগত কৰি সকলো বুজি ৺দেৱলৈ লেখিলে ৺দেৱে বৰবৰুৱাক নি আলচ কৰি

পুনৰ সৈন্যসেনা লৈ উপায় কৰি দিহিঙীয়া ফুকনকে ৰণলৈ দিখলৈ দৃঢ় কৰিলে। হিলৈদাৰী বাকৰতি কাঁড়ী ৰবৰুৱা—এই তিনি সকলক তৈয়াৰ কৰাতে পুতেক ডেকা ৰবৰুৱা বুলিলে :—

'দেৱতা শ্রীৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ যিদিনা স্বৰ্গী হল, সেই দিনাই মই কৈছোঁ আমাৰ শ্রীসম্পত্তি শ্রীশ্রী৺দেৱৰ লগতে গল বুলি। তেওঁ শ্রীৰুদ্রসিংহ স্বৰ্গদেৱে কাল বুলি জাকে এৰি গৈছে তাকে ৰাজা পাতি ললা। বৰজনা গোহাঞিদেৱক কি কাৰণ খেদিলা? ৰুদ্রসিংহৰ পুতেক ই কেইজনা ৰজা হব পায়, তেওঁ ৰজা হব নাপাই, তুমি হে খেদিলা। আৰু ডাঙ্গৰীয়া তিনি জনাই বৰ-চোৰাতে বোলে বাঁহৰ আগ তল যক, কাউৰীৰ ৰং চাওঁ। "শ্রীশ্রীৰাজেশ্বৰ সিংহৰ স্বৰ্গদেৱৰ পুত্র বৰজনা গোহাঞিক ৰজা পতা হলে তেও এনে ৰণ নহয়। মোঁঞামৰা মহন্তক ৰাত্রিদিনে হিংসা কৰি দুই ভাএৰে আলচি কুঞৰী সকলেৰে দুৰ্ণাম দি ৰজা নিৰ্মালি ওভোতাই দিলা। তুমি কোনগুনে মোঞামৰাৰে জোৰ? বিষয় ভাঙিলেই তোমাৰ কি থাকিব? লোকে অনাদি সিদ্ধ অখণ্ড বিভূতি ৰাঘই সুন্দৰ হাতী আনি দিলে তাক মিছা কথাতে পিঠি ছিঙিলা, মই দেখাত তোমাৰ সদগুণ কিছু নাই। খোজে-খোজে দোষেই হে। এতিয়া ডাঙ্গৰীয়াসকলে সৈতে ৺শ্রীশ্রী৺ক নি মোঞামৰাতে তুমি সৰ্বভাৰসা দি পৰাগৈ। বৃদ্ধ মহন্ত অতি দয়ালু। চন্দৰ ডেকাও কথা তুষ্ট হব। জ'ৰে ৰণ তথাই মাৰ জাব। তুমি ৰণ কৰি সিদ্ধি নোপোৱা। তোমাৰ ৰক্ষাৰ হেতু কোনো জনে ৰণ নকৰে। আৰু বড়জনা গোহাঞিদেৱ শ্রীৰুদ্রসিংহৰ পুতেক তোমাত বাজে তেঞোলৈ থঙ্গ কাৰো নাই। তেঞেই পাতিজোৰা সকলো বিষয়া। তেঞো দেখা দিলে কোনো জনে ৰণ নকৰে। আমাৰ মৰণৰ হেতুকেহে এই ৰণ।

পাচে ডেকা ৰবৰুৱাৰ কথা শুনি বাপেকে বোলে, মৰাণৰ হাতীচুঙ্গি চাইটাই মৰিবলৈ-খেদা-গোহাইটে সহিতে ডেও পাৰিছে। তাতে মই মোঞামৰালৈ জাব লাগে! মোৰ আগত এনে কথা নকৰি। ৰাজেশ্বৰ সিংহৰ পুতেকে আলচি মোক কটাব খুজিলে। এধা কটা কৰিলে। তাক ৰজা পাতিব দিয়া। তাৰ এনে দুৰ্বুদ্ধি।

পাচে ডেকা ৰুৱা বোলে, তোমাৰ লগত আমি সয়ন্তৰি হে হইচো। এই বুলি পুতেক অন্তৰি গল।

পাচে কাৰ্তিৰ শেৰত মটকে দেখাদেখি কৰি কোঠ দি ৰণ পাতিলে। ভিতৰুৱাল ফুকনেও ওলাই ৰণ দিলে। পাচে চেচাৰ ওচৰতে ৰণ লাগিল। ৰৰজনা গোহাঞিদেৱে হাতীজনীত উঠি ভিতৰুৱাল ফুকনক দেখি বোলে "তই দুৰবাৰ ঘৰৰ ফুকন; মই কদ্ৰসিংহৰ পুতেক। ৰকতিয়াল ঘৰবন্দিএ এডোথৰ থালে, কাটি তই মোৰ আগ মঙ্গহ খা" এই বুলি বুকুখন উদিয়াই দিলে 'দুৰবা খা' বুলি। পাচে ফুকনে বিশ্ৰুতি হই ৰকতিয়ালৰ দুৰ্গুণো মনে স্মৰি চেচাৰ দাঁতিয়ে একাতি হই ৰণ এৰি দিলে। পাচে মটকে সেই দিনাই দিহিঙ্গ পাৰ হই এদিনৰ বাট আহি কোঠ দিলেহি। পাচে ৰৰবৰুৱা এই কথা শুনি পুনৰ দিহিঙ্গীয়া ফুকনক পাচি দিলে। দিহিঙ্গীয়া ফুকনে সসৈন্যে টকৌবাৰীতে ৰণ দিলে। ৰৰজনা গোহাঞিদেৱে অনেক কলে। তাৰ প্ৰত্যুত্তৰ ইহাকে দিলে বোলে তোমাৰ কপালক ৰাজপদ পাৰ লগা থাকিলে ৰকতিয়ালে গুচাবৰ কোন? এজনা স্বৰ্গদেৱক সেৱা কৰি থকাত তুমি কোন? এই বুলি ৰণ দিলত অনেক কুৰি বছৰ ৰণ নেদেখা মানুহ বিস্তৰ কাটিলে। ফুকনো সমুখতে পৰিল। ৪০ জন মান মানুহ দৈৱযোগত সাৰিল। পাচে মৰাণকাঁৰীৰ হাজৰকিয়া সাৰি আহি নগৰতে সৰ্ব বৃত্তান্ত কলেহি। ৰৰবৰুৱাত ইয়াকে কলে বোলে, ই ৰণ দুৰ্বাসনাৰ ৰণ যেন দেখোঁ। জি প্ৰকাৰে প্ৰাণ ৰ'ব দেৱতা তাকে কৰোক। পাচে এই কথা শুনি ৰৰবৰুৱা বিশ্ৰুতি হই অভই নামে এটা মটকৰ ভঁড়ালী আছিলে—ৰৰবৰুৱাৰ ঘৰতে। তাতে সুধিলে, অ'ই, আমি নো কি কৰা হব? প্ৰাণ ৰাখ কেনে কৰি? পাচে, অভই ভঁড়ালী মটকৰ তাৰ গুৰু নিন্দা শুনি অনেক কালৰ পৰা চন্দৰ ডেকাই সহিতে ভিতৰি আলচি আছে। সৰ্পৰ ক্ৰোধৰ তুল্য, ভিতৰি ক্ৰোদ্ধ; বাহিৰে অনেক আত্মীয় ভাব দেখাই বুলিলে, দেৱতা মই জীয়াই থকাত আমাৰ গুৰু ভকতৰ পৰা কিছু ভয় নাই। ৰৰজনা গোহাঞি আহিছে, আমাৰ লোকৰ লগতে। তেঞো কি কৰিব? ডেকা ৰৰবৰুৱাৰ কথাৰেই পূৰ্বেই সত্ৰলৈ যাব লাগিছিল। এতিয়াও আমি সপলো সত্ৰলৈকে জাঞোইক। অধিকাৰ, ডেকা দুয়োজনা দেৱতা ৺দেৱে সহিত দেৱতা গলেই তুষ্ট হব। ৰৰজনা গোহাঞিকো ধৰি দিব। ইহাত কিঞ্চিৎ ভয় নকৰিব।

পাচে অভয় ভঁড়ালীৰ এই কথা শুনি ৺দেৱে সহিত আলচি ইয়াকে থিৰ কৰি পেটেমুখে বুজিলে চিত্তে ভটীয়াই যাবৰ মন কৰি। ডেকা ৰৰবৰুৱাক

আগ কৰি ভটীয়াই পাচিলে। বোলে পাৰ জদি ৰৰফুকনকে সহিতে ৰণলৈ আনিবি। এই বুলি ডেকা ৰৰবৰুৱাক পাচি চাঙ্গলৈ গৈ ৺দেৱত জনালে গৈ, "৺দেৱ, ৺দেৱৰে মোৰ হে গতি নাইকিয়া হল। সকলৰ থানথিত হল। হবও। ৰৰজনা গোহাঞিদেৱ ৰজা, ৰাঘ ৰৰবৰুৱা। এতেকে আমি ভটীয়াই জাওঁআঁক। আৰু লেচেঙ্গিয়াল ৰৰপাত্ৰ ডাঙ্গৰীয়াক ৰণলৈ আগবঢ়াই দিয়া হোক। পাচে ৺দেৱে এই কথাতে মান্তি হই ৰৰপাত্ৰক ৰণলৈ আগবঢ়াই দি পাচদিনা ৺দেৱক আগ কৰি লৈ ৰৰবৰুৱা ভাটিলৈ জাবলৈ ওলাল। ফুকন ৰৰবৰুৱা পূৰ্ব্ববৎ ওলাল। সকলৰো মন অস্থিৰ। পাচে সোণাৰি নদীৰ বাহৰ পালেহি। এই বুলি মানুহেও গৈই ৰাঘত কলত বৰতি সাত কুৰি দিলে ৰজাক ধৰিবলৈ। ৰাঘ মৰানো সসৈন্যে আহি ৰঙ্গপুৰ ললেহি। বৰতিএ আহি সোণাৰি নদীৰ বাহৰতে ৺দেৱকে ৰৰবৰুৱা ও গোহাঞি দুজনাকে ধৰিলেহি। ফুকন বৰুৱা কিছু পালে। ৰৰপাত্ৰ ৰণলৈ জএো বুলি ঘৰ সোমালগৈ।

পাচে, ৺দেৱক নি ৰঙ্গপুৰ পাই স্বৰ্গদেৱক ও ৰৰবৰুৱাকো দুইকো পৃথকে পৃথকে থলে। ৺দেৱক ৰৰদোলত থলে। ৰৰবৰুৱাক হাতীশালতে বন্দী কৰিলে। ৰাঘ ৰৰবৰুৱা হল। থোৰাৰ পুতেক পৰমানন্দক এক পক্ষৰ অন্তত ৰজা পাতিলে। বুঢ়াগোহাঞি ডাঙ্গৰীয়াকে বৰ গোহাঞি ৰৰপাত্ৰকো আনি বন্দী কৰি ৰাখিলে। সভাৰ মানুহ কাঁৰী বাৰুৱতী আদি কৰি সকলকো পূৰ্ব্ববৎ চলকৰ কৰিৰ দিলে। কিছুলোক প্ৰবৰ্ত্তিলেও।

পাচে ৰৰজনা গোহাঞি ভায়েক ৺দেৱক চাবললৈ ৰৰদললৈ গৈ ওচৰতে ৰহিলগৈ। স্বৰ্গদেৱৰ লগে দুটা লিগিৰা। শূলপাণি বেজ, চাংমাই এটা, বিশ্বনাথ শৰ্ম্মা এই কেইজন মাত্ৰ। পাচে দুইকো দুই তামোল দিয়াদিয়ি কৰি চাই। প্ৰথম দিনাৰ পাচদিনা এই সম্ভাষা। পাচে স্বৰ্গদেৱে বুলিলে, ককাইদেৱ, তুমি ৰজা হোৱাঁ। গোহাঞিদেৱে বোলে মই আগেই ৰজা হব নোৱাৰিলো। এতিয়া কি ৰজা হুম? মনৰ মানহাৰ কাৰণে হে (মন তাপৰিৰ নোৱাৰি) আহিছোঁ। এই বুলি ৰৰজনা গোহাঞি ওলাই আহিল।

এনেতে ৰৰজনা গোহাঞিদেৱৰ পুতেকক মৰাণৰ হাৰিতে এৰি অহা ঠাইতে মটকে গাখীৰতে বিষ দি মাৰিলে। সেই ৺দেৱৰ ওচৰৰ পৰা

ওলাই অহাতে পুতেকৰ মৰণৰ সমান নৰিয়া বুলি কলত বাৰত বিদাই লৈ যোৰাত বাটতে ৰাতি মৰাণে মৰাই হে খোৰাৰ পুতেকক ৰজা পাতিলে।

মগলুৰ জীয়েক আইকুঞ্চৰী দেৱক ৰাঘই সুমাই ল'লে নি প্ৰধান বৈৰী কৰি আৰু ২৪ জনী বিবাহ কৰালে। পাচে ৰূপ মাৰিবলৈ সভাত কথা সুধিলে। তাতে মদন বৰকাকতীএ বোলে আমাৰ স্বৰ্গদেৱে আঠৰাজা জিনি দেশ ললে কাৰণ ৰূপৰ আঠ চুক কৰিলে। এতিয়া সেই ৰজাকে জিনিছে। ৰূপৰ ন চুক কৰা যুক্তি, জোখতো অধিক ল'ব। পাচে, সেই ৰূপেই ৰূপ মাৰিলে। পৰে এই ক্ৰমে মাৰলৈকে থাকি সকলো মহন্তক অনাই অনেক অনেক সুধি বিদাই দিএ। তাৰ পাস ৺দেৱৰে বৰবৰুৱাকে ৰাঘ বৰবৰুৱাৰ আজ্ঞা কৰি খোলাত ৺দেৱক তলচা দিলে। বৰবৰুৱা মাটিতে ৰহিল। পাচে ৰাঘই সুধিলে বোলে ভগনিয়া ৰজা ৰণ কৰাই মানুহবোৰ কিয় মৰালা? পাচে ৺দেৱে বোলে বৰুৱাহে জানে। পাচে বৰবৰুৱাত সুধিলে। ভাদ আহিনৰ মুৰত যে হাতী বচা কথা তোৰ মনে আছে? পাচে বৰবৰুৱা বোলে, তই হাতী চুজি মৰাণ, তোৰ আগত মই কি কম? তোৰ আগত? এই বুলি থকাতে বৰবৰুৱাক বহু মাৰিলে। ৺দেৱক ৰৰদোলতে পুনৰ থলে। বৰবৰুৱাক দণ্ড কৰিলে। কাণ নাক কাটি চকু এটা কাঢ়িলে। পাচে দিন চাৰেকৰ অন্তত ৰাঘ খোৰা দুয়ো মোঞ্চামৰালৈ আহিবলৈ ধৰি ৰজা ও বৰবৰুৱা দুইকো ললে। ডাঙ্গৰীয়াসকলক পুখুৰী চুকতে কাটিলে। পাচে সেই সময়তে ডেকা বৰবৰুৱাকো শলাল গোহাঞি ধৰি দি পঠালে। গুৱাহাটীতে মটকে জুৰি ফুকন ৰাজখোৱা হ'ল। ডেকা বৰবৰুৱাকো পাই ৰজা সহিত মোঞ্চামৰালৈ নি বৰবৰুৱাৰ পৰিয়ালকে শালত দিলে। বৰবৰুৱাক পেলাই কঁঠালত শাল মৰা-দি মাৰিলে। ৺দেৱক বন্দী কৰি ৰখাতে বামুণীয়া এঘৰত ধোঁৱা খাবলৈ জুই খোজাত বোলে "দে, শ ৰাখি চাল কাটি জুই দিয়া। নলি পাট কামোৰক।" এই বোলাত ৺দেৱে চাঙ্গমাইৰ হাতে তাৰ ঘৰৰ আগতে জুৰ বান্ধি থলে। পাচে সৰ্গদেৱক নি মোঞ্চামৰা মহন্তৰ সাক্ষাৎ কৰাতে ৺অৱনত নোহোৱাতে এক বেত্ৰ প্ৰহাৰ কৰিলে। পাচে ৺দেৱ যথাকাল অৱস্থা বুজি নিজ দৈৱ দশাকো অৱগাহন কৰি যথা প্ৰেৰিতকে আচৰি প্ৰাণ ৰক্ষা কৰি সভাৰা হই আছিল।

* * * *

তাৰ পাশ (পাচত) চন্দৰ ডেকাই বোলে ৰাঘ বৰবৰুৱা মোক ৰজা পাত। ৰাঘই বোলে তুমি মহন্ত। সাত্বিক ভাবত প্ৰৱৰ্তিৰ পোৱা। ৰাজপদ যাক বোলে, অনেকক কাটিব মাৰিব লাগে। তোমাৰ এই কথা ভাল নহই। তোমাৰ সাধু ধৰ্ম নষ্ট হব। তেওঁ আপোনাক কেকোৰা দোলাকে দিঞো ও মিত্ৰ হই ধৰ্মতে থাকা। দেৱতা ঈশ্বৰৰ অন্তেও সি হে আমাৰ সেৱাৰ থলি। এই বুলি দোলা দিবৰ কাৰণ দোলা এখন নবীন কৰি পতালে।

ৰংপুৰতে পাচে ৰাঘ ও খোৰা তৎপুত্ৰ ও পৰমানন্দ ৰজা এক পক্ষ মোঞামৰাতে থাকি পুনৰ ৰঙ্গপুৰে গল। ৺দেৱকো লৈ গল। পাচে ৰংপুৰ পাই ৰবদৌলতে ৺দেৱক থলে। ৰাঘ সহিত সকলো গড়ৰ ভিতৰে থাকিল। তাতে ৺দেৱে অতি ৰহস্যে পূজা কৰিবৰ নিমিত্তক উৰিয়াৰ বিশ্বনাথ শৰ্মাই বিশ্বাসে সদাই খুটিআ-পোতাতো ৰঙ্গপুৰতো কামৰৰ (খোটালীৰ) ভিতৰতে শিৱমাটি এটি তাতে আতপ চাউল, ফুল, বেলপাত দূৰ্বা চন্দনাদি নিত্যে নিত্যে দিএ। তাৰেই সিশ্বাসে পূজা কৰি পূজাৰ অন্তত ৺দেৱে অতি খেদে কান্দে দুই দণ্ড মান। পাচে একদিনা ৰাতি স্বপ্নত জটাধাৰি ফকিৰ ও জটাযুক্ত ফকিৰণী দুটি আগতে থিয় হৈ ফকিৰণীয়ে বুলিলে, মই এতকাল ৰাখি দিলোঁ। এতিয়া মই মন্দ হলোঁ। বাপেৰে দেখোন ৰাখিবৰ শক্তি নহল। পাচে ফকিৰে যেন ফকিৰণীৰ হাতকে ধৰি ৰজাৰ অৰ্থে অনেক খনি কৈ তুষ্ট কৰিলাত হসন কৰি ৰজাক নিৰ্ভয় দি গুচি গল। এইৰূপ প্ৰাতঃস্নান সময়তে দেখি প্ৰত্যুষে ৰাজা উঠি গুলপানি বৰুৱাই কলে। বৰুৱাই শুনি হৰ্ষিত হই শ্ৰীপৰ্বতীয়া গোসাঞিৰ ঠাই কিছু কৰ্ম কৰিবলৈ জনাই পঠালে। পাচে ৺দেৱে বোলে আমাক ঈশ্বৰ-ঈশ্বৰীয়ে অনুগ্ৰহ কৰিলে বিশ্বনাথৰ কথা মোত কৰা। ব্ৰাহ্মণৰ বৰ উপকাৰ পাইছোঁ।

পৰে জখন খুটিয়াপোতাৰ পৰা ৰাঘ ৰঙ্গপুৰে গল, তখন চন্দৰ ডেকাই মোক ৰজা নেপাতিলে বুলি খঙ্গ কৰি ৰাঘকে মাৰিবৰ উপায় কৰিবলৈ গোবিন্দ নামে এক বৰ-গাঞোবুঢ়াক পাচিলে। লগত ৰজা অস্ত্ৰবিষ গাঁওবুঢ়াক দিলে। দি কলে বোলে, উগ্ৰসেন, হৰিচন্দ্ৰ, দশৰথ, ৰজা পৰিক্ষিত এই গাঞোবুৰাসকলক চপাই মোৰ আজ্ঞা কৈ ভকত-লোকক চপাই ৰণৰ সৈঠৰেৰে আহি ৰাঘ-খোৰাক মাৰি মোক ৰজা পাতি সেৱা কৰোক। খোৰাৰ পুত্ৰেকক সিহেঁতে কি বুলি সমান ভকতৰ লৰা এটাক সেৱা কৰিব। এই বুলি গোবিন্দ গাঞোবুৰাই শগুনমুৰি

পথাৰৰ ওচৰতে ফৌজ পাতিলে। অস্ত্ৰ-শস্ত্ৰ, ভলুকা-বাঁহৰ টোকোন, তাতে এড়াল চেকনি ; তাতে নাম গাই—"অষ্টভুজে ষষ্ঠভুজে, চতুৰ্ভুজে বাথে ;" আৰু গাই—"চেকনি ঐ চপাই ধৰা, পৰজা ঐ জৰৌ ৰৌৰা।" এই বুলি টোকোন মাটিত গিৰিপ-গিৰিপ খুন্দিয়াই। টোকোনতে চেটেপ্ চেটেপ্ চেকনি কোবাই। এই কাৰণ সিহঁতক চেকনি-কোবোৰা কহে।

এইদৰে সিহঁত তাতে থকাতেই আমাৰ বঙ্গপুৰত সকলেও আলচ কৰিলে। পূৰ্বে বৰগোহাঞি ডাঙ্গৰীয়াৰ সহিত ইও দুই জনা ডাঙ্গৰীয়াক বাঘই কাটি মোঞামৰালৈ যোৱাতে বৰগোহাঞি ডেকাৰ লগ ললে। লৈই বোলে, ৮দেৱ ভোগৰ গৰাকী। দেশ সাতঘৰীয়া আহোমৰ। ইয়াত এটা মানুহ নোলাল, আলচ কৰি ৰাঘক মাৰিবৰ কাৰণ। পাচে বাইলুঙে বোলে যি যি বৰলোক হই থালে সিবোৰ আঁতৰিল। চোট চোট মানুহ আছে। তেও বুঢ়াগোহাঞি পৰীয়া শইকীয়া গোহাই ঘনচামক ভলুকাঠেঙ্গা দুৱৰীয়াক—এই মানুহ দুটা আৰু মৰান কাঁড়ি হাজৰিকিয়া ইহঁতকে গোটাই দে। এই বোলাত কলিতাই কুঞৰী গাঁৱলৈ গৈ শইকীয়া গোহাঞি ভলুকাঠেঙ্গা ধুৰা ডেকাফুকন এই হঁতক আনি বাইলুঙৰ ঘৰতে থৈ মৰাণৰ হাজৰিকিয়াক আনি দিলে। পাচে সকলো মিলি আলচ কৰি বোলে আমাৰ লগত কিছু কিছু মানুহ গোটাই লঞো ; আমি মৰাণ হাতী চুঙ্গীক সেৱা কৰিব লাগিল। পূৰ্বে বৰজনা গোহাঞি ৰজা বুলি আমাক চলিলে। এতিয়া বৰজনা গোহাঞিক লোপ কৰি মৰাণেই ৰজা হ'ল। এই বুলি মানুহ ২০০ দুই শ মান সকলেও চপাই লৈ পৰদিনা জেৰেঙ্গাত আলচ কৰিলে বোলে আমি ৰণেৰে বলে পৰা শক্তি নাই। কিন্তু মটকৰ চেকনি-কোবোৰা যে ওলাইছে তাৰে বেশ ধৰি চৈত্ৰৰ বিহুদিনা ৰাঘক ধৰোহঁক। এই কথা মগলুৰ জীয়েক আইকুঞৰ দেৱে হে সাধিব পাৰিব। তালৈকে কলিতাক পাচি দিলে।

কলিতাই তামুলী লিগিৰী সোনাইক লগ পালে। পূৰ্বৰো বৰগোহাঞিৰ ঘৰলৈ যোৱাত চিনে। কলিতাকো চিনে। এই কাৰণ সোনাইত সকল কথা কৈ তাইক দ্বাৰাই বিশ্বাসে আইকুৱঁৰীক লগ পাই সকল কথা বুজালে। আই কুৱঁৰীদেৱে কান্দি-কান্দি বোলে মই মণিপুৰীয়া ৰাজাৰ জী, স্বৰ্গী মহাৰজাৰ চৈণী পৰ্বতীয়া কুৱঁৰী হই এতিয়া হাতীচুঙ্গিৰ তিকতা হই আছোঁ, বুলি দেশে জানিলে। তথাপি ধৰ্মে জানে। বৰবৰুৱা চাকি লগাই গুৱ নেপায় বুলি

চাকি হুমাই সোনাইক দি মই ধৰ্মতে আছোঁ। সিবিলাকে বণেৰে জোৰ নহয়। উজনিৰ চেকনিকোবোৰাৰ বেশ ধৰি সেই সেই নামকে গাই গৰু বিহুৰ দিনা আহিব। মই বাঘক উলিয়াই আনিম শবাই খন চাবেকেবে। তাতে বাঘই নামগোৰা চাই থকাতে মই কোব মাৰি ভৰি কাটি দিম। কাপৰৰ তলে-তলে দা আনিব। টোকোনৰ সমান কৰি কুৰা (কুণ্ডা) কাটি পাচৰ বাহে শেল আনিব। মই বিহুৰ দিনা তাক ৰাজঘৰলৈ নিম। এইৰূপে আইকুৱঁৰীদেৱে কৈ পঠালত কলিতাই কলেহি। সকলো পাচ দিনা মেল কৰি বাঘক মৰাৰ নিচয় কৰি বুঢ়াগোহাঞি পৰিয়া শইকীয়া গোহাঞি বাইলুং এই দুজনাকে মুক্ত পাতি লৈভলুকাৰ টোকোন চেকনি আগৰ মশাই ল'লে। পাচৰ মশাই নাল চুটি কৰি শেল জাঠি চেকনি ল'লে।

সেইদিনা চৈত্ৰৰ বিহু হল। আইকুৱঁৰীদেৱে বাঘক চাওলৈ পাচিলে। চাঙ্গৰপৰা আহিলত বোলে তুমি মোৰ কৰ্তা হইছা। তোমাতে দেশ থনৰে আশা হ'ল। বকতিয়ালক মাৰিলতে তোমাতে সকলৰো পিতৃবোধ হ'ল। বকতিয়াল দেশৰে শত্ৰু যেন আছিলে। মই দেশে দেশে মানুহ দি কোনে কি বোলে শুনিছোঁ। তোমালৈ বামুণীয়া ভকতৰ অতি দায়া। তোমালোকৰ ভকতৰ হে গোসাঁইৰপৰা কিছুৰ মন বিষম আৰু তুমি তোমালোকৰ ভকতো বামুণীয়াকো মিলাই বিষয়া পাতা। দুজনা গোহাঞি তোমালোকৰ পাতা। তেহে দেশ ভালে থাকিব। তুমিও বহুকালে পো-নাতি ক্ৰমে এই বিষয়তে থাকিবা। আজি সকলো দুখিয়া আদি কৰি ভেটি তোমাক যেন চাব—এনে চিত্ত হইছে সকলৰো। বিশেষত ৰৰৰুৱা আজি ৰজা সেৱা কৰি আহি বাত্ৰিয়ে দিনে ৰাজঘৰতে হে থাকে। পূৰ্বৰ নীতি এৰিলে তোমাক নজনা বুলি শত্ৰুৱে আশৈ পাই; এই বুলি কলত বাঘ ৰাজঘৰে গল।

আইকুৱঁৰীদেৱে ৮ৰলৈ সোনাইৰ হাতত কিছু কিছু দিনে ২ দিয়ে। সেই দিনাঞো দি বাঘৰ পাচতে ৰাজঘৰে গল। কীৰ্তিচন্দ্ৰ ৰৰৰুৱাৰ ঘৰকে মোৰ ঘৰ বুলি আহিএই ললে। পাচে ঘৰে গলত আইকুৱঁৰীদেৱে বলিৰ ছাগক ভোগ খুৱাদৰে, ভাল পাবৰ কাৰণ অনেক পিঠা পৰমান্নাদি আপোন হাতে খুৱাই ৰাজলৈ পাচি বহিব দিলে। খুৱা পিবাত তলচা কৰি বহিছিল। তাতে অনেক লোকে ভেটিলে। দোল প্ৰমাণ দ্ৰব্য হল। পাচে সেই সময়তে কলিতা আহিল। তাকো খুৱাই পাচি দিলে। শীঘ্ৰে ডেৰ প্ৰহৰ মান ৰাত্ৰিতে

আহিৰও দিলে। এনেতে বাঘ সোমাই গৈ দেখি সুধি ই ক'ৰ, তুমি আদৰ কৰি খুৱাইছা? পাচে আই কুঁৱৰীদেৱে বোলে সকতে কিনি লওঁ। ভগনীয়া ৰজাই কাটিব খুজিলে। পলাই ভাটীত আছিলে। এতিয়া বাৰ্ত্তা শুনি আহিছে। বাঘই বোলে ইয়াক মোৰ ভিতৰতে ৰাখা, বিশ্বাসী কাৰ্য্যত। এই বুলি বাঘ গল। আইকুঁৱৰীদেৱে সকলো কথা শিকাই বুজাই পাচি দিলে। কলিতাই সকলতো উপায় মন্ত্ৰণা কলেগৈ। পাচে ঘনচাম সইকীয়া গোহাঞিকে মুখ্য কৰি ললে। আমি তোমাৰ আজ্ঞাতে চলিম বুলি। সকলেও এৰাএৰি নকৰাকৈ সপত খালে। পাচে সকলো পুব দিশে গৈ সন্ধ্যা সময়তে মেচাঘৰৰ পথাৰতে বহি ৰাত্ৰি কৰি চাইদণ্ডমান নিশা যোৱাতে জোৰা লোক সকলে টোকোনৰ গিৰিপ মাৰি চেকনি কোবাই পূৰ্ব্বলিখিত নাম গাই ৰঙ্গপুৰে আহিল। আহি ক্ৰমে বৰদুৱাৰৰ মুখৰেপৰা অতিশয় কৰি নাম ধৰি। ক্ৰমে বৰবৰুৱা বাৰ্ত্তা সুধি ঘৰলৈ গল বুলি দুৱৰিয়ে কলন্ত ঘৰলৈ গল। ডেৰ প্ৰহৰৰ অতীত নিশা সময় হল। পৰে বৰবৰুৱাৰ ঘৰ পাই বাহিৰ চৌৰাত নাথাকি ভিতৰ চৌৰাত নাম ধৰিলে।

বাঘৰ টোপনি। আইকুঞৰীদেৱ বহি আছিলে। পাচে নাম গোৱাতে টোকোনৰ খুন্দাতে খলমলি লাগিচে। এনে সময়তে বাঘই কিচু চেতন পোৱাতে, আইকুঞৰীদেৱে জনালে বোলে শীঘ্ৰে উঠুক, গোবিন্দ গাঞোবুৰাৰ ভকতলোক আহে। বিহৰ বাবে হুচৰি গাইচেহি। বাঘই বোলে কি কৰা জুক্তি। আই-কুঞৰীয়ে বোলে এখন শৰাইত কপ, এখন এখন শৰাইত কাপৰ, দুখন শৰাইত তামোল পান ইয়াকে আগ বঢ়াই বাপ সকলক মাতি তুষ্ট কৰি পাচি দিয়া জাওক। ভাল। তোমাক আগবাঢ়ি জাবৰ দেখিলে পৰম তুষ্ট মনে আশিৰ্বাদ দি জাব। ওলাই গৈই শৰাই আগত থৈ-তুতিনতি কৰি নমস্কাৰ কৰাগৈ। বাঘই বোলে ৰজাৰ জীয়াৰী তুমি। তাতে হে এনে বুদ্ধি ওলাল। আন কোনে এনে বুদ্ধি দিব পাৰে? এই ৰূপ প্ৰশংসা কৰি বোলে তুমি শৰাই সজাই লোৱাঁ। পাচে পাচে আইকুঁৱৰীদেৱে ৰূপ চাৰি শ; কাপৰ তামোল পান এই বস্তুৰে চাৰিখন শৰাই সজাই ৰাঘক বোলে জাঞোহঁক, আমাৰ লগত কোনো নাহিৰ। হাবিআলৰ লগুৱা দুটা মাত্ৰ শৰাই লৈ আগত আহক।

এই বুলি শৰাই ৪ খন দুটাই ২ দুই হাতে লৈ গৈ তামুলি চৰাৰ দুৱাৰ বাজে ১০ হাত মান অন্তৰে থৈ মানুহ ২ টা পাচলৈ আহিল। আইকুঁৱৰীদেৱে বাঘৰ হাতৰ দা খন আনিলে বোলে বাপসকলৰ আগত দা লৈ গোহাৰি কৰিলে বিষম

বুজিব। বিশেষ ই বেলাৰ ই কথাও নহয়। কৰ জোৰ কৰি স্তুতিনতি কৰা হে ভাল। গাওঁবুঢ়াসকলে দাই বুলি গৰিহনা কৰিব। বাঘই বোলে ভাল কৈছা। এই বুলি তাম্বুলি চৰাৰ দুৱাৰতে পিঠি দি বাঘই ভকতক গোহাৰি কৰিছে। পাচে আইকুৱঁৰীদেৱে চাই কাঠৰ দুৱাৰে বিদ্ধি কৰিব, কাম কাৰ্য্য সাধিব ইয়াত নোৱাৰি। এই বুলি বাঘত কলে বোলে দুৱাৰৰ বাহিৰ হই কিছু গৈ গোহাৰি কৰা হে ভাল। তেহে তোমাক গোহাৰি কৰা সকলেও দেখে। এই কথা শুনি বাঘৰ দুৱাৰৰ বাহিৰ হই সাত আঠ হাত আগি বাঢ়ি গৈ কৃতাঞ্জলি হই বুলিছে ঃ—

> "হে দেৱতাসকল, আপোনাসকল চৈতন্য কৃষ্ণ। আমি অধমৰ ঘৰত ধূলা দি কৃপা কৰিচাইঁক। মই অধমে নিদ্ৰা গৈ অত বেলা আছিলোঁ। মই অজ্ঞানৰ অপৰাধ ক্ষমা কৰি ভকতৰ সঙ্গতে যেন ঠাই দি ৰাখিব। মই মহা অজ্ঞানী। চৈতন্য কৃষ্ণ অহাতো মই শুই থাকো। বিশেষতো মই দাসে অহা নাজানো। জনা হলে শুই নাথাকো।"

এৱমাদি অনেক অনেক গোহাৰি কৰি আছে। নামগোৱা লোকে শেল জাঠি থকাবোৰ পাচ, টোকোন থকাবোৰ আগ। পাচে কলিতাক আই-কুঞৰীয়ে নেদেখি খেদ কৰি আছে, আমাৰ মানুহ হই কি নহয় বুলি। পাচে কলিতাই প্ৰথম বাৰ দেখা দি ঘুৰি গল। পুনৰ বাৰ দেখা দি চাকিৰ ওচৰে আহি আইকুৱঁৰীদেৱৰ চকুৱে চকুৱে পৰিলত বাঘই দক্ষিণ ভৰিত ভৰ দি বাম ভৰি দাঙি আছে, সেই সময়তে আইকুৱঁৰীদেৱে পাচ শুচি চাৰি হাতমান গৈ দাৰ মুঠিত মুখৰ সেপ সানি দুয়ো হাতে ধৰি প্ৰাণপৰিশ্ৰমে দক্ষিণ ভৰিৰ কলা ফুলৰ নামে অতি তীক্ষ্ণ দাৰে কোব লগালে। পাচে বাঘই উচাৰ খাই কলা ফুল চিগি আগ ফাজলৈ হামখুৰি খাই পৰিল। পৰিলতে সকলোৱে জাঠিৰে খুচি টঙনিয়াই সোপা কৰি ৰঙ্গনাথতে থোৱা থাকে তাকো, পৰমানন্দ

পুতেক ৰজাকো ধৰিবলৈ মানুহ দিলে। ৰাঘৰ মৰাৰ বাৰ্তা পাই গোবিন্দ গাঁওবুঢ়াৰ ভকতে যাবিলে বুলি ভয়তে খোৰাও পলাল।"*

( ২ )

**জোৰহাট :**—পূৰ্বস্মিন্ কালে টোকোলাই বচা নাম ক্ষাত ছিল। ৰাজদ্ৰোহী প্ৰভৃতি প্ৰভৃতি লোককে এই টোকোলাই বচাতে ৰাখিত। কিন্তু অতিশয় জ্বৰতাপৰ জাএগা। অল্পমাত্ৰ জ্বৰ হৈলেই বাসে না ( নেবাছে ) তাহাতে দিচৈ নদীৰ দুই পাৰে দুই হাট। পূৰ্ব পাৰে পৰ্বতীয়া ফুকনৰ ভাগে; পশ্চিম পাৰেৰ হাট বাইডঙ্গীয়া বৰুৱাৰ ভাগে। এই দুই হাট এক জাগাতে থাকা প্ৰযুক্ত জোৰহাট নাম ক্ষাত।"

* "এতন্মটক দোৰাঙ্গাং প্ৰথমং লিখিতং ময়া। ধীমতা মনীৰামেন সংক্ষেপেনৈৱ যত্নতঃ। ইতি বুৰঞ্জীবিবেকৰত্ন মটকাঅন্ত কথন দোৰাঙ্গাৱানি—ষষ্ঠ পৰিচ্ছেদ।

নকল কৰোঁতে মূল পুথিৰ আখৰ যোটনি সাল সলনি হৈ গৈছে। মূলত ঙঁ, ছ, ৰ, য়, শ, নী-আদিৰ বানান আছিল ঞ, চ, জ, ই, স, ণী-কাৰ। ব: শ:।

# মৌজাদাৰ দেবীদত্ত আৰু ঈশেশ্বৰ বৰুৱাক বৰ্খাস্ত কৰা পত্ৰ

[ বিদ্ৰোহত লিপ্ত থকা বাবে শিৱসাগৰ জিলাৰ ৰজাবাহৰ মৌজাৰ মৌজাদাৰ দেবীদত্ত বৰুৱা আৰু মিছামৰা দেবৰগ্ৰাম মৌজাৰ মৌজাদাৰ ঈশেশ্বৰ শৰ্মা বেজবৰুৱাক বৰ্খাস্ত কৰি, তেওঁবিলাকৰ মৌজা কেইটা চন্দ্ৰকান্ত শৰ্মা "ডেকা বড়ুয়া"ক দিয়াৰ নিয়োগ-পত্ৰ। ]

নং ৩ নকল — মোহৰ।

জাৰি-১৪ আগষ্ট ৫৮ — শ্ৰীযুত সাহেব

৩০ শ্ৰাবণ — আশীষ্টেণ্ট

মোলাহজা — কমিশনাৰ।

শ্ৰীলক্ষীনাথ শৰ্মা — জেলা শিৱসাগৰ।

ইসাদ আমাৰ শ্ৰীচন্দ্ৰকান্ত শৰ্মা ডেকা বড়ুয়া নিজ মিছামৰা মৌজাৰ মৌজাদাৰ বাকিৰত সনন্দ জানা জায়, ৰাজাবাহৰ মৌজাৰ দেবিদত্ত বড়ুয়া মৌজাদাৰ ৰাজবিদ্ৰোহিতা মোকৰ্দমাই লিপ্ত ও জ্ঞাতসাৰ থাকিয়াও ব্যক্ত না কৰা অপৰাধে গত ১১ মেই তাৰিখ বৰখাস্ত হওয়া প্ৰযুক্ত ঐ মৌজার চাৰ্য্য দোৰোৰাকে জিম্মা করা আবশ্যক। প্ৰকাশ আছে জে তোমার মৌজা সহিৎ এক টান্দনির এক সীমানাই হয় এ কারণ দোষরে হুকুম না হওা (হবা) তক্ ঐ মৌজার চাৰ্য্য তোমার জিম্মা করিয়া দেওয়া জায়। উৰ্দ্ধতম দফ্তর হৈতে দোষরে হুকুম না হওয়া পৰ্য্যন্ত ঐ মৌজা আপন জিম্মা ৰাখি সরকারি সকল কাৰ্য্যৰ সমাধা করিতে থাকীবা। এহাকে তাগীদ ২ জানীবা।

সাল ১৮৫৮ ১৪ আগষ্ট ৩০ শ্ৰাবণ *

---

* দেবগাঁৱৰ ৺কেশৱকান্ত শৰ্মা বেজবৰুৱা দেৱৰপৰা পোৱা। বশ।

# মণিৰাম দেৱানৰ গীত

১

আই সৰেচতী দেৰী পাৰেৰতী
তোমালৈ বঢ়াই যাওঁ চাউল,
পাহৰা পদকে সোঁৱৰাই দি যাবাঁ
গীতৰ ভাঙি যাবা আউল।

২

চান্দক সেৱা কৰোঁ সূৰ্য্যক সেৱা কৰোঁ
পাৰ্বতীক সেৱা কৰোঁ,
ভৱানী আইকো কৰোঁ সাত সেৱা
মণিৰামৰ ভণিতা জোৰোঁ।

৩

কোনে বোলে জীলে,
ইংৰাজে দেশখন
আকৌ আমাক দিলে।

৪

কোনে বোলে চৰিল,
ইস্কট (১) চাহাবেৰে সখি কৰিলে।
চাহাবে কলেহি বুজাই,
অসম দেশ লব লাগে
বৰ লুইতে উজাই।

৫

নহৰলৈ হল
অসম দেশ গুচি
বঙাল দেশ হল।
নহৰলৈ হল
ইংৰাজ উঠা দেখি
ৰাইজৰ মন ভাল হল।

৬

মনে গুণি চালে—
মণিৰাম দেৱানক মন্ত্ৰী বাব দিলে।
অনেক গুণনি ধৰিলে দেৱান দেৱৰ
ভাটীলৈ ভটীয়াই গল।
বঙালৰ ঘৰতে আপালি মিলিল ঐ
দেশখন তল-ওপৰ হল।

৭

ৰূপৰ তোলোথা সোণৰ দোৰ্পতি
বহি বৈ আছিলে তাঁত
লাহে-লাহে কৰি মণিৰাম দেৱানে
লগায় পটেশ্বৰীক মাত।

৮

পানী আন ব'মৰ মাক
ভাত আন ব'মৰ মাক,
মই যাওঁ বঙাল দেশলৈ।

(১) ডেৱিদ্ স্কট।

৯

গাটি মোৰ ৰঙে চং
খোপাতে মোৰ বালি চং
চৰাতে নো মুৰে যুঁজায়
কলৈ নো মোৰ স্বামী যায় ?

১০

কান্দিবলৈ ধৰিলে তুলাৱতী গাভৰু
মণিৰামৰ মুখলৈ চাই
গাৰ মঙহ লবে, সোঁ-চকু লৰিছে
কাউৰী জনীয়ে খায়।

১১

এ—দেউ ৰ'ল
চ'ৰা মাৰি দেৱান দেৱ
ভটীয়াই গল।
নগৰৰ হল বাজ
পোনাই গৈ পালেগৈ
চিলমাৰী বাজ।
এ—দেউ
কি নো মাছ মাৰিবৰ শল।
চিলমাৰীতে দেৱানৰ
আদ বছৰ গল।

১২

মিৰিটি কান্দিলে কান্দে মিৰিয়নী
লুইতৰ বালিলৈ চাই
মণিৰাম দেৱানে কান্দে কলিকতাত
ৰংপুৰ জিলালৈ চাই।

১৩

ৰৰা ধানৰে নৰা মোৰ দেউতা,
ৰৰা ধানৰে নৰা ;
মণিৰাম দেৱানৰ অমঙ্গল মিলিল ঐ
ওলাল নেজেলগা তৰা।

১৪

এদিন দুদিনকৈ দিনে চাৰি গল
আমঠু পৰি গল কলা ;
যঁতৰত সূতা কাটে বিনন্দিনী গাভৰু
যঁতৰত মুঘুৰে শলা।

১৫

বৈ নো বৈ কান্দিলে বৃন্দাৱলী গাভৰু
তামৰ ঘৰৰ মুখলৈ চাই
তামৰ ঘৰ আছে দেও, স্বামী নাইকিয়া
কোনে নিলে মণিৰামক পাই ?

১৬

চম্পাৱতী গাভৰুৰ সেন্দুৰ ম-চে খালে
ঘনে সোঁ-হাত লৰে।
কাউৰীয়ে ৰমলিয়াৰ ফেঁচাই কুকলিয়াৰ
সপোনত আগ-দাঁত সৰে।

১৭

দেশ পাতিবলৈ ওলালি মণিৰাম
জ'ঁতৰাই মাৰিলে হাঁচি
লগৰ সমনীয়াই শতুৰু শালিলে
লজি বোৰহাটত ফাঁচী।

১৮

ৰজা পাতিবলৈ ওলালি মণিৰাম
ভঁতৰাই মাৰিলে হাঁচি
লৰাকৈ তিকতা এথানীত পেলালি
ললি যোৰহাটত ফাঁচী।

১৯

মণিৰাম গৈছিলে বঙালৰ দেশলৈ
ৰংপুৰত মাৰিলে হাঁচি
কাণৰ শুণা ছিগি অমঙ্গল মিলিল ঐ
দিলে যোৰহাটত ফাঁচী।

২০

চিৰিপ্ চিৰিপ্ কৰি
চাহাব গৈ আছিলে
মণিৰাম গৈছিল নাৱত ;
মণিৰাম দেৱানে টাংগুটি খেডোতে
পিছলি পৰিলে খালত।

২১

এপিনে পাৰে হল মিৰিকৈ মিছিমি
এপিনে পাৰে হল দোম
এপিনে পাৰে হল মণিৰাম দেৱান ঐ
বালিত পৰি গলে খোজ।

২২

ভটীয়াই গলেগৈ উজনিৰ মণিৰাম
বাটত থাই গল জৰা
মণিৰামৰ বাতৰি নেপাওঁ ভালে কৰি
ধঁতৰাত হুকুৰে শলা।

২৩

মণিৰাম দেৱানে "ভাট"-ফকিৰক
চিঠি দি পঠিয়াই দিলে।
দিচৈ নৈ-পাৰতে পৰ্বতীয়া বকৰাই
ফকিৰক ধৰোৱাই দিলে।

২৪

তৰাণিৰ মাজৰে গান্ধি ঐ মণিৰাম
তৰাণিৰ মাজৰে গান্ধি
যেতিয়াই পালেগৈ হাওলাট (১) চাহাবে
তেতিয়াই আনিলে বান্ধি।

২৫

হাবিৰ ডলীয়া বেত মোৰ দেউতা,
হাবিৰ ডলীয়া বেত
মণিৰাম দেৱানক বান্ধি-ছাটি লৈছে
গোৰোহাই বৈ যায় তেজ।

২৬

উজায়ে আছিলে মণিৰাম দেৱান ঐ
বাটত কিনি খালে আখৈ
খৰকৈ যোৱাগৈ ব'মৰ মাকক কোৱাগৈ
মুৰতো নিদিব কাকৈ।

২৭

ৰূপৰ ধোঁৱাখোৱাত থালি ঐ মণিৰাম
সোণৰ ধোঁৱাখোৱাত খালি
ৰজা হবলৈ ওলালি মণিৰাম
ডিঙিত ছিপে জৰী ললি।

২৮

আজি কি বাৰে গুৰু বৃহস্পতি
কালি কি বাৰে শুকুৰ
মণিৰাম দেৱানৰ অমঙ্গল মিলিল ঐ
চালতে বগালে কুকুৰ।

২৯

উজায়ে আহিলে কাকতী-ফৰিঙে
বৰতী ( ব্ৰতী ) চাহাবৰ দিনত
মাহে সৰিয়হে চপাই খাই গল
পকা ধান নেখালে ঘিণত।

৩০

উজায়ে আহিলে মণিৰাম দেৱান ঐ
মাজুলীত চটালে চতি
ৰংপুৰ জিলাৰে ৰৰশী আনিয়ে
ডিঙিত চিপে জৰী দিলি।

৩১

ছ 'অঁৰা' নাও লৈ—কালেবন্দী দিবলৈ
মণিৰাম ভটীয়াই গল
পাচতে থাকিলে পিয়ালী বৰুৱা
ছকুৰি পাইকৰ খেল।

৩২

যোৰহাটত সুকৰি আদা মোৰ কুটুম ঐ
গোলাঘাটত সুকৰি আদা;
সাতোটা গেৰাজৰ চিপাহী নামিলে
দিলে মণিৰামক খেদা।

৩৩

মণিৰামৰ ঘৰে ঘৰ কুঠলি কুঠলি
চুঁচৰি সোমালে শুঁই
মণিৰাম গৈছিলে দেশ মাৰিবলৈ
বন্দুকে নিদিলে জুই।

৩৪

টেকেলি পৰিৰৰ নাদত হৰি হৰি
টেকেলি পৰিৰৰ নাদত
থাগী দি সাৰিলে চ'ৰাৰ চাবি ফুকন
মণিৰাম পৰিলে ফান্দত।

৩৫

চান্দো লৰিছে সুকযো লৰিছে
লৰিল বসুমতী আই;
বাৰ পাল বগুৰাই খেদিব লাগিছে
মণিৰামৰ কিনো বিলাই?

৩৬

চৌতালৰ আগৰে কাঞ্চন ফুল এপাহি
নিতৌ একো পাহি সৰে
মণিৰাম দেৱানক চাঙলৈ তুলিলে
আগতকৈ জেউতি চৰে।

৩৭

জিলীয়ে কৰিৰৰ যা মোৰ জেউতা
কাউৰীয়ে কৰিৰৰ কা;
তিনি আলি-মূৰতে মণিৰামক মাৰিলে
উভতি বলিলে বা।

৩৮

ফেঁচুৰে কৰিলে চিঁউ মোৰ দেউতা
ফেঁচুৰে কৰিলে চিঁউ ;
মণিৰাম দেৱানক ফাঁচি-দি মাৰিলে
আকাশে উৰি গল জীউ ।

৩৯

মণিৰামক মাৰিলে আঁৰ কাপোৰ তৰিলে
ওপৰে বগালে চিলা ;
মণিৰামৰ কাজ-কাম কৰিব লাগিলে
পাম গৈ শদিয়া জিলা ।

৪০

আগনিশা কান্দিলে ঘুঘুঁৰী কপৌ
পাচনিশা কান্দিলে ফেঁচা
মণিৰাম দেৱানক যোৰহাটত মাৰিলে
চেঁচা হল ৰংপুৰ জিলা ।

৪১

মণিৰামক মাৰিলি ভালকে কৰিলি,
পিয়ালীক মাৰিলি কিয় ?
সেই নো কথা শুনি ৰংপুৰৰ আমোলাৰ
আকাশে উৰি গল জীৱ ।

৪২

বৈ বৈ কান্দিলে চুঙাৰ বাচুলী
বৈ বৈ কান্দিলে জিলী
বৈ বৈ কান্দিলে নগৰ সমনীয়া
মণিৰামক ফাঁচি দিলে বুলি ।

৪৩

ভিৰ খাই বগৰী লাগিল
মণিৰাম দেৱান মৰিৰবেপৰা
টেক্সি খাজনা লাগিল ।

৪৪

কান্দিবলৈ ধৰিলে গাঁৱৰ বুঢ়া-মেঠা
দেৱানৰ কথালৈ চাই
সাতৰাজ মাৰি একে ৰাজ কৰিলে
ললে যোৰহাটত ঠাই ।

৪৫

ভাৱনাত লগালে ম'তা মণিৰাম
ভাৱনাত লগালে ম'তা
নগাঁও-নৰঙ্গী শবদ ফুটি গল
অকল মণিৰামৰ কথা ।

৪৬

লথোৰে লঠালে পুৰন্দৰে পুৰিলে
হৰনাথে মাৰিলে কণ,
অতক ধনেকৈ নাটিলে ঐ মণিৰাম
ভাটীলৈ মেলিলি মন ।

৪৭

চালত মলঙিলে চালেদৈ কোমোৰা
টেকেলিত মলঙিলে লোণ
মাটিত মলঙিলে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?

৪৮

পালিত জিলিকিলে বালিৰ বালিচন্দা
তাতোকৈ জিলিকে সোণ
তাতোকৈ জিলিকে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?

৪৯

অতিকৈ চিকুণ ঐ মুগাৰে মুহুৰা
তাতোকৈ চিকুণে মাকো
তাতোকৈ চিকুণে মণিৰাম দেৱান ঐ
নেকান্দি কেনেকৈ থাকোঁ ?

৫০

বজাৰ নাওখন কোবোকাকুককি
জলে বৌমাছে খোৰ
মণিৰাম দেৱানৰ ফাঁচী হৰপৰা
চকুলো সুগুচে মোৰ ।

৫১

ই বোলে মণিৰাম, সি বোলে মণিৰাম
মণিৰাম কেনেকৈ গল,
ছকুৰি চিকাৰুপ কঁকালত বান্ধি লৈ
মণিৰাম ভটীয়াই গল ।

৫২

মাকে কান্দিলে গঞায়ো কান্দিলে
কান্দিলে ডালৰে মিৰি
পাটীৰে তিকতাই কান্দে বিলাপ কৰি
চুলি ছিঙি কাতৰে কৰি ।

৫৩

বৰথন বজাৰৰ তিল অ' মণিৰাম
সৰুখন বজাৰৰ তিল,
মণিৰাম দেৱানক ফাঁচিচাঙত তুলিলে
গলিৰ ধৰিলে শিল ।

৫৪

লেঙি তামোলৰ পুলি ঐ মণিৰাম
লোঙ তামোলৰ পুলি
মণিৰাম দেৱানক ফাঁচি-দি মাৰিলে
তললৈ নামিলে চুলি ।

৫৫

গৰু লৰে মাৰি ভাঙে শলেমাৰি
গাহৰিয়ে ভাঙিলে গৰাল ।
শুকুৰবাৰৰ দিনাখন কালক্ষণ লাগিলে
হাততে ঐ মণিৰাম হেৰাল ।

৫৬

জিলিকি আহিলে চৰা নাওখনি
জিলিকি আহিলে টিং
তাৰে মাজতে মণিৰাম জিলিকিল
গলধনৰ চুলিতে চিন ।

৫৭

বৈ নৰবি চৈ ঐ মণিৰাম
বৈ নৰবি চৈ,
উধান যেন খোপা মই বান্ধি পঠিয়াম
ৰংপুৰত খেলিবি গৈ ।

৫৮

ম'হত পৰিলে চুতীয়া শালিকা
আমত মলিয়ালে মল
মণিৰাম দেৱানক যোৰহাটত মাৰিলে
বুকু হমহমাই গল।

৫৯

আঠীয়া কলবে আথা মণিৰাম
আঠীয়া কলবে আথা
মণিৰাম দেৱানক কাচি-দি মাৰিলে
আমঠু পৰি গল কলা।*

* ৫০ সংখ্যাৰপৰা ৫৯ লৈকে—এই দহোটা নাম তেজপুৰ—জামুগুৰিৰ পাটলৰ চুকৰ শ্ৰীযুত গোলোকচন্দ্ৰ শৰ্মাৰ দ্বাৰা সংগৃহীত।

# ACT No. XIV OF 1857

## Passed by the Legislative Council of India

*(Received the assent of the Governor General, on the 6th June, 1857)*

An Act to make further provision for the trial and punishment of certain offences relating to the Army, and any of offences against the State.

Whereas it is necessary to make further provision for the trial and punishment of persons who endeavour to excite mutiny and sedition among the Forces of the East India Company, and also for the trial of offences against the State : It is enacted as follows :

1. Whoever intentionally seduces or endeavours to seduce any Officer or Soldier in the service or pay of the East India Company from his allegiance to the British Government or his duty to the East India Company, or intentionally excites or stirs up, or endeavours to excite or stir up, any such Officer or Soldier, or any Officer or Soldier serving in any part of the British Government, to commit any act of mutiny or sedition ; and whoever intentionally causes, or endeavours to cause, any other person to commit any such offence shall be liable upon conviction to the punishment of death, or to the punishment of transportation for life, or of imprisonment with hard labour for any term not exceeding fourteen years and shall forfeit all his property and effects of description.

2. Whoever shall knowingly harbour or conceal any person who shall have been guilty of any offence mentioned in the preceding section, shall be liable to imprisonment, with or without hard labour, for any term not exceeding seven years, and shall also be liable to fine.

3. It shall be lawful for the Governor General of India in Council, from time to time, by order in Council, to empower every General or other Officer having the command to Troops in the Service of Her Majesty or of the East India Company, or any of such General or other Officers, to appoint General Court-Martial for the trial of any person or persons charged with having committed an offence punishable by this Act or by Section I Section II of Act XIV offence of such Court-Martial.

4. Any General Court-Martial which may be appointed under the authority of this Act, shall be appointed by the Senior Officer on the spot, and shall consist of not less than five Commissioned Officers, the number to be fixed by the General or other appointing the Court-Martial. The order in Council may direct that a General Court-Martial to be appointed under the provisions of this Act shall consist wholly of European Commissioned Officers or wholly of Native Commissioned Officers, or partly of European Commissioned Officers, and partly of Native Commissioned Officers; and in such case the Officer appointing the Court-Martial shall determine whether the same shall consist wholly of European Officers, or wholly of Native Officers or partly of European Officers and partly of Native Officers.

5. Sentence of death or other punishment to which the offender is liable by law may be given by such Court-Martial, if a majority of the members present concur in the sentence; and any such sentence may be confirmed by and carried into effect immediately or otherwise by order of, the Officer by whom the Court-Martial shall have been appointed, or, in case of his absence, by the Senior Officer on the spot.

6. It shall be lawful for the Governor-General in Council to countermind or alter any Order in Council which may be issued under the authority of this Act.

7. It shall be lawful for the Governor-General in Council, or for the Executive Government of any presidency or place, or for any person or persons whom the Governor-General in Council may authorise so to do, from time to time to issue a

Commission for the trial of all or any persons or person charged with having committed within any district described in the Commission, whether such district shall or shall not have been proclaimed to be in a state of rebellion, any offence punishable by Sections I and II of Act XIV of 1857 or by this Act, or any other crime against the State, or murder arson, robbery, or other heinous crime against person or property.

8. The Commissioner or Commissioners authorised by any such Commission, may hold a Court in any part of the district mentioned in the Commission. and may there try any person for any of the said crimes committed within any part thereof, it being the intention of this Act that the district mentioned in the Commission shall, or the purpose of trial any punishment of any of the said offences, be deemed one district.

9. Any Court held under the Commission shall have power, without the attendance or futwa of a Law Officer, or the assistance of Assessors, to pass upon every person convicted before the Court of any of the aforesaid crimes any sentence warranted by law for such crime; and the judgement of sueh Court shall be final and conclusive; and the said Court shall not be subordinate to the Sudder or other Court.

10. If a commission be issued under the authority of this Act, and any Magistrate or other Officcr having power to commit for trial within the district described in the Commission may commit persons charged with any of the aforesaid crimes within such dlstrict for trial before a Court to held under this Act.

11. Nothing in this Act shall extend to the trial or punishment of any of Her Majesty's natural born subjects born in Europe or of the children of such subjets.

12. This Act shall not extend to the trial or punishment of any person for any offence for which he is liable to be tried by this Articles of War.

13. The word "Soldier" shall include every person subject or any Articles of War.

14. This Act shall continue in force for one year.

# TREATY OF PEACE, 1826

Treaty of Peace between the Honourable East India Company on the one part, and his Majesty the King of Ava on the other, settled by Major-General, Sir Archibald Campbell, K. C. B. and K. C. T. S., commanding the expedition, and senior commissioner in Pegu and Ava; Thomas Campbell Robertson, Esq., civil commissioner in Pegu and Ava, and Henry Ducie Chads, Esq., captain commanding his Britannic Majesty's and the Honourable Company's naval force on the Irrawudy river, on the part of the Honourable Company, and by Mengyee-Maha-men-hlah-kyan-ten Woongyee, lord of Lay-Kaing, and Mengyee Maha-men-hlah-thu-hah-thoo-Atwen-woon, lord of the revenue, on the part of the King of Ava; who have each communicated to the other their full powers agreed to, and executed at Yandaboo, in the kingdom of Ava, on this twenty-fourth day of February, in the year of Our Lord one thousand eight hundred and twenty-six, corresponding with the fourth day of the decrease of thc moon Taboung, in the year one thousand one hundred and eighty-seven Gaudma Æra.

Art. I. There shall be perpetual peace and friendship between the Honourable Company on the one part, and his majesty the King of Ava on the other.

Art. II, His majesty the King of Ava renounces all claims, and will abstain from all future interfetence with the principality of Assam, and its dependencies, and also with the contiguous petty states of Cachar and Jynteea. With regard to Munnipore, it is stipulated, that should Ghumbeer Singh desire to return to that country, he shall be recognised by the King of Ava as rajah thereof.

Art. III. To prevent all future disputes respecting the

boundary line between the two great nations the British government will retain the conquered provinces of Arracan, including the four divisions of Arracan, Ramree, Cheduba and Sandoway, and his majesty the King of Ava cedes all right thereto. The Unnoupec towmien, or Arracan Mountains, (known in Arracan by the name of Yeomatoung or Pokhingloung range,) will henceforth form the boundary between the two great nations on that side. Any doubts regarding the said line of demarcation will be settled by the commissioners appointed by the respective governments for that purpose, such commissioners from both powers to be suitable and corresponding in rank.

Art. IV. His majesty the King of Ava cedes to the British government, the conquerred provinces of Yeh, Tavoy, and Mergui, and Tenasserim, with the islands and dependencies thereunto appertaining, taking the Saluoen river as the line of demarcation on that frontier; any doubts regarding their boundaries will be settled as specified in the concluding part of Art. III.

Art. V. In proof of the sincere disposition of the Burman government to maintain the relations of peace and amity between the nations, and as part indemnification to the British government for the expenses of the war, his majesty the King of Ava agrees to pay the sum of one crore of rupees,

Art. VI. No person whatever, whether native or foreigners, is hereafter to be molested by either party, on account of the part which he may have taken, or have been compelled to take, in the present war.

Art. VII. In order to cultivate and improve the relations of amity and peace hereby established between the two governments, it is agreed, that accredited ministers retaining an escort, or safeguard of fifty men from each, shall reside at the durbar of the other, who shall be permitted to purchase, or to build a suitable place of residence, of permanent materials, and a commercial treaty

upon principles of reciprocal advantage will be entered into, by the two high-contracting powers.

Art. VIII. All public and private debts contracted by either government, or by the subjects of either govern. ment, with the others previous to the war, to be recognised and liquidated, upon the same principles of honour and good faith, as if hostilities had not taken place between the two nations, and no advantage shall be taken by either party of the period that may have clapsed since the debts were incurred, or in consequece of the war ; and according to the universal law of nations, it is further stipulated, that the property of all British subjects who may die in the dominations of his majesty the King of Ava, shall, in the absence of legal heirs, be placed in the hands of the British Resident, or Consul in the said dominions, who will dispose of the same according to the tenure of the British law. In like manner, the property of Burmese subjects, dying, under the same circumstances, in any part of the British dominions, shall be made over to the minister, or other authority delegated by his Burmese majesty to the supreme government of India.

Art. IX. The King of Ava, will abolish all exactions upon British ships or vessels in Burman ports, that are not required for Burman ships or vessels in British ports ; nor shall ships or vessels, the property of British subjects, whether European or Indian, entering the Rangoon river, or other Burman ports, be required to land their guns, or unship their rudders, or to do any other act not required of Burmese ships or vessels in British ports.

Art. X. The good and faithful ally of the British government, his majesty the King of Siam, having taken a part in the present war, will, to the fullest extent, as far as regards his majesty and his subjects, be included in the above treaty.

Art. XI. This treaty to be ratified by the Burmese authorities competent in the like cases, and the ratification to be accompanied by all British, whether European

or native, American and other prisoners, who will be delivered over to the British commissioners; the British commissioners, on their part, engaging that the said treaty shall be ratfiied by the right honourable the Governor-General in council, and the ratification shall be delivered to his majesty the King of Ava in four months, or sooner, if possible, and all the Burmese prisoners shall, in like manner, be delivered over to their own government as soon as they arrive from Bengal.

(Signed)
Largeen Mionga
Woongee, L. S.

*Seal of the Latoo*

(Signed)
A. Campbell, Major-General
and Senior Commissioner.

(Signed)
Shwaguin Woon
Atawoon, L. S.

(Signed)
T. C. Robertson, Civil
Commissioner L. S.

(Signed)
H. D. Chads, Capt. R. N.

*Letter from the Siamese Chiefs to Sir Archibald Campbell*

The Nawab of the country of Zaky, of Lagoon and Jummah, the splendid hero and renowned warrior, of great splendour, dignity, and riches, the princes, the ruler over fifty-seven provinces, possessed by my ancestors from the remotest generations, the lord and chief of the nine tribes of the Siamese people, the high-caste prince, possessing the richest throne in the east, surnamed Ceylon : the name of the second Nawab is Bunzagan Loom Yat : the name of the third, Shoom Zova Banzagan Lan Chey. These three nawabs were present in durbar, with three-and-thirty wazeers, and being unanimons, having but one mind and one object, represent this to his Excellency. To the governor over sixty tribes and the great conqueror of countries, the English hero, the champion of the world, the tamer of elephants, the general victorious over the Burmese, mild and merciful, the leader of leaders, the inspirer of bravery, this request is written, in the year of the Hejira one thousand one hundred and eighty-six ; a year greater than any seen by our ancestors, a year more auspicious than all former years ; in which the conqueror of provinces, the English hero, by command of his king, came with an army to attack the Burmese, over whom he has been victorious ; who has not molested the inhabitants, but has permitted the poor to remain in their dwellings. This intelligence having reached us, diffused general joy. We have like-wise heard, that many wazeers and Burmese soldiers have been sent to the regions of death by the invin-

cible combatants. The English hero, who is seated on a throne, and is exceedingly beneficient, has order that neither vexation nor trouble is to be given to the people remaining in their houses; against your power no enemy can draw even an arrow; the poor and the cultivators, in your prosperity, find ease. Further, we are of opinion, that if you continue fighting after this manner for one year, or one month, neither the name nor vestige of the Burmese will remain; then will the poor in tranquillity pass their lives, and the name of their merciless enemies will be obliterated. We are likewise persuaded, that to the people living under the shadow of the standard of your clemency, not even a cause of trouble can arise. The great nawab, Leeagab; the second, Bungan Khoon; the third Bungan Khasan Chey, Dov. Ghoom Thuham; the nawab of the countries of Laboom and Jamay:—all being assembled and being unanimous, and having but one mind and one object, I have described it to the great English hero and conqueror, and I wish to be informed of your circumstances, and every wish in your mind. This request is written to the presence of the high-caste enthroned English conqueror.

---

*Speech of Shri Jairamdas Doulatram, Governor of Assam, on the occasion of the 94th death anniversary of* **Maniram Dewan** *on 26th February, 1952. Charing, Sibsagar.*

I am deeply thankful to the organisers of today's function for having invited me to participate in your proceedings. It is a privilege to be associated with a function which reminds us of the life of a great Assamese who had his share in the nation-wide effort made nearly a century ago to liberate India from foreign rule. In those memorable days many persons in different walks of life contributed their mite for the cause of India's freedom. The broad facts of Maniram Dewan's part in the political upheaval of 1857 are all so well-known to you that it will be an act of superfluity for me to re-narrate them on this occasion. With him also was shared the glory of dying for one's country by his right-hand man Piali Barua. As the Prime Minister (Bar Bharali Barua) to King Purandar Singh, the last of the Kings of Assam, as Adviser to the British Government in a variety of ways after they had taken Assam and as the *de facto* guide of the young Raja Kandarpeswar Singh, Maniram Dewan shaped the course of public events in Assam and has left his mark in so many spheres of the people's life.

Maniram's place in the history of modern Assam should be adjudged not simply on the basis of his activities in the political field. He was a lover of freedom and he strove to liberate Assam from foreign yoke. His attempt did not reach the stage of fruition. Circumstances. as a matter of fact, gave him no chance to act. His correspondence with the young Raja at Jorhat was discovered in time to prevent

his plans being implemented. But though his plans could not be carried out, he paid the price of trying to re-win national liberty. He faced with courage and fortitude the highest penalty one has to pay for daring to strive for freedom.

Our whole country is now free and with it Assam is also free. We have no quarrel to-day with Britain. We want to live as friends with all nations, In celebrating the 94th anniversary of Maniram's death, the spirit that animates and should animate us is not one of bitterness against those who ruled us in 1858 and hanged a great leader of Assam for endeavouring to end foreign rule, The spirit which inspires and should inspire us is that of admiration for Maniram's urge for freedom and his capacity to sacrifice life itself for a cause held as precious and dear. From all our great men of the past, we learn lessons of right action and should connect them not with transitory settings of time and place but with lasting qualities of mind and heart which enable great souls to perform great deeds against the background of these transitory settings. And so Maniram stands out as a prominent figure of our recent past who manifested in the highest degree the qualities of independence of spirit, courage of conviction and capacity for sacrifice. These qualities have a rare value for every young boy and girl of Assam and it is to those features of Maniram's character that the attention of everybody should get drawn.

But Maniram did not function only in the political field. The manner in which he laid down his life or freedom from foreign rule has over-shadowed his great deeds in other spheres of life. It may not be known to all that Maniram has a great place in the industrial history of Assam. Soon after Assam came under British rule in 1826, the wide knowledge of Maniram was used by the British to explore the material wealth of the region. It was in the course of his visit to the Singhpo area accompanied by some Englishmen that he pointed out to them the tea plant of Assam. Mr. Bruce who is held to be the pioneer of tea in Assam was

one of the company and he brought the existence of tea in our State to the notice of the Government. A committee was appointed by Government for further investigation. The Committee conclusively proved the possibility of cultivating the indigenous as well as the Chinese tea in Assam.

The Government started a few experimental tea garden and handed a major portion of these to a European Company in 1840. It was known as the Assam Company. But they too had to rely upon Maniram's specialised knowledge and he was put on the staff of the Company. But he broke away from the concern in 1844 and thereafter started his own tea garden. This was the first private indigenous enterprise in the field of tea plantation. Maniram's gardens at Safrai and Cinnamara were acquired after his death by some of the European companies which came to be established after the Assam Company. I would like every young and old Assamese to take pride in the fact that it was one of their own people who started the first private tea garden in Assam, Maniram had come to understand the value in the world market of a plant which was then growing wild in the jungles of Assam. The people in the hills and near the foothills well knew its use but did not yet know the potential demand for tea in the countries of the West. Maniram showed extraordinary business insight in those early days by successfully setting up his own independent tea plantations based on personal individual effort. Maniram's great venture as an individual tea planter should be a beaconlight for the young men of today to inspire in them a spirit of adventure and a boldness of initiative. Maniram's interest in the development of Assam's industries was not confined to the tea industry. He knew the sources of gold and iron in Assam and he studied the processes of manufacture of these metals at a time when the British Government was deeply interested in knowing the full mineral wealth of Assam and no one could enlighten them on the subject more reliably

than Maniram Dewan. But Maniram was something more than merely a great statesman or a great pioneer of industry.

He was also a man of letters. He wrote several books dealing with the history and religion of the people of Assam. He was a very versatile personality and there was no field of action which he left untouched. He planned the liberation of Assam in the last year of his life which showed the high spirit of the man at an age when most people have left in them little interest in any affairs of the world. It is the anniversary of the death of such an Assamese that we have met here today to celebrate,

But it wil be wholly incomplete celebratation if we commemorate it merely by a meeting or by setting up a memorial of brick and mortar. The best memorial which the people of Assam can set up for Maniram Dewan is to develop among themselves the fine qualities which distinguished him and employ those qualities in fulfilling the great tasks which face them at the present day. The same fortitude, the same determination, the same enterprise, the same spirit of sacrifice must carry us through in the solution of our problems. I am addressing today a large number of people of the countryside, men and women, whose life is linked with land and whose griefs and joys are bound up with the fortunes of their agricultural life. You are a representative sample of 90% of the people of Assam. Time was when you felt no want and had a sense of sufficiency. Today your wants have increased and the means to satisfy them have not kept pace. And yet it is necessary that you should enjoy a life of material comfort and prosperity. But how can this happen if today also your land is to give you only what it produced long long ago. The world is progressing. Every country marches ahead and produces more and more out of the God-given soil and with the aids which nature and science can offer. We are producing in Assam, on a rough average, only 10 mds. of rice per acre. We have been producing about the same over many years past and if we continue to produce no more, how can we increase our pur-

chasing power to satisfy our increasing wants. The people of quite a number of other countries produce two or three times more out of every acre than we produce. Those people, are, therefore, richer and happier. You know that Assam was a surplus State in the matter of food. Being surplus, the prices of most things were low. Today Assam is a deficit State and has to petition for food from outside and at a high price. The high cost of food due to inadequate production has raised the level of prices all-round and things which the majority of the producers themselves wish to purchase are much costlier than before.

This is the task before you and this is the problem which you have to solve. I am speaking from the place where Maniram Dewan was born and I am speaking to people who are his fellow-villagers and through them I am speaking to the people of Assam. If we want to take pride in having produced Maniram Dewan, we must justify that pride by borrowing his qualities and employing them in dealing with our food problem. Our villages—each village within its own limits—must plan out a programme of greater production with the aid of the governmental machinery so as to double the people's purchasing power and equip them with the means to raise their standard of living. All nations which have progressed in this field have done so through co-operation between the Government and the people. So has it to be in India and so has it to be in Assam. The programme of production should not be considered as a programme of the Government. It should be more a programme of the people and be implemented by the people for the greater prosperity of the people. Just as little individual drops raining over the hills and plains make up our mighty Brahmaputra, so also little little schemes in each small village, yielding a few more maunds of food than before, will make our State again a land of prosperity where things can be both plentiful and cheap.

Big schemes of reclamation, flood control and irrigation must also be launched to meet the needs of a growing popu-

lation. In this also the people can play their part in a variety of ways. So also have the people a great part to play in the industrial development of Assam. Maniram Dewan's example should be followed in the field not only of agriculture but also of industry. The untapped wealth of the State has to be developed in the interests of the people. The same spirit of adventure which Maniram showed more than a century ago has to inspire the present generation to exploit the forest and mineral resources, which are awaiting today their fuller utilisation by spirited young men having the necessary technical and material equipment. Not only through crops but through every other produce must the land be made to yield much more than it does today, so that the present and the coming generations may live a better and happier life. It is only by deeds of high endeavour achieved by the same qualities of mind which distinguished Maniram and brought to him a martyr's glory, that the present generation in Assam can fittingly commemorate a day like today and win the approbation of their descendants as Maniram Dewan has won approbation from us. It is my earnest hope and prayer that the words I have uttered before you today will leave a little impression on your minds and you will endeavour to put into practice the suggestions I have ventured to make. Thus will you have carried out Maniram's mission and built a really free and prosperous Assam within a free and prosperous India.

---

# পোন প্ৰথম মণিৰাম দেৱানৰ তিথি

১৮৫২ শকৰ ফাগুনৰ ১৯ দিন যাওঁতে শুক্লা চতুৰ্দশী তিথিত চাৰিঙত অসমৰ বিচক্ষণ ৰাজনৈতিক পণ্ডিত মণিৰাম দেৱানৰ তিথি পালন কৰা হয়। দেৱানক ফাঁচি-দিয়াৰ ৭৩ বছৰৰ মূৰত ৰাজহুৱাকৈ এনে তিথি পালন কৰা চাৰিঙতহে নেলাগে গোটেই অসমতে ন কথা। স্বৰ্গগত বীৰ পুৰুষে জন্মলাভ কৰা চাৰিঙৰ বাৰীথনত ঠাই-ঠুই অঁতাই আগবেলা স্থানীয় সেৱকসকলে মূল, দেৱাল-তেৰাল ভাগে বিভক্ত হৈ বেণ্ড বাজৰ লগে লগে পুষ্পাঞ্জলি প্ৰদান কৰে।

দহমান বজাৰপৰা নানান্ ঠাইৰপৰা নানান্ লোকৰ সমাগম হয় আৰু দুই-তিনি ঘণ্টাৰ ভিতৰতে ৰভাঘৰৰ চৌদিশে দৰ্শকসকল ঠিহনি লাগি পৰেহি। দিখৌমুখ-দিছাংমুখৰ মিৰিসকলকে আদি কৰি, স্থানীয় ৰাইজ আৰু নিমন্ত্ৰিত ভদ্ৰলোক আৰু মহিলাসকলেৰে সৈতে সভাঘৰত চাৰি হেজাৰ মান মূৰৰ সমষ্টি দেখিবলৈ পোৱা হৈছিল। সেই জনসমূহৰ মাজত যোৰহাটৰ শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা, শিৱসাগৰৰ শ্ৰীযুত নিকুঞ্জলতা চলিহানী, শ্ৰীযুতা গুণদালতা চলিহানী, টিলিকি আমৰ শ্ৰীযুত লীলাৰাম বৰা, ডিব্ৰুগড়ৰ শ্ৰীযুত বাছালাল বৰুৱা, আৰু তেখেতৰ পৰিয়াল, ডাক্তৰ শ্ৰীযুত গোকুলচন্দ্ৰ বৰুৱা, শ্ৰীযুত ৰামকুমাৰ বৰুৱা উকিল, শ্ৰীযুত যাদৱপ্ৰসাদ চলিহা, শ্ৰীযুত পদ্মধৰ চলিহা, শ্ৰীযুত গুৰুপ্ৰসাদ চলিহা, শ্ৰীযুতা দেৱবালা চলিহা, শ্ৰীযুতা বীৰবালা বৰুৱা, শ্ৰীযুত বিষ্ণুপ্ৰসাদ চলিহা, শ্ৰীযুত দুৰ্গাধৰ বৰুৱা, আৰু জাঁজীৰ শ্ৰীযুত ভ্ৰমৰচন্দ্ৰ শইকীয়া, শ্ৰীযুত হেমনাথ শৰ্মা, শ্ৰীযুত বিনন্দচন্দ্ৰ বৰুৱা আৰু শ্ৰীযুত নৰনাথ শৰ্মাকো দেখা গৈছিল।

ঠিক একমান বজাত, ডাৱৰৰ পিচত ওলোৱা বদৰ পোহৰত, বেণ্ডবাদ্যেৰে, সেৱকসকলে হুজ পাতি "মহাত্মা গান্ধী কী জয়", "বন্দে মাতৰম্" ধ্বনিৰে বুৰাই মনোনীত সভাপতি শ্ৰীযুত নীলমণি ফুকন বি. এ. ডাঙৰীয়াক আগ বঢ়াই আনেগৈ। শ্ৰীমান বুদ্ধধৰ চহিলাই লগাই দিয়া মতে শিৱসাগৰৰ বিদ্যাপীঠৰ ছাত্ৰসমূহে এটি জাতীয় গীত গাই সভা উদ্বোধন কৰে। শ্ৰীযুত বেণুধৰ শৰ্মাই সভাৰ উদ্দেশ্য কৈ দিয়াত শ্ৰীযুত বলোৰাম চলিহাৰ প্ৰস্তাৱ, শ্ৰীযুত চন্দ্ৰ অতুল ফুকনৰ সমৰ্থন, পুৰুষসকলৰ হাত চাপৰি আৰু তিৰোতাসকলৰ উৰুলিধ্বনিৰে শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াক সভাপতি বৰণ কৰা হয়। শ্ৰীমতী আইজনী আৰু শ্ৰীমতী কমলিনী দুৱৰাই সভাপতিৰ কণ্ঠত মালা পিন্ধাই দিয়ে।

তাৰ পিছত দেৱানৰ তিথিলৈ আহিব নোৱাৰি যিসকলে চিঠিৰেই সহানুভূতি জনাইছিল সেইসকলৰ নাম উল্লেখ কৰি শ্ৰীযুত বেণুধৰ শৰ্মাই খনদিয়েক চিঠিৰ সাৰ-মৰ্ম পাঠ কৰি শুনায়। তাৰ ভিতৰত এই কেইখনেই বিশেষ উল্লেখযোগ্য :—পূজনীয় শ্ৰীশ্ৰীযক্ত দক্ষিণপাটীয় সত্ৰাধিকাৰ গোস্বামী, শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, শ্ৰীযুত চন্দ্ৰকমল বেজবৰুৱা, শ্ৰীযুত হেৰম্বপ্ৰসাদ বৰুৱা, শ্ৰীযুত ভগৱতী প্ৰসাদ বৰুৱা, গোলাঘাটৰ শ্ৰীযুত মহেন্দ্ৰনাথ বৰুৱা, মৰিয়নীৰ শ্ৰীযুত কমলচন্দ্ৰ বৰুৱা, শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা, শ্ৰীযুত অম্বেশ্বৰ চেতিয়া ফুকন, টিঙিকিআৰ যুৱক সম্মিলনীৰ সভ্যসকল, **W. G. Mckercher, L. W. Middleton, George Simpson, M. P. Hanley, G. Henderson.**

ইয়াৰ পিছত শিৱসাগৰ বিদ্যাপীঠৰ ছাত্ৰ শ্ৰীমান ভৱকান্ত দুৱৰাই বৰাগী সুৰেৰে মণিৰাম দেৱানৰ গীত গাই আনন্দ-বেজাৰৰ সোঁত বোৱাই দিয়ে। তেতিয়া ৰদৰ পোহৰে ৰভাঘৰৰ ওপৰখন ছানি ধৰিছিল ; আলিবাটত মানুহবো উদুলি-মুদুলি লাগিছিল। এনে সময়তে, সভাপতি ডাঙৰীয়াই মণিৰাম দেৱানৰ পোন-প্ৰথম তিথি-সভাৰ নিমিত্তে অভিভাষণৰ পাত মেলে।

অভিভাষণ পাঠৰ পিছতে দেৱানৰ নাতি-নাতিনী ডাক্তৰ শ্ৰীযুত গোকুলচন্দ্ৰ বৰুৱা আৰু শ্ৰীযুতা বীৰবালা বৰুৱাই দেৱানৰ স্মৃতি-উদ্দেশে কবিতা একোটিৰে তৰ্পণ দিয়ে। শ্ৰীযুত উমাকান্ত দুৱৰাই দেৱানৰ এখনি জীৱনী পাঠ কৰে। শ্ৰীযুত সূৰ্য্যকান্ত ফুকনে এটি কবিতা পাঠ কৰে। ৰচনা আৰু কবিতা দুয়োটাতে দেৱানৰ ঘটনাৱলী আৰু পুৰুষালি ফুটি ওলাইছিল। ৰচনা পাঠৰ অন্ত পৰিলত, শ্ৰীযুতা দেৱবালা চলিহাই চেতাৰ বুলাই সমজুৱাসকলৰ কাণত সুৰদি সুৰৰ মৌ বাকি দিয়ে। তাৰ পাছতে নিৰ্দিষ্ট বক্তা শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াই এঘণ্টামান কাল মণিৰাম দেৱানৰ বিষয়ে বক্তৃতা দিয়ে। তিথিত সমবেত হোৱা সকলোকে তেখেতে অনুৰোধ কৰি কয় যে মণিৰাম দেৱানক "বিদ্ৰোহী" অপবাদৰপৰা সকলোৱে প্ৰক্ষালন কৰে যেন।

সমজুৱাৰ মাজৰপৰা শ্ৰীযুত নৱনাথ শৰ্মাই বৰ্তমান ৰাজনৈতিক আন্দোলনৰ লগত দেৱানক মিলাই, শ্ৰীযুত পদ্মধৰ চলিহাই উত্তেজনাপূৰ্ণ অথচ হৃদয়গ্ৰাহী বক্তৃতাৰে দেৱানৰ ৰাজনীতি-পাণ্ডিত্য আৰু অহিংসা ভাৱৰ বিশদ ব্যাখ্যা কৰি, মণিৰাম দেৱানৰ এজন নাতি শ্ৰীযুত ৰামকুমাৰ বৰুৱাই বেজাৰেৰে নিজৰ মনক

খিকাৰ দি মণিৰামৰ কাঁচী-সুৰঁৰি, শ্ৰীযুত ফটিকচন্দ্ৰ চলিহাই মণিৰাম দেৱানক বিদ্ৰোহী বুলি, শ্ৰীযুত ভ্ৰমৰচন্দ্ৰ শইকীয়াই দেৱানক আৰ্থনীতিক পণ্ডিত বুলি, শ্ৰীযুত লীলাৰাম বৰাই দেৱানৰ বিষয়ে সকলো কথা সংগ্ৰহ কৰি তেওঁৰ ব্যক্তিত্ব প্ৰচাৰৰ আৱশ্যকতা বুজাই, আৰু শ্ৰীযুত ইন্দ্ৰনাথ কাকতী দেৱে সাৰগৰ্ভ কথা কৈ দেৱানৰ মোল বুজাই দিয়ে। খুকুবিল সত্ৰৰ শ্ৰীযুত বক্লেশ্বৰ মহন্তই মণিৰাম দেৱানৰ এখন হাতেকটা সূতাৰে বোৱা অসমীয়া গুণাকটীয়াই কটা গুণাৰে গোটেই খনতে ফুলাম কৰা কপাহী কাপোৰ, ভোটৰ বজাই দেৱানক দিয়া এখন শিংখাপৰ মেখেলা আৰু দেৱানে লিখোৱা "ভক্তি প্ৰদীপ" নামে এখন অসমীয়া তুলাপাতৰ পুথি দেখুৱাই সকলোকে বিস্ময় মনায়। দেৱানৰ নাতি শ্ৰীযুত বাছালাল বৰুৱাই এইদৰে তিথি পাতি ককাদেউতাকৰ গুণৰ পূজা কৰা বাবে সমবেত ভদ্ৰমণ্ডলী আৰু মহিলাসকলৰ ওচৰত কৃতজ্ঞতা জনায়। সৰ্বসন্মতিক্ৰমে এই কেইটা প্ৰস্তাৱ গৃহীত হয়:—। "এই সভাই প্ৰস্তাৱ কৰে যে প্ৰতি বছৰেই ৺মণিৰাম দেৱানৰ তিথি উৎসৱৰ লগতে ৺পিয়ালী বৰুৱা ওৰফে মহেশচন্দ্ৰ গাভৰু মেলীয়া বৰুৱাৰো তিথি উৎসৱ পাতিবলৈ দিহা কৰা হওক"। প্ৰস্তাৱক:—শ্ৰীযুত পদ্মধৰ চলিহা এম্ এ, বি এল্, সমৰ্থক:—শ্ৰীযুত বাছালাল বৰুৱা অনুমোদক:—শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা। ২। এই সভাই প্ৰস্তাৱ কৰে যে স্বৰ্গীয় মণিৰাম দেৱান্ আৰু ৺পিয়ালী বৰুৱাৰ তিথি উৎসৱ প্ৰতি বছৰেই উক্ত তিথিৰ দিনা অসমৰ সকলো ঠাইতে পাতিবলৈ দিহা কৰা হওক"। প্ৰস্তাৱক:—শ্ৰীযুত যাদৱপ্ৰসাদ চলিহা, আসাম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতি, সমৰ্থক:—শ্ৰীযুত দুৰ্গাধৰ বৰুৱা, শিৱসাগৰ জিলা কংগ্ৰেছ কমিটিৰ সভাপতি, অনুমোদক:—শ্ৰীযুত ফটিকচন্দ্ৰ চলিহা। ৩। "এই সভাই প্ৰস্তাৱ কৰে যে স্বৰ্গীয় মণিৰাম দেৱানৰ স্মৃতি ৰক্ষাৰ যুগুত ব্যৱস্থা কৰিবৰ নিমিত্তে তলত লিখা সভ্যসকলেৰে এটি কমিটি গঠন কৰা হওক":—ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, শ্ৰীযুত যাদৱপ্ৰসাদ চলিহা, শ্ৰীযুত বাছালাল বৰুৱা, শ্ৰীযুত অমিয়কুমাৰ দাস, শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত বেণুধৰ শৰ্মা।" প্ৰস্তাৱক:—শ্ৰীযুত বেণুধৰ শৰ্মা, সমৰ্থক:—শ্ৰীযুত উমাকান্ত দুৱৰা অনুমোদক:—শ্ৰীযুত বলোৰাম চলিহা। ৪। "এই সভাই প্ৰস্তাৱ কৰে যে মণিৰাম দেৱান সোঁৱৰণি কমিটিৰ সভাপতি ৰায়বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াক এই কমিটিৰ সভাপতি শ্ৰীযুত যাদৱপ্ৰসাদ চলিহা ডাঙৰীয়াক ধন

ভঁড়ালীৰ বাব দিয়া হওক।" প্রস্তাৱক :—শ্ৰীযুত ৰামকুমাৰ বৰুৱা, সমৰ্থক :— শ্ৰীযুত বিষ্ণুৰাম বৰকাকতী, অনুমোদক :—শ্ৰীযুত অতুলচন্দ্ৰ ফুকন।

প্রস্তাৱ গৃহীত হলত, শ্ৰীযুত বগাধৰ বৰগোহাঁই আৰু শ্ৰীমান ভুবনচন্দ্ৰ গগৈয়ে লাঠিখেল কৰি দেখুৱায়। শ্ৰীযুত বগাধৰ বৰগোহাঁইৰ "হুৰবোজা"ৰ মাতো উল্লেখযোগ্য। সভাপতি ডাঙৰীয়াই তেখেতৰ মন্তব্যত ওজস্বিনী ভাষাৰে বক্তৃতা দি গোটেই সভামণ্ডপ কঁপাই তোলে। তেখেতে বক্তৃতা প্রসঙ্গত কয় যে স্বদেশপ্রেম বাহ্যিকতাত নেথাকে, থাকে অন্তৰৰ নিভৃততম কোণত। কোনোৰে কোনোৰে যে বাহ্যিক সাজ-পাৰ বা অলাগতিয়াল form বা দস্তুৰত দেশ-প্রেম সোমাই থাকে বুলি কয় সেই কথা সমূলি মিছা। তেনে স্বদেশ প্রেমৰ স্থায়িত্বৰ বিষয়ে সকলোৱে সন্দেহ কৰিব লগীয়া। দেশাত্মবোধ অন্তৰৰ বস্তু; পলগুৱা কথাত লাগি বাহ্যিকতাৰ সন্মান কৰিলেই দেশ উদ্ধাৰ নহয়। তেখেতৰ মন্তব্যৰ সামৰণি পৰিলত তিথি আয়োজন কৰোঁতাসকলৰ হৈ শ্ৰীযুত বেণুধৰ শৰ্মাই উপস্থিত ভদ্ৰমণ্ডলী আৰু মহিলাসকলক সকলো ক্রটীৰ বাবে ক্ষমা খোজে আৰু দেৱানৰ পূজা উৎসৱত যোগ দি সহায় আৰু উৎসাহ দিয়া বাবে সমালোৰে শলাগ লয়। তেখেতে শ্ৰীযুত দুৰ্গানন্দ কাকতী, শ্ৰীযুতা সুন্দৰী কাকতীয়নী, শ্ৰীমতী স্বৰ্ণলতা দুৱৰা আৰু শ্ৰীমতী মাখনীলতা ফুকন, শ্ৰীমতী মাকণলতা ফুকন আৰু শ্ৰীমতী পখিলা দুৱৰাৰ গা-খাটনি আৰু দিহা-পৰামৰ্শৰ বিশেষভাৱে উল্লেখ কৰে। সেই প্রসঙ্গতে, "বাতৰি" আৰু "অসমীয়া" কাকতে দেৱানৰ তিথি সম্বন্ধে জাননী আদি দি এই নতুন অনুষ্ঠানৰ বিষয়ে প্রচাৰ কৰাত সেই কাকতৰ কৰ্তৃপক্ষসকলকো ধন্যবাদ জনায়। সৰবশেহত, শ্ৰীযুত বুদ্ধধৰ চলিহাকে আদি কৰি বিদ্যাপীঠৰ ছাত্ৰসৱে জাতীয় সঙ্গীত এটি গাই সন্ধ্যা সাত মান বজাত মণিৰাম দেৱানৰ তিথি উৎসৱৰ সামৰণি পেলায়। নিশা দহবজাৰপৰা শ্ৰীযুত শঙ্খধৰ মহন্তৰ অনুগ্ৰহত সভামণ্ডপতে "ইন্দ্ৰজিত" ভাৱনা কৰা হয়।

এই অনুক্ৰমেই ১৮৫২ শক, ৪৮২ শকৰাব্দৰ ফাগুন মাহৰ ১৯ দিন বাওঁতে মঙ্গলবাৰৰ দিনা চাৰিওত অসমৰ বিখ্যাত বীৰ স্বদেশ-প্রেমিক ৰাজনৈতিক পণ্ডিত মণিৰাম দেৱান দুৱৰা বৰকাকতি বৰভাণ্ডাৰ বৰুৱাৰ পোন-প্রথম তিথি-উৎসৱ মহা সমাৰোহেৰে পালন কৰা হল :—"বাতৰি" ৭ চ'ত ১৮৫২ শক।

# নিদৰ্শনাৱলী

এই পুথি যুগুত কৰোঁতে যিবিলাক পুথি-প্ৰবন্ধ আৰু জনাবুজা লোকৰ সহায় লোৱা হৈছিল সেইবিলাকৰ নাম :—

পুথি-প্ৰবন্ধ—

১। জীৱনাদৰ্শ :—নীলকুমুদ বৰুৱা। ১৮১২ শক।

২। Report on the Province of Assam :—
A. J. Moffat Mills, 1853.

৩। Assam in the days of the Company :—
Dr. H. K. Barpujari, 1963.

৪। The Annexation of Assam :—Dr. R. M. Lahiri. 1954.

৫। Descriptive Account of Assam :—W. Robinson, 1841.

৬। Bengal Under Lieutenant Governors :—
C. E. Buckland, C. I. E,

৭। History of the Sibsagar field—a paper read in the Assam Missions Jubilee Conference held at Nowgong on 10th to 29 December, 1886.

৮। A Glimps of Assam :—Mrs. S. R. Ward, 1887.

৯। হাতেলিখা চিংফৌ বুৰঞ্জী :—৺চন্দ্ৰকান্ত গোহাঁই, মাৰ্ঘেৰীটা।

১০। হৰকান্ত বৰুৱা সদৰামীনৰ আত্মজীৱনী :—শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ সম্পাদিত, ১৯৬০।

১১। History of the Assam Company 1839-1953 :—
H. A. Antrobus, 1957.

১২। অসমৰ বুৰঞ্জী :—পদ্মনাথ বৰুৱা ( ২য় তাঙৰণ )।

১৩। Major Adam White's report on the resources of Assam (Mss). H. C. Gossain.

১৪। History of the Indian Mutiny :—Charles Ball

১৫। The Asian Sporting Newspaper, Jully 10, 1888.

১৬। Maniram Dewan—Sadananda Chaliha,
Assam Tribune, February, 1858.

১৭। Assam "Annals of oriental literature"
by Dr. Hamilton.

১৮। Asiatic Journal—Vol. XVIII page 535 ( July to Dec. 1824)

১৯। Tea in Assam Bailden.

জনাবুজা লোক—

১। হেমোদৰ শৰ্মা ; চাৰিং, শিৱসাগৰ।

২। পঞ্চৰাম দেওধাই ফুকন ; দেওধাই গাঁও, খালৈঘোগোৰা মৌজা, শিৱসাগৰ।

৩। গঙ্গাগোবিন্দ ফুকন, শিৱসাগৰ।

৪। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, গুৱাহাটী।

৫। ৰায় বাহাদুৰ যাদৱচন্দ্ৰ বৰুৱা, গোলাঘাট।

৬। দেৱানৰ পুৰোহিত মাধৱৰাম শৰ্মাৰ পত্নী।

৭। হৰিপ্ৰসাদ ডুৱৰা দেৱান, চাৰিং, শিৱসাগৰ।

৮। তীৰ্থেশ্বৰ বুঢ়াগোহাঞি নাওবৈচা ফুকন, শিৱসাগৰ।

৯। লোকেশ্বৰ শৰ্মা বৰদলৈ, তৰাজান, যোৰহাট।

১০। ৰুদ্ৰাম শৰ্মা বৰদলৈ, তৰাজান, যোৰহাট।

১১। শ্ৰীযুত ভোলানাথ পূজাৰী, নাজিৰা।

১২। মহেন্দ্ৰনাথ পানীফুকন, মঠীয়াছিগা, ৰাজমাওপুখুৰী নাজিৰা।

১৩। ডিম্বেশ্বৰ ডুলীয়া বৰুৱা, মৌজাদাৰ, চাওখাত, যোৰহাট।

১৪। সাগৰ ডুৱৰী, ডুৱৰী গাঁও বেতবাৰী, শিৱসাগৰ।